# কক্ষচ্যুত এটি তৰা




দৌলতৰাম চেতিয়া




কিৰণ প্ৰকাশন
ধেমাজি

"Kakshachyuta aeti Tara" - A Novel written by Sri Daulatram Chetia and Published by Nava Kalita on behalf of Kiran Prakashan, D.K. Market Complex, Dhemaji Chariali, Dhemaji - 787057.

(Rupees- Sixty five) only

প্ৰথম প্ৰকাশ — ২০০৬ চন

প্ৰকাশক — নব কলিতা
কিৰণ প্ৰকাশন
ডি.কে. মাৰ্কেট কমপ্লেক্স, ধেমাজি চাৰিআলি
ফোন ঃ ০৩৭৫৩-২২৫৮০৩

মূল্য — ৬৫.০০ টকা

বেটুপাত — অৰুণ নাথ

ডি.টি.পি — পৰাগ গগৈ, কৃষ্ণ শইকীয়া

মুদ্ৰক — ধেমাজি অফচেট্ প্ৰিণ্টাৰ্চ
ৰতনপুৰ, ধেমাজি-৭৮৭০৫৭
ফোন ঃ ০৩৭৫৩-২২৪২৮৮




# উৎসৰ্গা

মোৰ অপৈণত হাতেৰে লিখা ' কক্ষচ্যুত এটি তৰা' উপন্যাসখনি মোৰ একমাত্ৰ জী শ্ৰীমতী ৰূপাঞ্জলী চেতিয়া আৰু মোৰ তেনেই অবলা পত্নী শ্ৰীমতী পদুমী চেতিয়াৰ নামত উৎসৰ্গা কৰিলো।

# পাতনি

মোৰ উপন্যাসখনত স্থান পোৱা ফুলবৰ নামৰ সেই অখ্যাত বীৰ জননো আচলতে কোন? বুলি যদি মোক কোনোবাই প্ৰশ্ন কৰে, তেন্তে নিৰ্দ্দিষ্টকৈ মই কাকো দেখুৱাব নোৱাৰিম। কাৰণ এইজন বীৰক মোৰ মনৰ কল্পনাৰে বনাই লৈছো।

কোনোবা এখন অতি পিচপৰা অশিক্ষিত গাঁৱত বিচাৰিলে হয়তো ফুলবৰৰ দৰে সাহসী বীৰ পুৰুষ এজনৰ বিষয়ে শুনিবলৈ বা দেখিবলৈ পোৱা যাব। যিজনে জন্মলৈ দহজনৰ মঙ্গলৰ বাবে অনেক কাম কৰি আছে বা ইতিমধ্যে কৰি মৃত্যু হৈছে। জীৱিত সৎ গুণী জনৰ বিষয়ে চিন্তা কৰিবলৈ এতিয়াও সময় আছে। কিন্তু মৃত্যু হোবা সৎ গুণীজনৰ বিষয়ে একা? মৃত্যু হোৱা কেইদিন মানৰ পিচলৈকে হয়তো গাওঁবাসীয়ে তেওঁৰ গুণানুকীৰ্ত্তণ কৰিলে। দিন বাঢ়ি যোৱাৰ লগে লগে তেওঁৰ সৎগুণবোৰৰ কথাতো বাদেই তেওঁৰ নাম পৰ্য্যন্ত লাহে লাহে পাহৰণীৰ গৰ্ভত বিলীন হৈ গ'ল। তেওঁৰ ভাল গুণসমূহ বৰ্ণনা কৰি কোনেও একো লিখি নাৰাখিলে। ফলস্বৰূপে তেওঁৰ জীৱন কাহিনী আনে জনাতো বাদেই, তেওঁৰ নিজৰে নাতি-পুটি সকলেও আজু ককাকৰ সৎ গুণখিনিৰ বিষয়ে জনাৰ পৰা বঞ্চিত হ'ল।

গাওঁখনত দহজনে শলাগিবলগীয়া মানুহজনৰ বিষয়ে যদি কোনোবাই লিখি ৰখাৰ ব্যৱস্থা কৰিলেহেঁতেন তেন্তে তেনে দহখন গাওঁৰ

লিখনি খিনি যুগুটাই এখনি সৰু বুৰঞ্জীয়েই সৃষ্টি হ'লহেঁতেন। এনেবোৰ অলাগতিয়াল কথা চিন্তা কৰি থাকোতেই কিবা এটা লিখিবলৈ মন গ'ল। কিন্তু মন গলেইতো কিবা এটা লিখিব পৰা নাযায়। মগজুত জ্ঞানৰ ভাণ্ডাৰ থাকিব লাগিব। সেই কিবাটোকে লিখো বুলি কাগজ কলম হাতত তুলিলৈহে গম পালো যে অধমৰ মগজুত জ্ঞানৰ ভাণ্ডাৰ শূন্য। শুকান জেউৰা চেপি ৰস বাহিৰ কৰিবলৈ চেষ্টা কৰাৰ দৰে মইও শূন্য ভাণ্ডাৰৰ পৰাই বহুদিন লাগি যুঁজি 'কক্ষচ্যুত এটি তৰা' নাম দি কিবা এখন লিখি উলিয়ালো। পিচে এইখন দেখিলে কোনোবাই মোক হাঁহিব বুলি লাজতে বহুত বছৰ পুৰণা আলমাৰিটোৰ চুক এটাত পেলাই থলো। তাৰো কিছু বছৰৰ পিচত এদিন মোৰ একমাত্ৰ ছোৱালীজনীয়ে আলমাৰিটো চাফা কৰো বুলি পুৰণা কাগজ পত্ৰবোৰ খুচৰি ফুৰোতে পৰুৱা, পইটাচোৰা আদিয়ে নষ্ট কৰা অৱস্থাতে মোৰ এই উপন্যাসখন উদ্ধাৰ কৰিলে। তাই পঢ়ি চাই কি ভাবি জানো এইখন নতুনকৈ লিখি প্ৰকাশক এজনৰ কাষ চাপিবলৈ দিনে ৰাতিয়ে পেৰিবলৈ ধৰিলে। জীয়েকৰ লগতে সুৰ মিলাই মোৰ পৰিবাৰেও সময় বুজি মোক উচতাবলৈ ধৰিলে — "জনা বুজা ছোৱালীজনীয়ে কৈছে যেতিয়া এইখন উপন্যাস নহ'লেও কিবা এটা ৰূপ লৈছে নিশ্চয়। অতদিন লাগি যুঁজি ৰাতি দুপৰলৈকে তেলপুৰি, মহৰ কামুৰ খাই লিখি উলিয়ালেই যেতিয়া প্ৰেছৰ মালিকৰ ঘৰতে পেলাই থৈ আহকগৈচোন। প্ৰকাশ কৰিলে ভালেই, নকৰিলেও ঘৰত পৰি থকা আৰু প্ৰেছৰ মালিকৰ ওচৰত পৰি থকা একে কথাই দিয়ক চোন।"

সিহঁতৰ খেচ্ খেচনি দিনে ৰাতিয়ে শুনি থাকি আমনি পাই এদিন 'যাই লাং থাকে লাং' বুলি মন দৃঢ় কৰিলৈ পাণ্ডুলিপিটো নি ধেমাজিৰ নতুন প্ৰকাশক শ্ৰীযুত নৱ কলিতাৰ হাতত তুলি দিলোগৈ। মোক আচৰিত

কবি শ্ৰীযুত কলিতাই পোন চাতেই কিতাপখন প্ৰকাশ কৰাৰ সম্পূৰ্ণ দ্বায়িত্ব মূৰ পাতি ল'লে। আচৰিত হলো এই ভাবিয়েই যে কোনো বিক্ৰী-বাৰ্ত্তা আশা নাইকীয়া এজন অখ্যাত লেখকৰ কিতাপ ছাপা কৰি তেখেতৰ মুঠা অংকৰ টকা এসোপো পানীত পেলাবলৈ আগবাঢ়িছে কিয় ?

তেখেতৰ এই সৎ সাহসৰ বাবে মোৰ ফালৰ পৰা দয়ালু ভগবানৰ ওচৰত তেখেতৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি প্ৰাৰ্থনা জনোৱাৰ বাদে তেখেতক দিবলৈ মোৰ একোৱেই নাই।

এইখিনিতে তেখেতে মোৰ উপন্যাসখন প্ৰকাশৰ বাবে কামত লগোৱা প্ৰেছৰ ডি.টি.পি. অপাৰেটৰ শ্ৰীপৰাগ গগৈ আৰু শ্ৰীকৃষ্ণ শইকীয়ালৈ অশেষ ধন্যবাদ জনোৱা লগতে সদৌটি কৰ্মচাৰীবৃন্দলৈ মোৰ হিয়াভৰা মৰম আৰু আশীৰ্বাদ যাচিলো।

সদৌ শেষত মোৰ অপৈণত হাতেৰে লিখা উপন্যাসখন যদি কোনোবাই মৰম কৰি পঢ়ি মোক এষাৰি প্ৰেৰণা দিয়ে, তাকে মই মোৰ কষ্টৰ কিছু হলেও সাৰ্থক হৈছে বুলি ভাবিম। পঢুৱৈ জনেই হব মোৰ শুভাকাংক্ষী। শোকোতাকে মুকুতা বুলি আদৰ কৰি কক্ষচ্যুত তৰাটিক বুটলি লোৱা পঢুৱৈ জনলৈ মোৰ হিয়া ভৰা শ্ৰদ্ধা থাকিল।

দৌলতৰাম চেতিয়া
বৰহমথুৰীনি
১২-০৬-০৬

# এক

ডেকা ফুলবৰক যদি কোনোবাই সুধে — কি ফুল ধুনীয়া ? সি তপৰাই উত্তৰ দিব "সকলো ফুলেই ধুনীয়া।" আকৌ যদি তাক সোধা হয় — "সুসাহিত্যিক হিতেশ ডেকাই সকলো ফুলতকৈ ছোৱালী ফুলেই ধুনীয়া বুলি কৈছে। তুমি কি বুলি ভাবা ?" সি দ্বিধাহীন ভাবে উত্তৰ দিব — "নিশ্চয়, প্রতিজনী ছোৱালীয়েই একোপাহি ফুল। হিতেশ ডেকাই মিছা কোৱা নাই।"

ফুলবৰে প্রতিজনী ছোৱালীকে ধুনীয়া দেখিছিল। বিভিন্ন ৰঙৰ বিভিন্ন চেহেৰাৰ বিভিন্ন আকৃতি-প্রকৃতিৰ ছোৱালীবোৰক, তেওঁ হৰেক ৰঙৰ ফুলৰ লগত তুলনা কৰি চাইছিল। ৰঙা ৰঙৰ গোলাপ ফুল ধুনীয়া বুলি ক'লে যেনেকৈ বগাৰঙৰ তগৰ ফুল পাহক বেয়া বুলি কোৱা নুবুজাই, হালধীয়া নাৰ্জী ফুলপাহ দেখি মৰম লাগে বুলি ক'লে যেনেকৈ নীলা ৰঙৰ পদুম ফুল পাহক বা বগা ফুলপাহক নিন্দা কৰা নুবুজাই ঠিক সেইদৰে ক'লী ছোৱালীক ভাল বুলি ক'লেও বগী ছোৱালীজনীক বেয়া বুলি কোৱাতো নুবুজাই।

প্রতিপাহ ফুলৰে নিজস্ব একোটা গুণ আছে, সৌন্দৰ্য আছে আৰু আছে বেলেগ বেলেগ ধৰণৰ আকৰ্ষণ। সেইদৰেই প্রতিজনী ছোৱালী, কলিয়েই হওঁক বা বগীয়েই হওঁক ওখই হওক বা চাপৰেই হওঁক, শকতেই হওঁক বা ক্ষীণেই হওঁক প্রত্যেক জনীয়েই এই বিচিত্ৰ পৃথিবীৰ ফুলনিত, বিচিত্ৰ ৰঙৰ একোপাহিহঁত ধুনীয়া ফুল। গতিকে কোনোজনীক ভাল বা কোনোজনীক বেয়া বোলাৰ আমাৰ অধিকাৰ নাই। আনকি স্বৰ্জন কৰ্ত্তা ব্ৰহ্মা, পালন কৰ্ত্তা বিষ্ণু আৰু সংহাৰকৰ্ত্তা ৰুদ্ৰৰো নাই। সেয়েহে সি তাৰ ডেকা জীৱনচোৱাত যিমানজনী ছোৱালীৰ সান্নিধ্যলৈ আহিছে, কোনো এজনীকে বেয়া বুলি নিন্দা কৰি আঁতৰাই পঠোৱা নাই। বৰঞ্চ সি নিজেইহে সিহঁতৰ ভৱিষ্যত জীৱনৰ মঙ্গল কামনা কৰি আঁতৰি পলাই আহিছে।

পঢ়া-শুনা দিশত ফুলবৰ বেয়া নাছিল। তিনিটা বিষয়ত লেটাৰ মাৰ্কলৈ মেট্ৰিক পাচ কৰিছিল। তেওঁক তীক্ষ্ণ বুদ্ধি সম্পন্ন ল'ৰা বুলি সকলোৱে জানিছিল। ফুটবল,

ভলীবল, হৰিগুড় গুড়, ধুপখেল, তাংগুটি খেল, পেলমৰা খেল, দৌৰ প্ৰতিযোগিতা আদি প্ৰতিটো খেলতে সি আগৰণুৱা। সেইমতে তাৰ স্বাস্থ্যপাতি আৰু শাৰীৰিক গঠনো চাবলগীয়া বিধৰ। যাক কোৱা হয় পাহ্‌ৱাল ডেকা। দাৰাসিঙৰ দৰে বাহু, বহল উন্নত বুকু, সুগঢ়ি মুখ মণ্ডল, মাংসল যুক্ত উৰু আৰু ক'লাফুল বিশিষ্ট, যাক এবাৰ দেখিলেই যি কোনো ছোৱালীৰেই মন-প্ৰাণ হৰি নিব পাৰে।

এবাৰ ফুলবৰে ক্লাচ টেনত থাকোতে, আন এখন হাইস্কুলৰ বিপক্ষে ফুটবলৰ ফাইনেল খেল খেলিছিল। সেই খেল চাবলৈ স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীৰ উপৰিও গাঁৱৰ ডেকা, বুঢ়া, গাভৰু, ল'ৰা-ছোৱালীয়ে খেলপথাৰ ভৰি পৰিছিল। নিৰ্দ্দিষ্ট সময়ত খেল আৰম্ভ হ'ল। বহুত উত্তেজনাপূৰ্ণ খেল প্ৰদৰ্শনৰ শেষত এটা সময়ত খেল সমাপ্ত হ'ল। খেলুৱৈ সকলৰ বাদে দৰ্শক সকল ঘৰাঘৰি গ'ল। ফুলবৰৰ খেল দেখি মোহিত হোৱা জাহ্নবী নামৰ ছোৱালীজনীয়ে কিন্তু খেল শেষ হোৱা পিছতো ঘৰলৈ নগৈ লগৰ ছোৱালী দুজনীক লগতলৈ ফুলবৰক লগকৰিবলৈ খেলপথাৰৰ ফালে আগুৱাই গ'ল। সুন্দৰ খেল প্ৰদৰ্শন কৰাৰ বাবে তাই প্ৰথমে ফুলবৰক ধন্যবাদ জনাই লৈ নিজৰ পৰিচয় দাঙি ধৰিলে। তাৰ খেলচাই ভালপোৱা অচিন ছোৱালী এজনীৰ লগত পৰিচয় হ'বলৈ পাই সিও ভাল পালে। তাক লগ কৰিবলৈ যোৱা তিনিওজনী ছোৱালীকে প্ৰতি ধন্যবাদ জনাই বিদায় দিলে। জাহ্নবীয়ে তাৰ ধন্যবাদত সন্তুষ্ট নহৈ ক'লে "এনেকৈ ধন্যবাদ এটা জনায়েই আমাক খেদিলে নহ'ব। ভালকৈ চা-চিনাকি হ'বলৈ আপুনি এদিন আমাৰ ঘৰলৈ যাব লাগিব। অহা ৰবিবাৰে মই ঘৰতে থাকিম। সেইদিনাই আপুনি যেনে তেনে আমাৰ ঘৰলৈ এপাক যাব।" ফুলবৰেও একো চিন্তা নকৰাকৈ 'যাম বাৰু' বুলি কথা দিলে। ফুলবৰৰ পৰা সহাঁৰি আদায় কৰিব পাৰি জাহ্নবীয়ে ফুলবৰৰ মুখলৈ চাই ভুৱনভুলোৱা হাঁহি এটা মাৰি তাৰ পৰা বিদায় ল'লে।

ফুলবৰ কথাদি কথা ৰক্ষা কৰা ল'ৰা। সি ৰবিবাৰে তাৰ স্কুলৰ ফুটবল খেল টিমৰ গোটেই মথাকে লগতলৈ জাহ্নবীহঁতৰ ঘৰত উপস্থিত হ'লগৈ। তাই পুৱাৰে পৰা ফুলবৰৰ আগমনলৈকে অপেক্ষা কৰি আছিল। কিন্তু তাৰ লগত একুৰি ডেৰকুৰি ল'ৰা আহিব বুলি তাই কল্পনাই কৰিব পৰা নাছিল। তাইতো কেৱল তাকহে নিমন্ত্ৰণ কৰি আহিছিল। সেইদিনা খেলখেলা গোটেই খেলুৱৈ খিনিকে এই অভং ভুচুং পহুডালে লগত লৈ আহিল নেকি বাৰু? ভাল ল'ৰাটোৰ পাল্লাত পৰিলো। কি কৰা যায় এতিয়া? তাই বিমুৰত পৰিল। সকলোকে বহিবলৈ দিবলৈ ইমানবোৰ চকীতো তাইৰ ঘৰত নাই? ঢৰা, পিৰা, বস্তা যি য'ত পালে সকলো উলিয়াই আনি তাই মুকলি ঘৰটোতে পাৰি সিহঁতক বহিবলৈ দিলে। তাৰপিছত কমেও এঘন্টা সময় জাহ্নবীৰ দেখাদেখি নাই। ফুলবৰহঁত এঘন্টা অপেক্ষা কৰাৰ অন্তত চাহ বিস্কুত আহিল। ইমানবোৰ ল'ৰাক একে ল'গে কাপ যোগান ধৰিব নোৱাৰাত দহজন দহজনকৈ পাল পাতি চাহৰ পৰ্ব সামৰণি মাৰিলে।

এইবাৰ আহিল তামোলৰ পৰ্ব। তামোল-পাণ এবটা আগতলৈ জাহ্নবীৰ মাকে ফুলবৰহঁতৰ কাষতে বহিলে ডেকাসকলক উদ্দেশ্যি সুধিলে— "বোপাহঁত, তোমালোক এজন নহয় একে লগে কুৰি ডেৰকুৰি ডেকা হঠাৎ আমাৰ দুখীয়া পঁজাত উপস্থিত হোৱাৰ কাৰণটো জানিব পাৰোনে?"

সিহঁতৰ ভিতৰৰে যদু নামৰ ল'ৰাটোৱে উত্তৰ দিলে — "খুৰীদেউ, আমাৰ আগমনৰ অন্য কাৰণ একো নাই। যোৱা বুধবাৰে কেঃ বিঃ হাইস্কুলৰ ফিল্ডত ফাইনেল খেল খেলি প্ৰগতি হাইস্কুল টিমক ৩-১ গলত পৰাজিত কৰি আমি বিজয়ী হ'লো। আমাৰ খেল চাই মোহিতহৈ উক্ত দিনাই আপোনাৰ জীয়েক জাহ্নবীয়ে আমাক চাহ জলপান খোৱাম বুলি দিনবাৰ দি নিমন্ত্ৰণ জনাই আহিছিল। তেওঁৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈকে আমি আহি ওলালোহি। চাহ খালো, এতিয়া আপোনাৰ হাতৰ তামোল এখন এখন খাই আমি যামগৈ খুৰী। জা-জলপান খাবলৈ আমাক জোৰ নকৰিব। দুই বজাত আমি কছুতলি পাবগৈ লাগে। তাতো আজি এখন ফাইনেল খেলত যোগ দিবলৈ লাগে।"

বুঢ়ীয়ে আগতলৈ থকা বটাটোৰ পৰা তামোল এখন এখন মুখত সোমোৱাই খৰ খেদাকৈ ল'ৰাহঁত গ'লগৈ। সিহঁত আঁতৰি যোৱাৰ পিছত বুঢ়ীয়ে দীঘলকৈ উশাহ এটা টানি, ঢৰা, পিৰা তুলি থকা জীয়েক জাহ্নবীলৈ চাই বকিবলৈ ধৰিলে— "ঐ জহনিতযাতী, সেইদিনা খেল চাবলৈ কেৱল তয়েই গৈছিলি, নে অন্য মানুহো গৈছিল? খেলখন চাই তয়েই ভাল দেখিছিলি নে অন্যবোৰেও ভাল পাইছিল হ? তই যে এই মখাক চাহ জলপান খোৱাম বুলি মাতি আহিলি, আনে কিয় নামাতিলে? দিন বাৰদি নিমন্ত্ৰণ জনাই আহিলি, পিছে এই গালক খোৱাবলৈ কি যতনাই ৰাখিছিলি হয় মৰতী? ঘৰ খনত চেনি অকণ নাই চাহপাত এমুঠি নাই, চিৰা দৈতো দূৰৰে কথা, এনে কঙাল অৱস্থাত কি খোৱাম বুলি মাতি আহিছিলি? ভাগ্যে গাঁৱৰ সেই সৰু দোকানখনত দৌৰ মাৰি গৈয়েই চাহ বিস্কুট কেইটা পালো বুলিহে ৰক্ষা। নহ'লে অলপটো লাজ পালোহেঁতেন নে? জলপান খাই যাম বুলি বহি থকাহেঁতেন আমাৰ গতি কি হ'লহেঁতেন, এবাৰ ভাবি চাইছনে? আজিৰ পৰা খেল চাবলৈ যাওঁ বুলি কবি, তোৰ দুইটা ঠেং ভাঙি পেলাই নথওঁ যদি এইজনী তোৰ মাৰেই নহওঁ।" বকি বকি মাক ভিতৰ সোমাই গ'ল।

জাহ্নবীয়ে ও বস্তুবোৰ আতপিত লগাই থৈ নিজৰ কোঠাত সোমাই দৰ্জা বন্ধ কৰি বিচনাত পৰিল। মাকৰ অবাচ্য ভাষাৰে পৰা গালিও তাই নিৰৱে শুনিব লগা হ'ল। মাকৰ প্ৰশ্নৰ উত্তৰ দিবলৈ আজি তাইৰ ওচৰত কোনো ভাষাই নাছিল। তাই সেইদিনা নিমন্ত্ৰণ কৰি অহা নাছিল বুলিতো মিছা মাতিব নোৱাৰে। ইমান মখাক নিমন্ত্ৰণ কৰি অহা নাছিলো, মাত্ৰ এজনক, তাই মনৰ মানুহজনক, যিজনে মাত্ৰ এঘন্টা সময়ৰ বাবে দৰ্শন দিয়েই তাইৰ মন-প্ৰাণ সকলো হৰণ কৰি নিছিল। সেই ফুলবৰ নামৰ পাহুৱাল ডেকা জনকহে নিমন্ত্ৰণ জনাই আহিছিলো বুলিনো মাকৰ আগত খুলি কব পাৰি? নোৱাৰি।

তাইও নোৱাৰে। ফুলবৰ নামৰ সেই ফুটবল খেলুৱৈ জনৰ উন্নত বাহু যুগলে তাইক কেনেকৈ আহ্বান জনাইছিল, তাৰ সেই ঘামত তিতি, ৰ'দত জিলমিলাই উঠা বহল বুকুখনিয়ে কেনেকৈ তাইক আকৰ্ষণ কৰিছিল, মাকক তাই বুজাই ক'ব নোৱাৰে। আৰু এইটোও তাই বুজাই ক'ব নোৱাৰে যে ফুলবৰ নামৰ সেই ডেকা জনক চাহ-জলপান খোৱাবৰ বাবে নহয়, তাইৰ অন্তৰৰ পৰা হিয়া উজাৰি প্ৰেম নিবেদন জনাম বুলিহে নিমন্ত্ৰণ জনাই আহিছিল। কিন্তু সকলো মিছা হ'ল। তাইৰ অন্তৰৰ আকুল আহ্বান বুজি নোপোৱা সেই ভুচুং পছুটোৱে যে আজি এইখন অঘটন ঘটাব তাইনো বাৰু কেনেকৈ ভাবিব পাৰে? তাই ভাৱ সাগৰত ডুব গ'ল।

জাহ্নৱীয়ে অন্তৰৰ কামনা-বাসনা অন্তৰতে বান্ধিলৈ ফুৰোতেই বহুত দিন পাৰ হৈ গ'ল। ফুলবৰৰ লগত দেখাদেখি নাই। এদিন হঠাৎ লক্ষীমপুৰৰ বান্ধৱী এজনীৰ ঘৰত বিয়া খাবলৈ গৈ, সেই বিয়াঘৰতে তাই ফুলবৰক লগপাই গ'ল। বিয়া ঘৰৰ উগুল-থুগুলৰ মাজতে তাই চলবুজি ফুলবৰৰ লগত দুই চাৰিটা ভাল-বেয়া জাতীয় সৰু-সুৰা কথা বিনিময় কৰিয়েই দুইটাই লগ এৰা এৰি হ'ব লগা হ'ল। ৰাতিলৈ দৰা আদৰিবৰ পৰত, বেছি হুলস্থূলৰ সুবিধালৈ জাহ্নৱীয়ে ফুলবৰক হাতত ধৰি আন্ধাৰ আৰু আঁওহতীয়া ঠাই টুকুৰালৈ টানিলৈ গ'ল। সেই ঘন আন্ধাৰে আবৰি ৰখা নিৰ্জন ঠাই টুকুৰাত উপস্থিত হৈয়েই প্ৰথমে তাই ফুলবৰক প্ৰশ্ন কৰিলে — সেইদিনা আপোনাকহে মই মাত্ৰ নিমন্ত্ৰণ জনাইছিলো। আপুনি ইমান মখা ল'ৰা লগতলৈ আমাৰ ঘৰত উপস্থিত হ'বলৈ কিহে পাইছিল?

ছোৱালীজনীৰ প্ৰশ্ন শুনি তাৰ হাঁহি উঠি গ'ল। সি উচ্চস্বৰে হাঁহি হাঁহি ক'লে— "ধেৎতেৰি, মই আকৌ ভাবিছিলো, তুমি মোক কিবা প্ৰেম পিৰিতি জাতীয় কথা পাতিবলৈহে ইয়ালৈ মাতি আনিছা বুলি? বিয়াঘৰৰ মতা-মাইকী, ল'ৰা-ছোৱালী, ডেকা-গাভৰু সকলোৱে প্ৰস্ৰাৱ কৰা এই ঠাই টুকুৰালৈ সেই সামান্য কথাটো সুধিবলৈকে মোক টানি আনিব লাগেনে? তুমি আৰু বেলেগ ঠাই বিচাৰি নাপালা? ব'লা ৰভা তলৰ লাইটৰ পোহৰত বহি আৰামত এইবোৰ কথা পাতোগৈ। এই ঠাইত আৰু কিছুপৰ ঠিয় হৈ থাকিলে মোৰ বমি হৈ যাব।" —এই বুলি কৈয়েই আঁক থুই কৈ থু এটুপাল পেলাই সি জাহ্নৱীক সৰু ছোৱালী এজনীক দাণ্ডি অনাৰ দৰে ডাংকোলাকৈ আনি একেচাতে ৰভাতল পোৱালেহি। প্ৰথমতে ঘটনাটো কি হ'ল তাই ততেই ধৰিব নোৱাৰিলে। যেতিয়া তাইক আনি একেবাৰে ৰভাঘৰৰ মাজৰ খালী চকী এখনত বহোৱাই দিলেহি, তাই লাজ, খং আৰু অপমানত মৰি যাওঁ যেন লাগিল। ওচৰত দ্বিতীয়খন আৰু খালী চকী নাছিল। গতিকে সি তাৰ বাবে চকী এখন আনিবলৈ গৈ কিছুপৰৰ পিছত ঘূৰি আহি দেখে যে সি বহোৱাই থৈ যোৱা চকীত ছোৱালীজনী নাই। নাই মানে নায়েই। গোটেই ৰাতিটো সম্পূৰ্ণ বিয়া ঘৰখন সি পিত্-পিত্ পাত পাতকৈ বিচাৰিও জাহ্নৱী নামৰ ছোৱালীজনীৰ ছাঁটোকে

দেখা নাপালে। তাৰ মনটো বৰ বেয়া লাগিল।

বিয়াখাই ঘৰলৈ আহি এদিন জাহ্নবীক লগ কৰিবলৈ বুলি সি ঘৰৰ পৰা ওলাই গ'ল। দূৰৰ পৰাই জাহ্নবীক তাইৰ ঘৰৰ বাৰান্দাতে বহি কিতাপ পঢ়ি থকা দেখা পাই তাৰ মনটো ভাল লাগিল। সি গহীন খোজেৰে আগুৱাই গৈ জাহ্নবীৰ সন্মুখত ঠিয় হ'লগৈ। পঢ়াত ব্যস্ত থকা জাহ্নবীক মাত দিয়াৰ লগে লগে, সন্মুখত বাঘ এটা দেখি ভয় খোৱাৰ দৰে, তাইও সন্মুখত ফুলবৰক দেখাপাই মেলা কিতাপ মেলাতে এৰি তৰা-নৰা ছিঙি বাৰীৰ ফালে দৌৰ মাৰিলে। সি তাইক লগ পাবলৈ এঘন্টা সময় অপেক্ষা কৰিলে। কিন্তু জাহ্নবীয়ে তাক দেখা নকৰিলে। তাইৰ মাকেহে তাক আতৌ পুতৌ কৰি তাৰ লগত চিনাকি হৈ জা-জলপান খোৱাই বোৱাই বিদায় দিলে। জাহ্নবীক আৰু কোনোদিন ফুলবৰে দেখা পোৱা নাই। বেচেৰীজনীৰ কথা মনত পৰিলে তাৰ অন্তৰ কান্দি উঠে। ❖

# দুই

ফুলবৰৰ দেউতাক মিলাইয়ে ঘৰখন চলোৱাৰ সম্পূৰ্ণ দায়িত্ব বৰ পুতেক মোহনক গতাই, এতিয়া সকাম নিকাম খাই ঘুৰি ফুৰি নানাধৰণৰ ধৰ্ম্ম আলোচনাত ব্যস্ত থাকিয়েই সময়বোৰ পাৰ কৰি দিছে। তেওঁ ঘৰখনৰ প্ৰতি একপ্ৰকাৰ পিঠি দিয়া নিচিনাই হ'ল। গতিকে ককায়েক আৰু বৌৱেকেই ঘৰখনৰ উঠি ৰজা বহি ৰজা। সেয়েহে মেট্ৰিকৰ ৰিজাল্ট দিয়াৰ পিচত এদিন ককায়েকৰ কাষতে বহিলৈ ক'লে " ককাইদেউ, মোক এতিয়া কোন কলেজত পঢ়াম বুলি ভাবিছা? তিনিটা বিষয়ত লেটাৰ মাৰ্ক পাই পাচ কৰিছো যেতিয়া মই ডিব্ৰুগড় বা গুৱাহাটী কলেজতহে পঢ়িবলৈ ইচ্ছা কৰিছো। টকা পইচাৰ কাৰণেও আমাৰ সিমান চিন্তা কৰিব লগা কাৰণ নাই। গতিকে ওচৰৰ কলেজত পঢ়িবলৈ কিন্তু মোৰ মন অলপো নাই। তুমি এতিয়া কি বুলি কোৱা?"

শিক্ষা-দীক্ষা মূল নুবুজা ককায়েকে তাৰ উচ্চ আকাঙ্খাত চেচাপানী ঢালি দি ক'লে — "থ থ মেট্ৰিকটো যে পাচ কৰিলি সেয়ে বহুত। আকৌ কলেজত পঢ়ি টকা এসোপা পানীত পেলাব নালাগে। ইমান দিনে স্কুল, খেল-ধেমালি, মেল-মিটিং মাৰিয়েই দিনবোৰ কটালি। এতিয়া পঢ়া কঁথা বাদ দি হালত ধৰ। মই অকলে খেতি পথাৰ চম্ভালি ইমানডাল ডেকা ল'ৰাক পুহি থাকিব নোৱাৰো।" ককায়েকৰ কটুবচন শুনি ফুলবৰে মনত আঘাট পালে যদিও তাক পঢ়াত বাধা নিদিবলৈ পুনৰ সি এবাৰ অনুৰোধ কৰি চালে। সেই অনুৰোধত ককায়েকৰ মন গলক চাৰি শিলৰ দৰে কঠিন হৈহে পৰিল। তাক নানাধৰণৰ গালি শপনি পাৰিবলৈ আৰম্ভ কৰি দিলে। তাৰ উজ্জ্বল ভৱিষ্যতক বাধা প্ৰদান কৰিবলৈ যোৱাৰ কাৰণে খং উঠি সিও ককায়েকক দুই এটা কথা শুনালে। সেই সময়তে বৌৱেকজনীও ভিতৰৰ পৰা ওলাই আহি ককায়েকৰ ফলিয়াহে কৰ্কশ বচনেৰে ফুলবৰক গালি পাৰিবলৈ লাগি গ'ল। "গাখীৰ খোৱাই খোৱাই তোক আমি সাপহে

পোহিছো। বাপেৰ মাৰৰ মৰম চেনেহ্ পাই পাই তই একেবাৰে আমাৰ মূৰত উঠিবলৈ বিচাৰিছ। ইমানখিনিলৈকে পঢ়োৱাৰ পিছতো আকৌ কলেজত পঢ়োৱাব লাগে। হাল কোৰ মাৰি ঘৰত দুপইচা ইনকম কৰিবলৈ মন নাই যদি ঘৰৰ পৰা বাহিৰহৈ যা" বুলি মুখেৰে কৈ বৌৱেকে তাক গটা এটা মাৰি ফুঁ ফুঁকৈ ভিতৰ সোমাই গ'ল। ককায়েক বৌৱেকৰ মতলব বুজিব পাৰি জেদী ফুলবৰে যি সাজ কাপোৰ পিন্ধি আছিল সেই সাজেই ঘৰৰ পৰা ওলাই আহিল। গাঁৱৰে সবাহ্ এটালৈ ওলাই যোৱা মাক-বাপেকক ঘৰ আহি সোমাবলৈও সি বাট নাচালে। একে চাতে গৈ সি ঢকুৱাখানাৰ বন্ধুৱেক এজনৰ ঘৰত উঠিলগৈ। পিছদিনা সেই বন্ধুৱেক জনৰ পৰাই টকা কেইশমান ধাৰৰৈলে ব্ৰহ্মপুত্ৰ পাৰহৈ শিৱসাগৰ নগৰত উপস্থিত হ'লগৈ।

খণ্ডৰ ভমকত ঘৰ এৰি আহি শিৱসাগৰ পালেহি হয়, পিছে এই অচিন নগৰত সি এতিয়া কৰে কি? যাব ক'লৈ? খাব কি? তাক নানাধৰণৰ চিন্তাই হেঁচামাৰি ধৰিলে। কিংকৰ্ত্তব্যবিমূৰত পৰি টলৌ টলৌ কৈ সি ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰোতেই শিৱসাগৰ দৌলটোৰ ওচৰত পকেট মৰা জাতীয় ডকাইট এটাৰ পাল্লাত পৰিব লগা হ'ল। ডকাইটটোৱে তাক "ঐ ল'ৰা এইফালে আহ" বুলি গছ এজোপাৰ তলত বৈ থকা আওঁহতীয়া ঠাই এটুকুৰালৈ হাতবাউল দি মাতিলে। কোনো ভয়-ভীত নকৰি সিও আগুৱাই গৈ মানুহটোৰ সন্মুখত হাজিৰ হ'লগৈ। মানুহটোৱে প্ৰশ্ন কৰিলে "তোৰ ঘৰ ক'ত?"

সিও নিৰ্ভয়ে উত্তৰ দিলে "উত্তৰ পাৰত।"

ঃ কি কামত ইয়ালৈ আহিছ?

ঃ চাকৰি বিচাৰি।

ঃ জেপত কিমান টকা আছে?

ঃ নাই মাত্ৰ টকা দুশ আছে।

ঃ চাও, উলিয়া। মই চাম।

ফুলবৰে তাৰ ওপৰৰ পকেটৰ পৰা টকা দুশ উলিয়াই ডকাইটটোক দেখুৱালে। ডকাইটটোৱে থাপমাৰি তাৰ হাতৰ পৰা টকা দুশ কাঢ়িলৈ তাক আঁতৰি যাবলৈ নিৰ্দ্দেশ দিলে। মানুহটোৰ কাৰুকাৰ্য দেখি তাৰ আৰু বুজিবলৈ বাকী নাথাকিল যে এইটো এটা দিন ডকাইটেই হয়। ডকাইটটোৱে তাক আতৰি যাবলৈ নিৰ্দ্দেশ দিছে যদিও তাৰ একমাত্ৰ লগৰীয়া টকা দুশ এৰি সি আঁতৰি যাব নোৱাৰে। সি তাক টকা দুশ ঘূৰাই দিবলৈ ক'লে। পেটুকনা ল'ৰাটোৰ সাহস দেখি ডকাইটটোৱে তাক দুই ঠাপৰমান লগাবলৈ খেদি আহিল। ফুলবৰেও টকা দুশ হেৰুৱাই খণ্ডত স্থান, কাল পাত্ৰ পাহৰি একে জাপে গৈ ডকাইটটোৰ ডিঙিত চেপা মাৰি ধৰি তাৰ টকা দুশ বাহিৰ কৰিবলৈ আদেশ দিলে। ডকাইটটোৱেও প্ৰতি আক্ৰমণ কৰিবলৈ জেপৰ পৰা চুৰি এখন উলিয়াই আনি তাক আঘাট কৰিবলৈ সাজু হ'ল। কথা বিষম দেখি ফুলবৰে তাক একে ঘোচাই মাটিত বগৰাইলৈ তাৰ হাতৰ

পৰা চুৰিখন কাঢ়িলে নাক মুখ জপতিয়াই ঘোচাৰ পিছত ঘোচা লগাবলৈ ধৰিলে। ডিউটিত থকা পুলিচ এটাই এই দৃশ্য দেখি হুইচেল বজাই বজাই লগৰ কেইটাক বিপদৰ সঙ্কেত দি খেদামাৰি গৈ ফুলবৰক ধৰি বান্ধি পেলালে। হুইচেলৰ মাত শুনি চাৰি পাঁচটামান পুলিচ আহি ঘটনা স্থলীত উপস্থিত হ'লহি। অফিচাৰ জাতীয় পুলিচ এটাও খৰ খেদাকৈ আহি পাই কোনো সুধপুছ নকৰাকৈ পুলিচটোৱে বান্ধি ৰখা ফুলবৰক দুই চৰ লগাই এৰেষ্ট কৰি থানালৈ লৈ যাবলৈ পুলিচ কেইটাক হুকুম দিলে। ইতিমধ্যে ঘটনাটোনো কি হৈছে বুজ লবলৈ এটি দুটিকৈ মানুহ গোট খাওঁতে খাওঁতে খন্তেকতে ঠাই টুকুৰা মানুহেৰে ভৰি পৰিল। অফিচাৰৰ হুকুম পাই পুলিচ কেইটাই ফুলবৰৰ হাতত হেণ্ডকাপ পিন্ধাই "গুণ্ডা দেখাব আহিছ, বল থানালৈ। তাত গুণ্ডাগিৰি দেখুওৱা মজা পালি পাবি" বুলি তাৰ পিঠিত একচাত লগাই চোৰ গৰু এটাক পাউণ্ডত দিবলৈ খেদি নিয়াৰ দৰে ফুলবৰকো খেদি নিবলৈ ধৰিলে। এনেতে উনী সুতাৰে গঠা দীঘল টুপি পিন্ধা ওখ শকত-আৱত মানুহ এজনে পুলিচ কেইটাৰ সন্মুখত ঠিয়হৈ গলগলিয়া মাতেৰে ক'লে — "হেৰি শান্তিৰক্ষক মহোদয় সকল, আপোনালোকে দোষীক এৰি নিৰ্দোষী ল'ৰাটোক কিয় মাৰকিল কৰি থানালৈ নিব বিচাৰিছে? অতি সোনকালে , এই ল'ৰাটোক এৰি দি সৌ ককালত হাতুদি পজধৰি থকা গুণ্ডাটোক ধৰি নি লক্ আপত ভৰাই থওকগৈ।" সিহঁতৰ শান্তি-শৃঙ্খলা কামত বাধা দিওঁতা মানুহজনৰ ওচৰলৈ, ভাওনাত ভীমৰ ভাও দিয়া অভিনেতা জনৰ আৰ্হিত অফিচাৰ জাতীয় পুলিচটোৱে যুদ্ধংদেহী ভাৱত বাহু তুলি তুলি আগুৱাই গৈ প্ৰশ্ন কৰিলে — 'মোক ঘূৰাই হুকুম দিবলৈ তুমি কোনহে? কোন দোষী কোন নিৰ্দোষী তুমি আমাক শিকাব নালাগে। ভালে ভালে সন্মুখৰ পৰা আঁতৰি যোৱা। নহ'লে আমাৰ কামত বাধা দিয়াৰ ফল ভোগ কৰিবলৈ পাবা।'

অফিচাৰটোৰ কথা শুনি মানুহজনৰ ইমান ডাঙৰকৈ হাঁহি উঠি গ'ল যে হাঁহি হাঁহি মানুহজন যেন ফাটিহে পৰিব। হাঁহি হাঁহিয়েই মানুহজনে ক'লে "মাননীয় পুলিচ অফিচাৰ মহোদয়, তাৰমানে মই সঁচা কথাবোৰ কোৱাৰ কাৰণে মোকো আপুনি এৰেষ্ট কৰি থানালৈ চুচৰাই নিয়াৰ মন মেলিছে, নহয় জানো? মোক আপোনালোকে অসমৰ যিকোনো থানালৈকে ধৰি নিনিয়ক কিয়, কোনো এখন থানাই মোক গ্ৰহণ নকৰিব। ওলোটাই আপোনালোক কেইজনৰে পুলিচৰ চাকৰিটো বচাবলৈ টনাটনি হ'ব। হেনজানি মোক এৰেষ্ট কৰাৰ চিন্তা বাদদি মই কোৱামতেই কাম কৰক।"

মানুহজনৰ কথাত পুলিচ অফিচাৰজন অলপ দমি গ'ল। এইবাৰ বিনীত সুৰত সুধিলে "আপুনি কোন জানিব পাৰোনে?" মানুহজনে শান্তভাৱে নেদেখুৱাই খঙেৰেই ক'লে — "মই কোন, সেই কথা জনোৱাৰ আগতেই মই আপোনাৰ পৰা জানিব বিচাৰিছো, সেই দিন ডকাইটটোৰ লগত আপোনাৰ সম্বন্ধ কি? সি ডকাইট কৰি পোৱা টকাৰ কিমান শতাংশ কমিচন আপোনালোকে পাই। আৰু এই সৰু টাউন খনত এনে জাতীয় গুণ্ডা

কেইটা পোহপাল দি ৰাখিছে? সঠিক হিচাবটো মোক দিবনে?"

পুলিচ অফিচাৰটোৱে সেমেনা-সেমেনি কৰি উত্তৰ দিলে—" নাই, নাই এটাও নাই।"

মানুহজনে খঙত চকু ৰঙা কৰি প্ৰশ্ন কৰিলে — "নাই, তেন্তে এইটো ক'ৰপৰা ওলাল? ইমান গাল পুলিচে পুৱাৰে পৰা এইখিনিতে ঘূৰা ঘূৰি কৰি থাকিও কিয় ইয়াক ধৰা নাই? আপোনালোকে কি ঘোঁৰা ঘাঁহ কাটিবলৈ চৰকাৰী এই সন্মানীয় সাজযোৰ পিন্ধি টহলদি ফুৰিছে? মই এই ঠাইত উপস্থিত হোৱা মাত্ৰ দুঘন্টা সময়হে হৈছে। এই কম সময়ৰ ভিতৰতে এই ডকাইটটোৱে চাৰিজন যাত্ৰীৰ পৰা টকা কাঢ়ি লোৱা মই দেখিছো। আপোনালোকে দেখা নাই? কথা ক'বলৈ আহিছে। কি নাম আপোনাৰ?"

পুলিচ অফিচাৰটোৱে ভয়ে ভয়ে উত্তৰ দিলে — "পবিত্ৰ, পবিত্ৰ ডেকা।"

মানুহজনে ঢেক্ ঢেক্কৈ হাঁহি ক'লে— "নামটো লৈছে পবিত্ৰ, কামবোৰ কৰি ফুৰিছে অপবিত্ৰ। আপোনাসবৰ লালিত-পালিত এই ডকাইটটোৱে, এই সাহসী ল'ৰাটিৰ পৰা টকা কাঢ়ি লোৱা মই স্বচক্ষে দেখিছো। বেচেৰা আপোনালোকৰ এই পোহনীয়া ভতুৱা কুকুৰটোৰ আজি কপাল বেয়া। সি মানুহ নিৰ্বাচন কৰাত ভুল কৰিলে। এই সৎ সাহসী ল'ৰাটোৰ জেপত হাত দিলে। তাৰ ফলস্বৰূপেই ডাকুটিৰ মুখমণ্ডল ফাটি তেজ বাহিৰ হৈ গ'ল। আপুনিও নিশ্চয় শুনিছে যে এশ গৰু মাৰিলে বাঘৰো মৃত্যু হয়। এতিয়া আপুনি কওকচোন দোষী কোন? অন্যায় কৰাজন দোষী নে অন্যায়ৰ প্ৰতিবাদ কৰাজন দোষী?" প্ৰশ্নটো কৰি মানুহজনে ঘৃপাকৈ পুলিচ অফিচাৰটোৰ মুখলৈ চালে। মানুহজনৰ সেই দৃষ্টি সহ্য কৰিব নোৱাৰি তলমূৰ কৰিলে। তেতিয়া মানুহজনে পুনৰ ক'লে "মই জানো আপোনালোকে মোৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। কোনো দুৰ্নীতিপৰায়ণলোকে মোৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে বুলি। কোনো দুৰ্নীতিপৰায়ণলোকেই সৎ কথাত শুদ্ধ উত্তৰ দিব নোৱাৰে। দুৰ্নীতিয়েই আপোনালোকৰ বাবে নীতি, অসৎলোকেই আপোনালোকৰ পৰম বান্ধৱ। বাৰু এতিয়া সেইবোৰ কথা বাদ দিলো। সদ্যহতে আপোনালোকৰ চাকৰিটোৰ প্ৰতি যদি মমতা আছে তেন্তে, এই ল'ৰাটোৰ হাতৰ পৰা লৌহ খাৰুযোৰ খুলি, সৌ দিন ডকাইটটোৰ হাতত পিন্ধাওক। লগতে এই ল'ৰাটিৰ হাতৰ পৰা কাঢ়িলোৱা টকা কেইটা উদ্ধাৰ কৰা ব্যৱস্থা কৰক।"

ফুলবৰক ধৰিথকা পুলিচটোৱে তাৰ হাতত পিন্ধোৱা হেণ্ডকাপযোৰ খুলি থাকিয়েই সুধিলে— "তোমাৰ হাতৰ পৰা সেই মানুহজনে কিমান টকা লৈছিল, ভাইটি?"

ঃ দুশ টকা, ফুলবৰে চমু উত্তৰ দিলে।

"মা. . .ত্ৰ . . দু. . . শ টকা? সেই টকা দুশৰ কাৰণেই তুমি মানুহটোক মাৰি পেলাব খুজিছিলা?" পুলিচটোৱে বৰ তাচিল্য সুৰত কথা কেইটা উচ্চাৰণ কৰিলে।

মানুহজনে সেই পুলিচটোৰ ওচৰচাপি গৈ বাঘৰ দৰে গৰজি উঠিল। "চুপ

কৰ, অলগদ্ধ পুলিচ। ইমান ভেণ্ডুচালি কৰি কথা নক'বি। তোৰ বাবে সেই দুশ টকাৰ কোনো মূল্য নহ'ব পাৰে কিন্তু সেই ল'ৰাটিৰ বাবে তাৰ মূল্য বহুত। টকাৰ মূল্য বুজি নাপাৱ যদি কিহৰ আশাত চাকৰি কৰি মৰিচহি। কি নাম তোৰ?"

মানুহজনৰ গোজৰণীত পুলিচটো চক্‌খাই উঠিল। সি ভয়ে ভয়ে উত্তৰ দিলে — "মোৰ, মোৰ নাম ৰাজীৱ, চাৰ, ৰাজীৱ খাটনিয়াৰ ছাৰ।"

বেচ, পবিত্ৰ আৰু ৰাজীৱ। নাম দুটা মোৰ মনত থাকিব। এতিয়া পুলিচ অফিচাৰ মহোদয় আপোনালোকৰ ডিউটি পালন কৰক। মই ল'ৰাটিকৈলৈ সৌ ডাঙৰ গছজোপাৰ তলত বান্ধি থোৱা মোৰ হাতী দুটাৰ ওচৰলৈ যাওঁ। অলপ পিছতে মই আপোনালোকৰ এছ. পি. আহমেদ আৰু ডি. এচ. পি. চহৰীয়াৰ লগত টেলিফোনেৰে কথা হ'ম। তেখেতলোক দুজনৰ মুখেই মই কোন জানিবপাৰিব। বৰ্ত্তমান ইমানকে জানি থওক যে মই এটা বাঘ। মানুহে মোক টাইগাৰ মেজিষ্ট্ৰেট বুলিয়েই জানে। কথা কেইটা কৈ ফুলবৰৰ হাতত ধৰি মানুহৰ জোম ফালি ফালি ওলাই আহি পকা ৰাষ্টাত ভৰি দিলেহি। পিছফালৰ পৰা পুলিচ অফিচাৰটোৱে চিঞৰিলে — "ছাৰ, ছাৰ টকা দুশ লৈ যাওঁক। ছাৰ....।"

মানুহজনে একে গতিৰে হাতী দুটাৰ ফালে আগুৱাই গৈ থাকিল। চিঞৰা পুলিচটোৰ ফালে ঘূৰিও নাচালে আৰু একো উত্তৰও নিদিলে। তেওঁলোক গৈ গৈ একেবাৰে হাতী দুটাৰ কাষ পালেগৈ। পৌৰ নিগম সমিতিয়ে যাত্ৰী জিৰাবলৈ ৰাষ্টাৰ দাঁতিত বনাই দিয়া পকী বেঞ্চ এখনত ফুলবৰক বহিবলৈ দি পকা আপেল এটা তাৰফালে আগবঢ়াই দি মানুহজনো ফুলবৰৰ কাষতে বহিল। কোনো আপত্তি নকৰাকৈ ফুলবৰে মকতা মকতে আপেলটো খালে। তাৰ খাৱন দেখি মানুহজনে বুজিলে, লৰাটিৰ খুউব ভোক লাগিছে। ৰাতিপুৱাৰ পৰা চাগৈ একো এটাই তাৰ পেটত পৰা নাই। সেয়েহে মানুহজন তাৰ কাষৰ পৰা উঠি গৈ গছজোপাৰ ছাঁত দীঘলদি পৰি থকা মাউত দুটাৰ কাষৰ পৰা পকা আপেলেৰে পৰিপূৰ্ণ হৈ থকা আপেলৰ মোনাটো দাঙি আনি ফুলবৰৰ সন্মুখত থৈ ক'লে— "তোমাৰ চাগে খুব ভোক লাগিছে। পুৱাৰে পৰা একো খোৱা নাই নিশ্চয়। বৰ্তমান এই মোনাটোৰ পৰা আপেলকে কেইটামান খোৱা। তাৰপিছত আমি চা-চিনাকি হ'ম।"

ফুলবৰৰ সঁচাকৈয়ে ভোক লাগিছিল। সি বিনা বাক্যে সেই মৰমীয়াল মানুহজনে আগবঢ়াই দিয়া মোনাটোৰ পৰা চাৰিটা আপেল খালে। তাৰপিছত মুখখন ৰুমাল এখনেৰে মচিলৈ তাৰফালে চাই হাঁহি থকা মানুহজনক সুধিলে, ঃ দেউতা আপুনি এটা অচিনাকি ল'ৰাক নিজৰ পুত্ৰৰ দৰে ইমান কিয় মৰম কৰিছে?

মানুহজনে গহীনাই ক'লে— "মই তোমাক মৰম কৰা নাই । মোৰ কৰ্ত্তব্যহে পালন কৰিছো। তুমি বিপদত পৰিছিলা, মই উদ্ধাৰ কৰিলো। তোমাৰ ভোক লাগিছিল; মই খাবলৈ দিছো। বচ? ইয়াত আকৌ মৰম চেনেহৰ কথাটো ক'ৰ পৰা আহিল। বাৰু

তোমাৰ খাই হ'ল যেতিয়া তোমাৰ পৰিচয়টো মোক দিয়াচোন ?"

ফুলবৰে বিনীত ভাবে নিজৰ নাম ধাম ঠিকনা কৈ শেষত সি যে ককায়েক-বৌয়েকৰ লগত কাজিয়া কৰি দক্ষিণ পাৰলৈ গুছি আহিছে, সকলো বিৱৰি ক'লে। লগতে এইটোও জনালে যে সি আৰু পুনৰ উত্তৰ পাৰলৈ ঘূৰি নাযাওঁ বুলিয়েই মনবান্ধি আহিছে। এই পাৰতে কাৰোবাৰ ঘৰত হালোৱা, জালোৱা হৈয়েই জীৱনটো কটাব। মাত্ৰ নজনালে তাৰ শিক্ষা-দীক্ষা কথা । তাৰ আধৰুৱা শিক্ষাৰ কথা আনৰ আগত জনায়েই বা কি লাভ ? সেয়েহে সি তাৰ শিক্ষাগত অৰ্হতাৰ বিষয়ে জানিবলৈ বিচৰাত "মই শিক্ষাৰ দিশত আলুগুটি দেউতা," বুলি হাঁহি হাঁহি জনাবলৈ দ্বিধাবোধ কৰিলে। ফুলবৰৰ কথাবোৰ শুনি বহুতপৰ তলকা মাৰি থাকি এবাৰ ফুলবৰৰ মুখলৈ চাই সুধিলে — ঃ তুমি হাতী চলাব পাৰিবা।

ঃ শিকাই দিলে পাৰিম দেউতা। সি তপৰাই উত্তৰ দিলে ?

ঃ সেই কামৰ বাবে তোমাক কিমান দা-দৰমহা লাগিব ?

ঃ থকা, খোৱা আৰু পিন্ধা এই তিনিপদ বস্তু দিলেই হ'ব।

ঃ তুমি সঁচাই কৈছা নে ?

ঃ হয় দেউতা, মই আপোনাৰ চৰণ চুই শপত খাই কৈছো আপুনি যদি মোক হাতীৰ মাউত হিচাবে ৰাখে, তেন্তে মই তাতকৈ অধিক একো নিবিচাৰো। আপুনি আজি মোক যিটো বিপদৰ পৰা উদ্ধাৰ কৰি আনিলে, সেই গুণ মই জীৱনত কোনোদিন পাহৰিব নোৱাৰিম। দয়াকৰি আপুনি আজিৰ পৰা মোক অবৈতনিক ভৃত্য বুলি গ্ৰহণ কৰক বুলি কৈ মানুহজনৰ ভৰিত দীঘল দি পৰিল। মানুহজনে তাৰ দুই বাহুত ধৰি ঠিয় কৰাই লৈ ক'লে — "হয় নেকি ? মই তেন্তে আজিৰ পৰা তোমাক মাউত হিচাবে নহয়, ভৃত্য হিচাবেও নহয়, মোৰ আদৰৰ পুত্ৰ হিচাবে গ্ৰহণ কৰিলো। মোৰ কোনো পুত্ৰ নাছিল। আজিৰ পৰা তুমি মোৰ পুত্ৰ হ'লা। ঘৰত তোমাৰ চৈধ্য বছৰীয়া ভনীয়েৰা এজনী আছে। তাইৰ লগত মিলিজুলি থাকিবা। এই বুলি কৈ মনৰ আবেগত ফুলবৰক সাবটি ধৰিলে। ফুলবৰেও মানুহজনৰ চৰণ চুই শপত ললে " আজিৰ পৰা মই আপোনাক পিতৃ, নেদেখা আইজনীক মা আৰু আপোনাৰ একমাত্ৰ কন্যাজনীক ভনী হিচাবে গ্ৰহণ কৰিলো।" মানুহজনৰ দুচকুৰ পৰা দুটোপাল অশ্ৰু বাগৰি আহি ফুলবৰৰ মূৰত পৰিল। সি সেই অশ্ৰু দুটোপাল আৰ্শীবাদ বুলি মানিলৈ আনন্দিত হ'ল। ❖❖

# তিনি

পিছদিনা আবেলি পৰত ফুলবৰ সহ হাতী দুটাক লৈ মানুহজন নিজা গৃহ ডিব্ৰুগড়ৰ নালিয়াপুল পালেগৈ। ঘৰ আহি পায়েই বাঘ উকিল ওৰফে টাইগাৰ মেজিষ্ট্ৰেট ওৰফে চন্দ্ৰপ্ৰসাদ দেউৰীয়ে হাতী দুটাৰ দায়িত্ব মাউত দুটাৰ হাতত গটাই ফুলবৰক মাতিনি ড্ৰইংৰুমত বহুৱালেগৈ। নিজেও চকী এখনত বহিল। সুদীৰ্ঘ পোন্ধৰটা দিন আঁতৰি থকা বাপেকটোক দেখা পাই সুপ্ৰিয়াই দৌৰি আহি বাপেকৰ কোলাত বহিলহি। চন্দ্ৰপ্ৰসাদে একমাত্ৰ জীয়েকজনীক মূৰে গাৰে এবাৰ হাত বোলাই ওচৰতে বহি থকা ফুলবৰক দেখুৱাই ক'লে— "মাজনী, তুমি সদায় তোমাক ফুৰাবলৈ নিবৰ বাবে ককাইদেউ এজন নাই বুলি দুখ কৰি থাকা নহয়, সেই বাবে মই আজি তোমালৈ ধুনীয়া ককায়েৰাক বিচাৰি লৈ আহিছোঁ। এওঁৱেই আজিৰ পৰা তোমাৰ সকলো কামতে সহায় কৰি দিব। তুমি এওঁক সদায় নিজৰ ককাইদেউ হিচাবে জ্ঞান কৰি চলিবা। তোমাৰ ককায়েৰাটো অতি নম্ৰ আৰু ভদ্ৰ ল'ৰা মাজনী। যোৱা এতিয়া ককাইদেউৰাক তোমাৰ কোঠাটো দেখুৱাই দিয়াগৈ আৰু ককাইদেউৰাক কোনটো কোঠা দিবা তুমি নিজেই পচন্দ কৰি আৰাম কৰিবলৈ দিয়াগৈ।"

বাপেকৰ কথা পালন কৰি সুপ্ৰিয়াই লাজ লাজ ভাবত ফুলবৰক আঙুলি এটাত ধৰি "আহক দাদা, ভিতৰলৈ যাওঁ" বুলি মাতিলৈ গ'ল। কাষতে ঠিয়হৈ থকা পত্নী ইলাপ্ৰভাকো এই ল'ৰাটোক কেনেকৈ লগ পালে, তাৰ কথা-বতৰা আৰু তাৰ ব্যৱহাৰ পাতি কাৰ্যকাৰ্যত মুগ্ধহৈ কেনেকৈ পুত্ৰ মৰ্যদা দি ঘৰলৈ লৈ আহিল, সকলো বিৱৰি ক'লে। ল'ৰাটিৰ প্ৰথম দৰ্শনতে ইলাও মৰম লাগি গ'ল। পুত্ৰহীনা ইলাই সুশ্ৰী পুত্ৰ এটা অতি সহজতে লাভ কৰিবলৈ পাই সুখী হ'ল।

সেইদিনাৰ পৰা সুপ্ৰিয়াই ফুৰিবলৈ, খেলিবলৈ, স্কুলৰ গেটৰ মুখলৈকে আগবঢ়াই দিয়া মৰমীয়াল ককায়েক এটা পাই অতি সুখী হ'ল। তাইৰযে এই কেইদিন কি স্ফূৰ্তি। অন্যহাতে নিজৰ ঘৰখনৰ পিতৃ-মাতৃ, ককায়েক-বৌৱেকহঁতৰ পৰা কাহানিও নোপোৱা মৰম-স্নেহবোৰ চন্দ্ৰপ্ৰসাদ, ইলা আৰু সুপ্ৰিয়াৰ পৰা পাই ফুলবৰেও সুখী হ'ল। তাৰ বিশেষ কাম বুলিবলৈ একোৱেই নাই। সকলো কাম ভাগে ভাগে যথোৱা লগুৱা-লিগিৰী বিলাকেই কৰে। সি মাত্ৰ সুপ্ৰিয়াক লৈয়েই ব্যস্ত থাকিব লাগে। তাইক আবেলি পৰত

ফুৰাবলৈ নিয়া, স্কুললৈ যাবৰ পৰত কিতাপ পত্ৰ জাপি স্কুল বেগত ভৰাই দিয়া, স্কুলৰ গেটলৈকে আগবঢ়াই দিয়া, বচ ইমানেই। আজি কিছুদিনৰ পৰা অৱশ্যে সেইকেইটা কামৰে আৰু দুটা কাম কমিল। সুপ্ৰিয়াৰ লগৰ ছোৱালীবোৰে ককায়েক এটাক বডিগাৰ্ড লৈ স্কুললৈ অহা-যোৱা কৰা দেখি 'ভয় পাদুৰী' বুলি জোকাই। সেইবাবে সুপ্ৰিয়াই ককায়েকক সেই দুটা কামৰ পৰা ৰেহাই দিছে।

এইদৰে এমাহ দুমাহকৈ দুটা বছৰ পাৰহৈ গ'ল। এদিন পুৱা ভাগতে চন্দ্ৰপ্ৰসাদ আৰু ইলাক ড্ৰইংৰুমলৈ মাতি আনি দুয়োকো ওচৰা-ওচৰিকৈ দুখন চকীত বহোৱাইলৈ ফুলবৰে তেওঁলোকৰ ভৰি দুইযোৰৰ মাজতে লেপেটা কাঢ়ি বহিলৈ তাৰ মনৰ কথা কেইটামান নিবেদন কৰিলে। সি দুইজনৰ মুখলৈ চাই ক'লে — দেউতা আৰু মা! মোক আপোনালোকে ধোদৰ পচলা বনাব খুজিছে নেকি? মানুহজানো এনেকৈ জীয়াই থাকিব পাৰে? এনেধৰণৰ কৰ্ম্মহীন জীৱন কটাই মই অলপো ভাল পোৱা নাই। এনেকুৱা এলেহুৱা জীৱন কটাবলৈ দিয়াতকৈ মোক মাৰি পেলোৱাই ভাল। আপোনালোক দুয়োজনকে মই কাবৌ কৰি মাতিছো, মোক কিবা এটা কৰিবলৈ সুবিধা অলপ দিয়ক। নতুবা মাৰ ৰান্ধনী কামটোকে মোক দিয়ক। দেউতাৰ মেজিষ্ট্ৰেটৰ কামটো অৱশ্যে মই বলে নোৱাৰো।"

তাৰ কথা শুনি দুয়ো হাঁহিলে। হাঁহি হাঁহিয়েই চন্দ্ৰপ্ৰসাদে ক'লে— "তোমাকতো মই ভৃত্য কৰিবলৈ অনা নাই। মাৰাৰ চাকৰিটো পাবলৈ হ'লেও এবছৰ ডেৰবছৰ দিন মাৰাৰ পৰা প্ৰশিক্ষণ ল'ব লাগিব। প্ৰশিক্ষণত পাছ্ কৰিলেতো ভালেই, ফেল কৰিব লাগিলে সেইটোও নাপাবা। গতিকে সেইবোৰ চাকৰিৰ আশা বাদদি তুমি এটা কাম কৰিব পাৰা। আজৰি পৰত হাতী দুটাৰ ওচৰলৈ গৈ মাউট কেইটাই কি খুৱাইছে, কেনেকৈ বান্ধিছে, প্ৰতিদিনে গা-পা ধুৱাইছেনে নাই, সেইবোৰ খা-খবৰ লবগৈ পাৰা। হাতী দুটা আমাৰ বৰ মৰমৰ। সিহঁত দুটাই কষ্ট পোৱাতো মই নিবিচাৰো। গতিকে আজিৰ পৰা তোমাক হাতী দুটাৰ তদাৰকৰ দায়িত্বটো দিলো। এতিয়া উঠা আমাৰ ভৰি কেইটাক মুক্তি দিয়া।"

চন্দ্ৰপ্ৰসাদে দিয়া দায়িত্বটোকে সি মনে প্ৰাণে বিচাৰি আছিল। তাৰ অন্তৰৰ কথাবোৰ বুজি পাই তাক সেই দায়িত্ব অৰ্পন কৰাত সি নথৈ সুখী হ'ল। সৰু ল'ৰা এটাৰ দৰে দুইজনৰে ভৰি কেইটা বুকুৰ মাজত সাবটিলৈ 'হ'ব দেউতা', আপুনি দিয়া দায়িত্ব মই আজিৰ পৰা নতশিৰে গ্ৰহণ কৰিলো। হাতী দুটাক মই আপোনালোকে বিচৰাৰ দৰেই স্নেহ আৰু শুশ্ৰূষা কৰিম বুলি কৈ দুয়োকো সেৱা এটা এটা জনাই পাঁচ ছয় বছৰীয়া ল'ৰা এটাৰ দৰে তিনি কিল'মিটাৰ দূৰত ৰখা হাতী দুটাৰ ওচৰলৈ দেউদি দি দৌৰ মাৰিলে।

ল'ৰাটোৰ কাণ্ডবোৰ চাই চাই চন্দ্ৰপ্ৰসাদ আৰু ইলাই আনন্দ মনেৰে হাঁহি হাঁহি দুয়ো বহাতে বহুত পৰলৈ বহিয়েই থাকিল। ইফালে সুপ্ৰিয়াই স্কুললৈ যাবলৈ সাজুহৈ

তাইক আগবঢ়াই দিবৰ বাবে ককায়েকক বিচাৰি ক'তো নাপাই মাক-বাপেকহাল বহি থকা ড্ৰইং ৰুম পালেগৈ। তাই মাকক সুধিলে— "মা, দাদা ক'লৈ গ'লনো, মই অথনিৰে পৰা বিচাৰিও লগ পোৱা নাই।"

ঃ "ককায়েৰাক কি কামত লাগেনো ?" — মাকে সুধিলে।

ঃ মোক স্কুলত থৈ আহিবগৈ লাগে। — সুপ্ৰিয়াই উত্তৰ দিলে।

ঃ স্কুলত আগবঢ়াই থবলৈ যাব নালাগে বুলি তয়েইতো তাক মানা কৰিছিলি। আজিনো আকৌ কিয় দৰকাৰ হ'ল ?

"ঃ এনেকুৱা বতৰত অকলে যাব পাৰি নেকি? দেখা নাই মেঘে কেনেকৈ বৰষুণ দিওঁ দিওঁ কৰি আছে। ভয় নেলাগে নেকি?" — সুপ্ৰিয়াই কন্দনামুৱাহে উত্তৰ দিলে।

ঃ ককায়েৰা ঘৰত নাই। হাতী দুটাৰ ওচৰলৈ গৈছে। — মাকে জনালে।

মাকৰ কথা শুনি তাই খঙত হাতত লৈ থকা বেগটো মাকহঁতৰ সন্মুখৰ টেবুল খনতে ঠেকেচামাৰি পেলাই, একে দৌৰে গৈ নিজৰ কোঠাত সোমাই বিচনাত পৰি ল'লে। তাই স্কুললৈ যাবলৈ নোপোৱাৰ খঙতেই নে ককায়েকে তাইক মাত নলগোৱাকৈ আঁতৰি যোৱাৰ খঙতেই বিচনাত পৰিলৈ কান্দিবলৈ ধৰিলে। তাই কান্দোন শুনি মাক বাপেক দুয়ো দৌৰি গৈ জীয়েকৰ কাষ পালেগৈ। বাপেকে তাইক স্কুলত আগবঢ়াই থৈ আহিবলৈ দায়িত্ব ললতো তাইৰ কান্দোন শান্ত নহ'ল। মাকে বহুত বুজাই বঢ়াই ও যেতিয়া তাইক শান্ত কৰিব নোৱাৰিলে, তেতিয়া চন্দ্ৰপ্ৰসাদে লগুৱা এটাক অতি সোনকালে ফুলবৰক মাতি আনিবলৈ পঠালে।

লগুৱাটোৰ মুখে সকলো খবৰ পাই সি দৌৰি দৌৰি আহি এঘাৰমান বজাত ভনীয়েকৰ বিচনাৰ কাষত হাজিৰ হ'লহি। ককায়েকৰ মাত শুনিয়েই ভনীয়েকৰ কান্দোন বন্ধ হ'ল। কিন্তু ঠেহ পাতি, অভিমান কৰি ককায়েকৰ মুখলৈ ঘূৰি নাচাই বেৰৰ ফালে মুখ ঘূৰাই খুচি মুচি শুই পৰিল। সুপ্ৰিয়াৰ কান্দোন বন্ধ হোৱা দেখি মাক বাপেক আৰু লগুৱা লিকচৌবোৰ এটি দুটি কৰি কোঠাটোৰ পৰা ওলাই গ'ল। ককায়েকে যিমানে তাইক উঠি বহিবলৈ অনুৰুধ কৰিলে, সিমানে তাই আঁতৰি আঁতৰি গৈ একেবাৰে ৱাল খনত লিপিটখাই ৰ'লগৈ। এই দৰে কাম নিসিজিব বুলি বুজিব পাৰি, অতি আলসুৱা ভনীয়েকক ফুচুলাবৰ বাবে বেলেগ এটা পদ্ধতি প্ৰয়োগ কৰি চাবলৈ বিচাৰিলে। সি ভনীয়েকে স্কুললৈ নিম বুলি সাজু কৰি লোৱা স্কুল বেগটো আনি নিজৰ সন্মুখত থলে। নিজেও ভনীয়েক শুই থকা বিচনাখনতে লেপেটা কাঢ়ি বহিলে।বেগটোৰ ভিতৰৰ পৰা ইংৰাজী কিতাপ খন উলিয়াই আনি কবিতা এটা মেলি ললে। তাৰ পাছত ভনীয়েকে শুনাকৈ তাৰ সন্মুখত থকা বেগটোক উদ্দেশ্য কৰি ক'লে — "মোৰ মৰমৰ ভন্টী, তুমি আজি মোক খং কৰিয়েই স্কুললৈ যাবলৈ নাপালা। গতিকে আজিৰ বাবে ময়েই তোমাৰ

ইংৰাজী মাষ্টৰ হওঁ। তুমি মোৰ বাধ্য ছাত্ৰী হৈ মই পঢ়াই যোৱা পাঠবোৰ মনদি শুনি যাবা। এয়া মই আৰম্ভ কৰিলো" — বুলিকৈ কবিতাটো সুৰ লগাই লগাই স্পষ্ট উচ্চাৰণেৰে আবৃত্তি কৰি যাবলৈ ধৰিলে। এবাৰ আবৃত্তি কৰাৰ পিছত, প্ৰতিটো বাক্যৰ অৰ্থ এবাৰ ইংৰাজীত আৰু আনবাৰ অসমীয়াত সৰু ল'ৰা এটাক বুজোৱাদি বুজাই যাবলৈ ধৰিলে। সম্পূৰ্ণ দুটা বছৰৰ অন্তত তাৰ প্ৰিয় বিষয় ইংৰাজী কিতাপ খন পঢ়িবলৈ পাই ভুত-ভৱিষ্যত সকলো পাহৰি গ'ল। সি এটা পিছত আনটো পাঠ উচ্চ স্বৰে পঢ়ি গৈয়ে থাকিল। এইদৰে কিমান সময় পাৰহৈ গ'ল তাৰ খবৰ নাই। এটা সময়ত তাৰ চুলি একোচাত কোনোবাই খামুচ মাৰি ধৰি থকা গম পালে। সি ভয়ে ভয়ে কেৰাহিকৈ চুলিত ধৰি থকা মানুহজনৰ মুখৰ ফালে ঘূৰি চালে। তাৰ দেউতাক চন্দ্ৰপ্ৰসাদেই তাৰ চুলিত ধৰি তাৰ তেনেই কাষতে হাঁহি হাঁহি আছে। মাকজনীকো তাৰ কাষতে বহি হাঁহি থকা দেখা পালে। ভনীয়েক সুপ্ৰিয়াকো তাৰ ফাললৈকে চাই হাঁহি হাঁহি বহি থকা দৃশ্যত আৱিস্কাৰ কৰিলে। ঘটনাটো কি বুজিব নোৱাৰি সুধিলে — "দেউতা, আপোনাৰ পুত্ৰই অজানিতে যদি কিবা ভুল বা দোষ লগাইছো, আজিলৈ ক্ষমা কৰি দিয়ক। আপুনি মোৰ চুলিত ধৰা আৰু মা ভনীয়ে মোলৈ চাই হাঁহি থকাৰ কাৰণ মই বুজি পোৱা নাই। স্বজ্ঞানে আজিলৈকে একো অপৰাধ কাৰ্য কৰা মোৰ মনত পৰা নাই। আজি যদি কৰিছো ক্ষমা কৰি দিয়ক।"

তাৰ কাকুতি মিনতি কাণ নিদি চন্দ্ৰপ্ৰসাদে চুলিকোচাট ধৰি থাকিয়েই সুধিলে- — "ঐ গৰু, তই যে ইংৰাজী ভাষাতো আয়ত্ব কৰি ৰাখিছ, আমাক অতদিনে জানিবলৈ দিয়া নাই কিয়? সেইদিনা তই শিক্ষা-দীক্ষা দিশত আলুগুটি বুলি কোৱা নাছিলি নে?"

মেহেঙা মেহেং কৰি সি উত্তৰ দিলে— "ক'তনো জানো দেউতা, ভনীয়ে কিতাপ পঢ়ি থাকোতে মই তাইৰ কাষতে বহিলৈ তাইৰ গাত পৰা মহ, মাখিবোৰ খেদি থাকি লাগেতো, তেতিয়া তাইৰ মুখৰ পৰাই শুনি শুনি দুই চাৰিটা ইংৰাজী শব্দ মুখস্থ হৈ গৈছে। তাকে আজি সুবিধা পাই প্ৰয়োগ কৰি চাইছিলো।"

ফুলবৰে ফাকি এটা মাৰি সাৰি যাবলৈ যত্ন এটা কৰি চাইছিল। কিন্তু মিছা হ'ল। টাইগাৰ মেজিষ্ট্ৰেটৰ আগত মিছা মাতি কোনো ফল নধৰিলে। চন্দ্ৰপ্ৰসাদে বাঘ উকিলৰ মেজাজেৰে ফুলবৰক সুধিলে— "সঁচা কথা কবি। তই মেট্ৰিক পাচ কৰোতে কেইটা বিষয়ত লেটাৰ মাৰ্ক পাইছিলি?"

ঃ তিনিটাত। — সি কওঁনে নকওঁকৈ উত্তৰটো দি তলমূৰ কৰিলে।

ঃ বিষয় কেইটা কি কি?

ঃ ইংৰাজী, হিন্দী আৰু গণিত।

ঃ তাৰ পিছত কোন কলেজত পঢ়িছিলি ?

ঃ নাই পঢ়া। মেট্ৰিক পাছ কৰিয়েই আপোনালোকৰ ঘৰত।

ঃ তিনিটাকৈ বিষয়ত লেটাৰ সহ প্ৰথম বিভাগত মেট্ৰিক পাচ কৰিও কলেজত

নপঢ়ি কিয় লোকৰ ঘৰত গোলামী খাতিবলৈ আহিলি।

দেউতাকৰ আন্তৰিকতাপূর্ণ প্রশ্নত তাৰ চকুৰেদি হৰ হৰকৈ চকুপানী বাগৰি আহিল। চন্দ্রপ্রসাদে তাৰ চুলিৰ পৰা হাতখন এৰুৱাই আনি গামোচা এখনেৰে ফুলবৰৰ বৈ অহা চকুলো মচি দি তাৰ তেনেই কাষতে বহি ল'লে। সি কলেজত পঢ়িবলৈ নোপোৱা দুখৰ কথাবোৰ দেউতাকৰ আগত বিৱৰি ক'লে। তাৰ দুখৰ কথাবোৰ শুনি চন্দ্রপ্রসাদে ক'লে— "দুখ নকৰিবা সোণটো! ককায়েৰা বৌয়েৰাই নপঢ়ালে বুলিয়েই ইমান মেধা শক্তি সম্পন্ন ল'ৰা এটাই উচ্চ শিক্ষা নোলোৱাকৈ থাকিবানে? কালিলৈ পৰা তুমি কলেজলৈ যাব লাগিব। মই পঢ়োৱাম।"

চন্দ্রপ্রসাদে উদাৰ অন্তৰে দিব বিচৰা সুবিধাকন গ্রহণ কৰিবলৈ ফুলবৰ ৰাজী নহ'ল। সি দেউতাক আৰু মাক দুয়োৰো ভৰিত পৰি মিনতি কৰি জনালে যে তেখেতসকলে তাক আজি দুটা বছৰে অকপট চিত্তে যি মৰম চেনেহ দি আহিছে, সেই খিনিয়েই তাৰ বাবে স্বর্গসুখ। তাতকৈ অধিক আৰু সি তেখেত সকলৰ পৰা একো নিবিচাৰে। আজিলৈকে পাই অহা পুত্র স্নেহৰ ঋণকে সি এই জনমত সুজিব নোৱাৰিব, তাৰ পিচতো আকৌ কলেজত পঢ়োৱা অতিৰিক্ত ঋণৰ বোজা এটা মূৰ পাতি লবলৈ সি কোনোপধ্যেই ৰাজী হ'ব নোৱাৰে। অন্যহাতে সি কলেজত পঢ়িবলৈ গলে তাৰ প্রাণ সম মৰমৰ ভনীয়েকজনীক চোৱাচিতা কৰাৰ পৰা বঞ্চিত হ'ব আৰু সি নতশিৰে গ্রহণ কৰা হাতী দুটাৰ দায়িত্বও পালন কৰিবলৈ সময় উলিয়াব নোৱাৰিব। গতিকে তাক কলেজত পঢ়োৱাৰ চিন্তা মনলৈ নানে যেন।

ফুলবৰৰ প্রার্থনাত চন্দ্রপ্রসাদ আৰু ইলা দুয়ো সন্তুষ্ট হ'ল। চন্দ্রপ্রসাদে ফুলবৰৰ আত্মসচেতনতাৰ কথা ভালকৈ জানে। আনৰ অনুগ্রহত যে সি জীয়াই থাকিবলৈ নিবিচাৰে সেই কথাও এই দুবছৰত চন্দ্রপ্রসাদে উপলব্ধি কৰিছে। তাক কলেজত পঢ়োৱাবলৈ অধিক জোৰ কৰিলে সি এইখন ঘৰেই এৰি যাবলৈ বিচাৰিব পাৰে, এই কথা চিন্তা কৰিয়েই শেষত চন্দ্রপ্রসাদে মন্তব্য দিলে— "হ'ব বাৰু, তোমাৰ ইচ্ছাৰ বিৰুদ্ধে মই নাযাওঁ। তুমি মোৰ পুত্র হিচাবে যেতিয়া যি ইচ্ছা হয় সকলো মোক বা মাৰাক খোলাখুলিকৈ জনাবা। আজিৰ পৰা তোমাৰ ওপৰত আৰু এটা দায়িত্বভাৰ জাপি দিব বিচাৰিছো। তুমি গ্রহণ কৰিবানে?"

ফুলবৰে দেউতাকৰ মুখলৈ চাই সুধিলে—" কি দায়িত্ব দেউতা, মোৰ সাধ্যাতীত নহ'লে মই নিশ্চয় গ্রহণ কৰিম।" চন্দ্রপ্রসাদে হাঁহি এটা মাৰি ক'লে— "তুমি আজিৰ পৰা পুৱা গধূলি আমাৰ মাজনীৰ পঢ়া টেবুলৰ কাষত বহি তাইৰ গাত পৰা মহ, মাখিবোৰ খেদি খেদি তাইৰ মুখেদি বাজহোৱা ইংৰাজী শব্দবোৰ মুখস্থ কৰাতকৈ, তাই পঢ়া সকলো বিষয়তে চকু কাণ দিবা। সি দেউতাকৰ কাট মৰা কথাত লাজ পাই একে দৌৰে গৈ বাহিৰ ওলালেগৈ। তাকে দেখি কমত বহি থকা তিনিও গির্জনী মাৰি হাঁহি দিলে।"

এটা দায়িত্ব বিচাৰি ফুৰা ফুলবৰে এতিয়া বহুত দায়িত্ব পালন কৰিব লগাত পৰিল। সুখে আনন্দৰে সেই চাৰিজনীয়া পৰিয়ালটোৰ দিনবোৰ পাৰহৈ গৈ থাকিল। এটা সময়ত সুপ্ৰিয়াৰ মেট্ৰিক পৰীক্ষাৰ দিন কাষ চাপি আহিলে। গতিকে তাইৰ লগতে ফুলবৰৰো ব্যস্ততা বাঢ়িছে। সুপ্ৰিয়াৰ অনিচ্ছা স্বত্বেও ভনীয়েকৰ ৰিজাল্ট ভাল কৰিবৰ কাৰণে দিনে ৰাতিয়ে ফুলবৰে যত্ন লৈছে। ৰাতি এক বজালৈকে পঢ়া টেবুলৰ পৰা উঠিব নোৱাৰাকৈ ব্যস্ত ৰাখিবলৈ বিচাৰিছে। সৰুৰে পৰা অতি আলসুৱা জীৱন কটোৱা সুপ্ৰিয়াই এইকণ কষ্টকে বহুত কষ্ট বুলি ভাবিছে। তাই এতিয়া সৰু হৈ থকা নাই। ১৮ বছৰীয়া পূৰ্ণ যৌৱনা গাভৰু। এখন ঘৰৰ দায়িত্ব মূৰ পাতি লব পৰা বয়স। তথাপি তাই অলপ কথাতে পেচ পাতে। ঠেহপেচবোৰ পাতিলে অৱশ্যে তাইৰ লাভেই হয়। কাৰণ আজি প্ৰায় পাঁচবছৰ ধৰি তাইৰ ঠেহপেচবোৰ ভাঙিবলৈ মাক দেউতাকে তাই মনৰ জোখৰ সুশ্ৰী আৰু মৰমিয়াল ডেকা এটাক ৰাখিছে। মাক-দেউতাকে সেই ডেকাটোক নিজৰ ককাইদেউৰেকৰ মৰ্যদা দি চলিবলৈ উপদেশ দিছে যদিও, তাইৰ বিবেকৰ মতে চলিবলৈ টান লাগি যায়। নিজৰ তেজ মঙহৰ লগত কোনো সম্বন্ধ নথকা থুলন্তৰ ককায়েকতোৰ পৰা এজন ককায়েকে সহোদৰ ভনীয়েকক দিব পৰা মৰম খিনিতে সন্তুষ্ট থাকিবলৈ বিচৰা নাই। তাই ইচ্ছা কৰিলেও ককায়েকটোৱে নিৰ্দ্দিষ্ট সীমাৰেখাৰ পৰা এদিনো আগনাবাঢ়ে। দুপৰ ৰাতিলৈকে পঢ়াত ব্যস্ত থকা সময়তো এইবোৰ চিন্তাই কেতিয়াবা আমনি দিয়ে। ভনীয়েকৰ মনৰ ভাষা ককায়েকে বুজে। কিন্তু স্থিতপ্ৰজ্ঞ ককায়েকটোৱে সদায় তাইৰ সহোদৰ ককায়েকটো হৈয়েই থাকিবলৈ বিচাৰে। বনাই লোৱা বস্তুটো আচল বস্তুৰ সমান কেতিয়াও নহয়। ফুলবৰ যেতিয়া ককায়েক ৰূপে ধূমকেতুহৈ সুপ্ৰিয়াৰ ওচৰত আৰ্বিভাব হয়, তেতিয়া সুপ্ৰিয়াৰ বয়স ১৪ বছৰ। ১৪ বছৰীয়া ছোৱালীজনীয়ে কি নাজনে? ফুলবৰ তাই আচল ককায়েক হয়নে নহয়? সুশ্ৰী পাহোৱাল ডেকা এজনক তেনেই কাষতে পাই উতলা যৌৱনা যুৱতী এগৰাকীয়ে দুৰ্বলতা ভাব প্ৰদৰ্শন কৰাতোত আচৰিত হ'বলগা একো নাই। সেই কাৰণে ফুলবৰে আজিকালি সুপ্ৰিয়াক পঢ়া চাই দিয়া সময়কনৰ বাদে বাকী গোটেই দিনটো হাতীশালতে ব্যস্ত থাকে। সি হাতী দুটাক তদাৰক কৰাৰ লগতে হাতী চলোৱাৰ কাম. হাতীক বশ কৰাৰ নাম-গুণ, হাতীক গা ধোৱাওতে গোৱা গান, চৰাবলৈ নিওতে গোৱা গান, বেমাৰ আজাৰ হ'লে, শৰীৰটোৰ কৰবাত ঘাঁ আদি লাগিলে প্ৰাথমিক চিকিৎসা হিচাবে লগোৱা, খোওৱা বনৌষধ, সেই সকলোবোৰ মাউত কেইটা আৰু ফন্দিজনৰ পৰা শিকি বুজি লৈছে। তাৰ হাতী নামৰ বিশাল প্ৰাণীবিধৰ প্ৰতি কিয় ইমান মৰম, সেই প্ৰাণীবিধৰ ভাব ভাষা বুজিবলৈ কিয় ইমান আগ্ৰহ জন্মিল ফুলবৰে নিজেই নাজানে। জন্তুবোৰেও হয়তো, মানুহৰ ভাৱ-ভাষা, মৰম-স্নেহ সকলো বুজি পাই। কমদিনৰ ভিতৰতে ফুলবৰক হাতী দুটাই আপোন কৰি ল'লে। আজিকালি মাউত কেইটাতকৈ তাৰ কথা বতৰাত বেছি গুৰুত্ব দিয়া দেখা গৈছে। ঃ ঐ কাৰ্ত্তিক, ঐ

গণেশ; এইফালে আহ বুলি সিহঁতৰ নাম দুটা উচ্চাৰণ কৰি মতাৰ লগে লগে, সিহঁত য'তেই চৰি নাথাকক লাগে, দৌৰি অহাদি আহি ফুলবৰৰ তেনেই কাষতে ঠিয়হৈ ৰবহি। সি সিহঁতৰ লগত খেলি থাকোতেই ঘৰলৈ ঘূৰাৰ সময় পাৰহৈ যায়।

ফুলবৰে এদিন আবেলিপৰত হাতীশালৰ পৰা ঘূৰি গৈ ঘৰ পাই দেখে যে ভনীয়েক ঘৰত নাই। মাকজনীও আনদিনাৰ দৰে বাৰান্দাৰ আৰামি চকীখনত বহি নাথাকি লোহাৰ গেটখনৰ মুখত ৰাষ্টাটোৰ ফালে চাই চাই বননিৰ ওপৰতে বহি আছেগৈ। ঘটনাটো কি সি একো ধৰিব নোৱাৰি মাকৰ কাষলৈ আগবাঢ়ি গৈ সুধিলেগৈ— "মা, ভনী দেখোন তাইৰ কোঠাত নাই। ইফালে সিফালে বিচাৰিও দেখা নাপালো। স্কুলৰ পৰা আহি কেনিবা ফুৰিবলৈ গ'ল নেকি?"

মাকে তাক দেখা পাই খং কৰি ক'লে — "তইতো আজি কালি কেৱল হাতী দুটাকলৈয়ে ব্যস্ত থকা হলি। ভনীয়েৰা জনীৰ খা-খবৰ লবলৈ তোৰ অকনো সময় নাইকীয়া হ'ল। স্কুল ছুটীৰ পিছত ঘৰলৈ ঘূৰি নাহি অতপৰে ক'ত মৰি আছেগৈ জানো? বাপেৰেটোৱেতো তোক পাই এইবোৰ চিন্তা কাহানিবাই এৰিলে। তইও ওলাইছহি এতিয়া? মই মানুহজনীয়ে তাইক ক'ত বিচাৰি যাওঁ?"

ফুলবৰে দোষী দোষী ভাবত ক'লে — "তাইযে আজি ঘূৰাত পলম কৰিব, মইতো নাজানো মা। আপুনি চিন্তা কৰিব নালাগে। ঘৰলৈ যাওঁক। মই আগবাঢ়ি যাওঁ। কোনোবা সখীয়েকহঁতৰ লগত কৰবাত আড্ডা মাৰি আছে চাগৈ বুলি কৈ গেট পাৰহৈ ৰাষ্টাত উঠিলগৈ।" মাকে চিঞৰিলে — "তোৰ টেবুলতে জলপান সজাই থৈছো। দুগৰামান খাই যা। দুপৰীয়া ভাত খাবলৈও নাহিলি।"

সি ঘূৰি নোচোৱাকৈ উত্তৰ দিলে — "হ'ব মা, ঘূৰি আহি ভনীৰ লগত একেলগে খাম।" সি খোজৰ গতি বঢ়াই দিলে। যাওঁতে ৰাষ্টাৰ দুই ফালে কৰবাত বা কাৰোবাৰ ঘৰত তাইক দেখা পাই নেকি লক্ষ্য কৰি গ'ল। সি গৈ গৈ একেবাৰে স্কুলখনৰ ওচৰ পালেগৈ। স্কুলত কিবা মিটিং চিটিং চলি থাকিব পাৰে বুলি সি সন্দেহ কৰিছিল। কিন্তু নাই সকলো দৰ্জা খিৰিকি বন্ধ। স্কুলৰ গেটৰ মুখতে খন্তেক ৰৈ ভনীয়েকজনী ক'ত যাবপাৰে এবাৰ চিন্তা কৰিলে। এনেতে স্কুলৰ অফিচটো বন্ধ কৰি চকিদাৰটো গেটৰ ফালে আহি থকা দেখা পালে। চকিদাৰটোৰ লগত তাৰ চিনা পৰিচয় আছে। ভনীয়েকক স্কুলত আগবঢ়াই থবলৈ আহোতেই তাৰ লগত চিনাকি হৈছিল। চকিদাৰটোৱে প্ৰথমে মূৰ জোকাৰিলে। তাৰমানে সি দেখা নাই। তাৰপিছত কিবা এটা মনত পেলাই ক'লে — "যে সৌ বইজ হোষ্টেলৰ ফালে কিছু সময়ৰ আগতে ল'ৰা দুটাৰ লগত দুজনী ছোৱালী যোৱা সি দেখিছিল। কিন্তু কোন ছোৱালী সি মন কৰা নাই। কথাষাৰ কৈয়েই চকিদাৰটো গ'লগৈ। বইজ হোষ্টেলৰ ফালে দুজনী ছোৱালী? কোন হ'ব পাৰে? তাৰে এজনী সুপ্ৰিয়া নহয়তো? সি খন্তেক চিন্তা কৰিলে। স্কুল ফিল্ডখন পাৰ হৈ হোষ্টেল

কেইটাৰ ফালে আগবাঢ়িল। ওচৰ পাই সি দেখে বইজ হোষ্টেলৰ দৰ্জা খিৰিকি সকলো দেখোন বন্ধ। প্ৰতিখন দুৱাৰতে তলা ওলমি আছে। আজি দুৰ্গা পূজা বন্ধ পাই ল'ৰাবোৰ চাগে ঘৰা ঘৰি গ'ল। এই নিৰ্জন অঞ্চলৰ নিৰ্জন হোষ্টেললৈ দুটা ল'ৰাৰ লগত দুজনী ছোৱালী অহা চকিদাৰটোৱে দেখিছে। তেন্তে সিহঁতৰ মতলব কি? হঠাৎ তাৰ পুৰণা জৰাজীৰ্ণ পৰিত্যক্ত হোষ্টেলৰ কোঠা এটাত চকু পৰিল। লগে লগে কিবা এটা বিপদৰ গোন্ধ পালে। সি আৰু পলম নকৰিলে। কুকুৰ খোজীয়াকৈ হেষ্টেল দুটাৰ পিচ ফালে জংঘল ডৰাৰ ফালে আগবাঢ়িল। জংঘল ডৰাত থকা ঘন আৰু শকত নিমগছবোৰৰ আঁৰলৈ চোৰৰ দৰে খুপি খুপি আগবাঢ়িল। এইদৰে গৈ থাকি নতুন হোষ্টেলটো পাৰ হ'ল। ক'তো একো দেখা নাপালে। অলপ দূৰতে থকা জৰাজীৰ্ণ হোষ্টেলটোৰ ইমুৰৰ পৰা সিমুৰলৈকে চালে। সেইটো হোষ্টেল পৰিত্যক্ত বুলি ভাবিছিল। পিছে নহয়। ল'ৰা বেছি হোৱাৰ বাবে বোধহয় স্কুল কৰ্তৃপক্ষই হোষ্টেলটো কিছু মেৰামতি কৰি দুই চাৰিটা কোঠাত ল'ৰা থাকিবলৈ দিছে। সি সেইখিনিতে কিছুপৰ ৰৈ, কৰবাত কিবা দেখা পাই নেকি, তীক্ষ্ণ দৃষ্টিৰে চাৰিওফালে এবাৰ চালে। নাই মানুহৰ মাতটো বাদেই বন এডাল লৰচৰ কৰাও তাৰ দৃষ্টিত নপৰিল। তেন্তে এই ফাললৈ অহা দুটা ল'ৰা আৰু দুজনী ছোৱালী ক'লৈ গ'ল? হাবিডৰা পাৰহৈ ইমান ওখ পকা ৱালখন বগাই সিপাৰ হোৱাটো সম্ভৱ নহয়। এইদৰে ভাৱি থাকোতেই পুৰণা হোষ্টেলটো সিটো মূৰৰ বুঢ়া নিম জোপাৰ তলত থকা আওপুৰণি কোঠাটোৰ খিড়িকি এখন লৰচৰ কৰা দেখা পালে। হয়, খিড়িকিখন মেলি কোনোবা এটাই কঁকাললৈকে মূৰটো বাহিৰলৈ উলিয়াই কিবা এটা চাই লৈছে, নিম এজোপাৰ লগত মিলি থকা ফুলবৰক সি দেখা নাপালে। মানুহটোৱে খিড়িকিখন পুনৰ জপাইছে, কিন্তু সম্পূৰ্ণ জপাব নোৱাৰিলে। পুৰণা খিৰিকি। কব্জাত কিবা ডিফেক্ট আছে বোধহয়। ফুলবৰে ৰৈ থকা ঠাইৰ পৰা খিড়িকি খনৰ ফালে আগবাঢ়িল। খুপি খুপি গৈ সি সেই নিৰ্দ্দিষ্ট খিড়িকিখনৰ ওচৰ পাই ৱালত কাণখন লগাই কোঠাটোৰ ভিতৰত কি ঘটিছে গম ললে। অলপ পৰ গম লৈয়েই সি নিচিন্ত হ'ল। ভিতৰত কথোপকথন পৰ্বহে চলি আছে। দ্ৰৌপদী বস্ত্ৰহৰণ দৃশ্যলৈ বাকী আছে।

ঃ "আপোনালোকক কিমানবাৰ ক'বলাগে যে আপোনালোকে ক'ত কি কৰি ফুৰিছে, আমি দুজনীয়ে একো নাজানো। পুলিচত লগাবলৈ যাম কিয়? মিছাতে কিয় আমাক অশান্তি দিবলৈ মাতি আনিছে?"

উক্ত বচন ফাকি কওঁতাৰ কণ্ঠস্বৰ শুনিয়েই বাহিৰত ৰৈ থকা ফুলবৰে বুজিব পাৰিলে যে এইখন নাটকত তাৰ ভনীয়েক সুপ্ৰিয়াইও পাৰ্ট এটা লৈছে। খণ্ডত তাৰ হাতৰ মুঠি দুটা কঠিনহৈ আহিল। সুপ্ৰিয়াৰ বচনৰ উত্তৰ দিওঁতা পুৰুষ অভিনেতা জনৰ সংলাপটিৰ অৰ্থ অতি ৰসালযেন অনুভৱ কৰিলে ফুলবৰে — হেৰা মোৰ প্ৰাণেশ্বৰী, তোমালোক দুজনীক আমি অশান্তি দিবৰ বাবে মাতি আনিছো বুলি কিয় ভাবিছা? ক্ষন্তেক ধৈৰ্য ধৰা।

আমি এই বটলত থকা অমৃতখিনি পি শেষ কৰি লওঁ। তাৰপিছত আমি চাৰিটাই মিলি তোমালোক দুজনীক যিমান পাৰো শান্তি, সোৱাদ আৰু তৃপ্তি দিবলৈ যত্ন কৰিম। তোমালোক দুইজনীয়ে আজি গাভৰু জীৱনৰ সাৰ্থকতা, আই মিন্ পূৰ্ণতা লাভ কৰিবলৈ পাবা।"

ফুলবৰে বুজিলে, তাৰমানে ভিতৰত পুৰুষ চাৰিজন আৰু গাভৰু দুগৰাকী বিদ্যমান। তাৰ খণ্ডত হিতাহিত জ্ঞান হেৰাই যোৱাৰ উপক্ৰম হ'ল। সি ভিতৰত প্ৰৱেশ কৰিবলৈ সাজু হওঁতেই অন্য এজন পুৰুষৰ কণ্ঠস্বৰ তাৰ কাণত পৰিলহি। "ঃ আমাৰ দুটাক যাবলৈ অনুমতি দিয়ক, দাদা, আমি দুটাই আপোনালোক দুজনৰ এই কেলেংকাৰী কাৰ্যত জৰিত হ'ব নোখোজো। এই ছোৱালী দুজনীক আপোনালোক দুজনৰ কথামতে হাজিৰ কৰাই দিলোহি। এতিয়া আমাৰ কাম শেষ। আমাৰ লগৰবোৰ ৰাতিপুৱাই গ'লগৈ। আপোনালোকৰ আদেশ পালন কৰিবলৈকে আমি দুটাই ইমান সময়লৈকে ৰলো। আপোনালোকৰ কাম শেষ কৰি দৰ্জাত তলা লগাই চাবিটো চকিদাৰ এটাৰ হাতত দি যাব।" ভয়াতুৰ ল'ৰাটোৰ উত্তৰত এজনে ক'লে — কিয়, তোমালোক দুয়ো নপুংসক নেকি? এই ধুনীয়া ধুনীয়া ছোৱালী দুজনী দেখিও তোমালোকৰ গাত পিৰিতি জগা নাই? অকণ অকণ টেষ্ট লৈ যোৱা। কিন্তু প্ৰথমে নহ'ব দেই। প্ৰথমে আমি। তাৰ পিছতহে তোমালোক।

ইমানবোৰ শুনিও আৰু কিছুপৰ ধৈৰ্য ধৰি বাহিৰত ৰৈ থকা উচিত হ'বনে নহয়, ফুলবৰে এবাৰ চিন্তা কৰি চাওঁতেই ভিতৰত ছোৱালী দুজনীৰ কান্দোন, চিঞৰ বাখৰ আৰু টনা আজোৰা শব্দ শুনিবলৈ পালে। সি বুজিলে ইতিমধ্যে ভিতৰত দ্ৰৌপদীৰ বস্ত্ৰহৰণ পৰ্বটো আৰম্ভহে গৈছে। গতিকে বাহিৰত চোৰৰ দৰে চোপ চাপ ৰৈ থাকি লাভ নাই। ভিতৰ সোমাই সেই ৰোমাঞ্চ দৃশ্য উপভোগ কৰাই উচিত হ'ব বুলি স্থিৰ কৰি একে আজুৰে খিড়িকি দুই পাল্লা একেলগে জাপ মাৰি ভিতৰত প্ৰৱেশ কৰিয়েই নেৰিলে, এক চেকেণ্ড সময়ও অপব্যয় নকৰি ভীমৰ পাৰ্ট অভিনয় কৰিবলৈ লাগি গ'ল। চাৰিটাকৈ পুৰুষ প্ৰাণীৰ ওপৰত তাৰ দুই হাত, দুই ভৰি এই চাৰিপদ অস্ত্ৰ অবিৰাম ভাবে প্ৰয়োগ কৰি গ'ল। দীঘলীয়া চট্, কিক্, ঘোচা, মুকুটি, চৰ, গোৰ, সুবিধা বুজি লেং আদি প্ৰয়োগ কৰিয়েই চাৰিটাকে বীৰক সি অকলেই পকা মজিয়াত বগৰাই দিলে। তাৰপিচত শ্ৰীকৃষ্ণই ৰাসলীলাত কালিনাগৰ ফনাৰ ওপৰত উঠি নচাৰ দৰে ফুলবৰেও কিছু সময় চাৰিওটাৰে মূৰৰ ওপৰত উঠি নাচি নাচি মুখ, নাক আৰু কাণেৰে তেজ বাহিৰ কৰাই দিলে। আজিলৈ সেই চাৰিটাক সিমানতে এৰি ভেলেণ্ডী শৰপন্থ এজনীৰ দৰে তং ধৰি তালৈ চাই থকা ভনীয়েকৰ গালত একচৰ দি, তাইৰ হাতখনত থাপমাৰি ধৰি একেগোৰে বন্ধ দৰ্জাখন খুলি ভনীয়েকক চুচৰাই নিয়াৰ দৰে নি স্কুলৰ গেটৰ মুখ পালেগৈ। সেই খিনিতে ক্ষন্তেক ৰ'ল। খালী অট' এখন সেইফালে আহি থকা দেখা পাই, অট'খন ৰখাই দুয়ো উঠি

বহিল। সিহঁতৰ পিছৰ চিটটোত ইজনী ছোৱালীক বহোৱাইলে পোনচাটেই থানাৰ ফালে গতি কৰিলে। থানাৰ মুখত অট'খন ৰখাই তিনিও থানাৰ ডি. এচ. পি.ৰ কোঠাত সোমালগৈ। ডি. এচ. পিক নিজৰ কোঠাতে লগ পাই আদিৰ পৰা অন্তলৈকে সকলো কথা বৰ্ণনা কৰি ছোৱালী দুজনীৰ হতুৱাই ল'ৰা চাৰিটাৰ ওপৰত এটি কেচ এণ্ট্ৰি কৰালে। কেচটো এণ্ট্ৰি কৰাই শেষ কৰি ওলাই আহিবৰ পৰত ফুলবৰে ক'লে— "ডি. এচ. পি. মহোদয়, আততায়ী কেইটাৰ হাতত লাঞ্ছিতা হোৱা এই ছোৱালী দুজনীৰ ভিতৰত এজনী বাঘ উকিল ওৰফে টাইগাৰ মেজিষ্ট্ৰেটৰ জীয়েক। দুৰ্ঘটনাটো ঘটাৰ লগে লগেই আপোনাক জনোৱা হ'ল। এতিয়া আপোনাৰ কাৰ্যত গাফিলতি কৰিলে পৰিমান কি হ'ব পাৰে এবাৰ চিন্তা কৰি চাব। এতিয়া আহো।"

থানাৰ পৰা খৰখেদাকৈ ওলাই আহি গেটৰ মুখত ৰখাইথৈ যোৱা অট'খনত পুনৰ বহি, ঘৰৰ অভিমুখে গতি কৰিলে। সিহঁতৰ লগত অনা ছোৱালীজনীক ঘৰত সোমোৱাই থৈ ফুলবৰহঁত ঘৰগৈ পাইগৈ মানে সন্ধ্যা লাগিল। অধৈৰ্য হৈ গেটৰ মুখত পায়চাৰি কৰিথকা মাক-বাপেক আৰু লগুৱা লিকচৌবোৰক দেখা পাই, সেইখিনিতে অট'খন ৰখাই কাকো একো জানিবলৈ নিদি লেতু সেতুহৈ তাৰ বুকুৰ মাজত সোমাই অহা ভনীয়েকক ডাংকোলা কৰি দাণ্ডি আনি একেবাৰে তাইৰ শুৱনী কোঠাত নি শুৱাই দিলেগৈ।

ঃ মাজনীৰ কি হ'ল, মাজনীৰ কি হৈছে বুলি পিছে পিছে খেদি অহা মানুহখিনিয়ে শুই থকা সুপ্ৰিয়াক বেৰি ধৰিলেহি। ফুলবৰে সত্য কথাটো বৰ্ণনা দিলে পৰিস্থিতিটো চম্ভালিবলৈ টান হ'ব বুলি ভাবি লৈ হাঁহি হাঁহি সাধাৰণ ভাবেই ক'লে— "আপোনালোকে ইমান অধৈৰ্য হ'ব লগাকৈ একো ঘটা নাই। ইমান গধূলিলৈকে সখীয়েক প্ৰতিভাৰ ঘৰতে আড্ডা মাৰি আছিল। মোক মিছাতে তিনি চাৰি ঘণ্টা সময় ত্ৰিভুৱন বিচৰাই মাৰিলে। আৰু আপোনাসকলকো চিন্তাত পেলোৱা কাৰণে মোৰ খং উঠি গ'ল। খঙত ৰব নোৱাৰি চৰ এটা মাৰিলো। সিমানেই। চৰটোৰ বিষ কমিলেই ভালহৈ যাব।"

ফুলবৰৰ কথা শুনি এজন দুজনকৈ সকলো দিহা দিহি গ'ল। কোঠাৰ পৰা ওলাই যাবলৈ বিচৰা দেউতাকক বিনীত ভাবে ক'লে — "দেউতা, মোক টকা বিশটা লাগিছিল। দিব পাৰিবনে?"

ঃ "আজি হঠাৎ টকা ২০ টা কিয় দৰকাৰ হ'ল?" — চন্দ্ৰপ্ৰসাদে জানিব বিচাৰিলে।

"মোৰ জেপত যে ফুটা কড়ি এটাও নাই, সেই সময়ত এইটো কথা চিন্তা কৰিবলৈকে নহ'ল। গধূলিহৈঅহাৰ কাৰণে আৰু ভনীয়ে চৰখাই খোজ কঢ়িবলৈ ইচ্ছা নকৰাৰ বাবে বিশ টকাত অট' এখন ভাড়া কৰি লৈ আহিলো। এতিয়া গেটৰ মুখত ৰৈ থকা অট' খনক দিবগৈ লাগে।"

চন্দ্রপ্রসাদে জেপৰ পৰা টকাৰ পৰিবৰ্তে চাবি একোচা উলিয়াই তাৰে বাচি বাচি এটা ফুলবৰক দেখুৱাই ক'লে — এই চাবিটোৰে মোৰ কমৰ আলমাৰিটো খুলিবা। তাতে মোৰ অফিচিয়েল বেগটো আছে। বেগটোৰ ভিতৰতে মনিবেগ এটা পাবা। তাৰে পৰা কেইটকা লাগে তুমি নিজে উলিয়াই লৈ আহা।

ফুলবৰে চাবিকুচা লওঁ নলওঁকৈ বাপেকৰ হাতৰ পৰা ললে। তাৰপিছত এখুজি দুখুজিকৈ বাপেকৰ কোঠাটো ফালে আগবাঢ়িল। অলপ দূৰ গৈয়েই বাটতে মাকক লগ পালে। মাকৰ হাতখনত ধৰি বাপেকে তাক দেখুৱাই দিয়া চাবিটো মাকক দেখুৱাই ক'লে — "মা আপুনি মোক কাম এটা কৰি দিব লাগে।"

ঃ "কি কাম কৰি দিব লাগে?"

ঃ এই চাবিটোৰে দেউতাৰ আলমাৰিটো খুলি তেখেতৰ অফিচিয়েল বেগটোৰ পৰা মোক টকা বিশটা উলিয়াই নিবলৈ পঠাইছে। মইনো বাৰু দেউতাৰ ৰুমত ক'ত কি আছে কেনেকৈ জানো। গতিকে আপুনি মোক এই কন সহায় কৰি দিয়ক।

মাকে তাৰ পিঠিত ঢকা এটা মাৰিলৈ ক'লে— "দেউতাৰাই কৰিবলৈ দিয়া সেই সামান্য কামটোও তই নিজেই নকৰি মোক খাটনি ধৰিব লাগেনে? যা মোক আমনি কৰি নাথাকিবি। মোৰ অন্য কাম আছে।"

কথাষাৰ কৈয়েই মাক কুঁ কুঁকৈ পাক ঘৰৰ ফালে গুছি গ'ল। উপায় নাপায় ফুলবৰে ভয়ে ভয়ে বাপেকৰ কোঠাত সোমাই ডাঙৰ আলমাৰিটোৰ ফালে আগবাঢ়িল। তলাটো খুলিলে। তাৰ পৰা বেগ এটা আনি এটাৰ পিছত আনটো খলপা চেইন খুলি চাই দেখে যে তাত সৰু নোট নাই। প্ৰতিটো খলপাতে এশটকীয়া, পাঁচশ টকীয়া, এহেজাৰটকীয়া নোটেই ভৰ্ত্তিহে আছে। তাত সৰু মনি বেগটো সি বিচাৰি নাপালে। সি পুনৰ বেগটো থানথিত লগাই থৈ আলমাৰিটো বন্ধকৰি দুখ মনেৰে ওলাই আহি দেউতাকৰ হাতত চাবিকুচা দি ক'লে — "নাই দেউতা মিছা হ'ল, আপোনাৰ ডাঙৰ বেগটোৰ মাজত মনিবেগটো নাপালো।"

ঃ "মনিবেগটো বিচাৰি নাপালা নাই। সেই বেগটোত আৰু একো নেদেখিলা নেকি?"

ঃ "আছে। ডাঙৰ টকাহে আছে। সৰু টকা এটাও নাই।"

ঃ" ডাঙৰ টকা এটাকে লৈ নাহিলা কিয়? অট'চালকে ভঙাই দিলেহেঁতেন নহয়।"

ঃ "কথাটো মই চিন্তা কৰিবলৈকে নহ'ল। হ'ব দিয়ক। কালিলৈ সি নিজেই আহি লৈ যাবহি। মই কথাটো অট' চালকক কৈ তাক বিদায় দি আহো।" — এইবুলি কৈয়েই সি দেউতাকৰ কাষৰ পৰা আঁতৰি আহিল। অলপ দূৰ যাওঁতেই বাপেকে চিঞৰি ক'লে — থ' থ' অট'চালক এই পৰলৈকে তোমাৰ বাবে গেটৰ মুখত ৰৈ থকা নাই।

অতপৰে কোনোবা ধুবুৰী পালেগৈ। তোমাৰহে মযেই ভাৰাটো দি বিদায় দিলো।

ঃ "তেন্তেনো মোক আপুনি কিয় টকা বিচৰাই লটি ঘটি কৰাই মাৰিছে? ফুলবৰে দুখ মনেৰে দেউতাকক সুধিলে।" চন্দ্ৰপ্ৰসাদে গহীনাই উত্তৰ দিলে— "কিয়, তুমি অলপতে মোকজনোবা নাই জানো যে তোমাৰ জেপত ফুটা কড়ি এটাও নাই বুলি? তুমি এই মাত্ৰ দেখি অহা টকাবোৰনো কাৰ? তোমাৰ, মোৰ, মাৰাৰ, ভনীয়েৰাৰ সকলোৰে নহয় জানো? হাতীশাললৈ ওলাই যোৱা পোচাকজোৰৰ পকেটত টকা নাই বুলিয়েই তোমাৰ টকা নাই বুলি কিয় ভাবি ল'লা? মনিবেগটো মোৰ লগতে আছে। তুমি আলমাৰিত বিচাৰি ক'ত পাবা? টকাৰ বাবে আজিৰ পৰা যাতে তুমি চিন্তা কৰিব লগা নহয়, তাৰ কাৰণেই মই তোমাক স্বচক্ষে টকা কেইটা চাই আহিবলৈ পঠালো।"

ফুলবৰে যে তাৰ জেপত ফুটা কড়ি এটাও নাই বুলি কৈ দেউতাকৰ অন্তৰত আঘাট দিলে, কথাটো বুজিব পাৰি ধুপুচকৈ দেউতাকৰ ভৰিত পৰি কন্দনা সুৰত ক'লে — "দেউতা, মোক ক্ষমা কৰি দিয়ক। মোৰ ভুলহে গ'ল।"

এনেতে মাকে দুখন হাতত দুবাটি জলপানলৈ আহি জীয়েকৰ পঢ়া টেবুলৰ ওপৰতে বাটি দুটা থৈ ক'লে — "ফুল, অথনি তোক ভনীয়েৰাক বিচাৰি যোৱাৰ আগতেই জলপান কেইটা খাই যাবলৈ ক'লো, তই ভনীৰ লগত একে লগে খামহি বুলি কৈ কুঁ কুঁকৈ গুছি গ'লি। এতিয়া ইয়ালৈকে আনি দিছো, দুইটাই খাই ল। ভাত হ'বলৈ দেৰি আছে।"

ইফালে সুপ্ৰিয়াই কেতিয়াবাই শুই থকাৰ পৰা উঠি বিচনাখনৰ এমূৰে বহি আমন জিমনকৈ ককায়েক, দেউতাকহঁতৰ কাম কাজ আৰু কথোপকথনবোৰ শুনি আছে। এতিয়া আকৌ মাকে দিয়া জলপান নাখাও নথও কৰিব লাগিলে মাকৰ গালি খাব লাগিব। সেই ভয়তে দুইটাই নিজৰ নিজৰ বাটি দুটা দাঙিলৈ খোৱাত লাগি গ'ল। দুইটাই বৰ শান্ত-শিষ্ট ল'ৰা-ছোৱালীৰ দৰে খাই শেষ কৰিলে। আনদিনাৰ দৰে চুপতা-চুপতি কৰি খোৱাতো বাদেই দুইটাই পিঠিয়া পিঠিহৈহে বহি ল'লে।

খাই বৈ উঠি ফুলবৰে — মা মই হাতী দুটাৰ খবৰ এটা কৰি আহো বুলি কৈ মাকৰ অনুমতিলৈ বাট নাচাই কোঠাটোৰ পৰা ওলাই গ'ল। ফুলবৰ ওলাই যোৱা কিছু সময়ৰ পিছতে দুখন গাড়ী আহি চন্দ্ৰপ্ৰসাদৰ চোতালত ৰ'লহি। গাড়ীৰ মাত শুনি তিনিও বাহিৰলৈ ওলাই গ'ল। ওলাই গৈ দেখে যে ডি. এচ. পি. নগৰ থানাৰ অ' চি সহ পাঁচ ছয়জন পুলিচ অফিচাৰ তেওঁলোকৰ চোতালত ঠিয়হৈ আছে। আটাইকেইজনকে আদৰি আনি চন্দ্ৰপ্ৰসাদে ড্ৰইং ৰুমত বহোৱালেহি। খৰখেদাকৈ ইলাই তামোল চালি কাটি আনি সকলোকে খাবলৈ দি আথে বেথে এই ৰাতিখন তেখেতসকলৰ আগমনৰ কাৰণ সুধিলে। ডি. এচ. পি. জনে চন্দ্ৰপ্ৰসাদৰ ফালে চাই ক'লে — "চাৰ, আমি অতি দুখিত যে আপোনাৰ পুত্ৰ ফুলবৰে আমাক খবৰটো জনোৱাৰ লগেলগে ঘটনাস্থলীত উপস্থিত হৈও চাৰিটা

অপৰাধীৰ ভিতৰত এটাক এৰেষ্ট কৰিব নোৱাৰিলো। বাকী তিনিটাক আপোনাৰ পুত্ৰ ফুলবৰে ঘোচিয়াই বগৰাই থৈ অহা অৱস্থাতে ধৰি থানাৰ লকআপত ভৰালোহি। চিন্তা নকৰিব চাৰ, পলাই যোৱাটোকো অতি সোনকালে বিচাৰি উলিয়াব পাৰিম।"

ডি. এচ. পিৰ কথাত অৰ্থ একো বুজিব নোৱাৰি সুধিলে— "ডি. এচ. পি মহোদয়, আপুনি মোক কি জনাব খুজিছে, অলপ বুজাই কওঁকচোন। মদাহি মানুহৰ দৰে এইবোৰ কি আবোল-তাবোল বলকিছে?"

"বুজিও নুবুজাৰ ভাও কিয় ধৰিছে ছাৰ। আপুনি বিশ্বাস কৰক চাৰ আপোনাৰ জীয়েক সুপ্ৰিয়া দেউৰী আৰু প্ৰতিভা গগৈৰ যুটীয়া স্বাক্ষৰত যিটো কেচ মোৰ ওচৰত এণ্ট্ৰি কৰি আহিছে, সেই কেচটোৰ তদন্তৰ দায়িত্ব মই নিজেই লৈ অ' চি মিষ্টাৰ সোণোৱালক সংগত লৈ কে বি হাইস্কুলৰ পুৰণা বইজ হোষ্টেলৰ ৩৩ নং কোঠাত মই নিজেই উপস্থিত হ'লোগৈ। মই কৰ্তব্যত গাফিলতি কৰা নাই চাৰ। আমি ইমান খৰখেদাকৈ গৈও পৰি থকা অৱস্থাত তিনিটাকহে পালোগৈ। স্কুল চৌহদটোৰ চাৰিওফালে পিনা পিন্‌দি বিচাৰিও চতুৰ্থটোক নাপালো।"

ডি এচ পি মহোদয়ে ইমান বহল ব্যাখ্যা দিয়াৰ পিছতো আমাৰ বাঘ উকিল নামে বিখ্যাত টাইগাৰ মেজিষ্ট্ৰেট চন্দ্ৰপ্ৰসাদে অসহায় মানুহৰ দৰে এবাৰ পুলিচ অফিচাৰ সকলৰ মুখলৈ, এবাৰ অফিচাৰ সকলৰ পিছফালে বৈ থকা জীয়েকৰ মুখলৈ, আনবাৰ ... ইলাৰ মুখলৈ কিবা সহায় পোৱাৰ আশাৰে চাবলৈ ধৰিলে। ইমান নাম কৰা মেজিষ্ট্ৰেট জনে ডি এচ. পি.ৰ কথাৰ এটা বাক্যৰ অৰ্থও বুজি উঠিবলৈ সক্ষম নহ'ল।

বাপেকৰ অসহায় অৱস্থা বুজিব পাৰি সুপ্ৰিয়াই ককায়েকে চৰিওৱা গালখন মোহাৰি মোহাৰি সকলোৰে সন্মুখত ঠিয়হৈ সবিনয়ে জনালে — "মাননীয় মহোদয় সকল, আজি আবেলি শ্ৰীমতী প্ৰতিভা গগৈ আৰু মোকলৈ আমাৰ স্কুলৰ ৩৩ নং কোঠাত যিটো ঘটনা ঘটি গ'ল, সেইটো ঘটনাই বোলক বা দুৰ্ঘটনাই বোলক সেই বিষয়ে আমাৰ দেউতা আৰু মাই একো নাজানে। মইও জনাবলৈ এতিয়ালৈকে সাহস গোটাব পৰা নাই। সেয়েহে দেউতাই ডি. এচ. পি চাৰৰ কথাৰ অৰ্থ বুজিব পৰা নাই। সকলো কথা ককাইদেৱে মা-দেউতাক জনাব বুলি আশা কৰিছিলো। কিন্তু তেখেতে এইবোৰ কেলেংকাৰী, অসৎ কাৰ্যত মই জৰিত আছিলো বুলি জানি মা-দেউতাই মোৰ ওপৰত নানা শাস্তি বিহিব পাৰে বুলি ভয় কৰিয়েই নে, নাজানো কথাবোৰ মা-দেউতাক একো জানিবলৈ নিদি এই ৰাতিখন দুই মাইল দূৰত থকা হাতীশাললৈ গুছি গ'ল। এই ৰাতিখন হাতীশাললৈ যোৱাৰ কোনো প্ৰয়োজন নাছিল। আচলতে মই বুজাত মা-দেউতাক এইবোৰ কথা জনাবলগীয়া হ'ব পাৰে বুলি ভয়তে ককাইদেউ আঁতৰি ফুৰিছে। এতিয়া চাৰসকল মোৰ সন্মুখত আছে যেতিয়া, মই নিৰ্ভয়ে মা-দেউতাক জনাব পাৰিম। ককাইদেউৰ অনুমতি নোলোৱাকৈ কু-কাৰ্যলৈ আগবঢ়াৰ প্ৰতিফল এয়া চাওক, মোৰ সোঁফালৰ

গালখনৰ আৱস্থা। তাহানি ভীমেও কিজানি বকাসুৰক এনে এটা চৰ দিয়া নাছিল। এতিয়া আকৌ এইবোৰ কথা কৈ থাকোতে ককাইদেউ কেনেবাকৈ ওলাবহি লাগিলে কিন্তু মোক ৰক্ষা কৰিব লাগিব। মই আগতিয়াকৈ জনাই থলো।"

সুপ্রিয়াৰ কথা শুনি পুলিচ অফিচাৰ কেইজনে হাঁহিলে। তাৰপিছত মাক-বাপেকৰ মুখলৈ চাই সকলো বিৱৰি ক'লে। স্কুল চুটীৰ পিছত কিদৰে সিহঁতৰ ক্লাচৰে ল'ৰা দুটাৰ পাল্লাত পৰি প্রতিভাৰ লগত পৰীক্ষাৰ নোটবহী এখন আনিবৰ বাবে বইজ হোষ্টেললৈ যাব লগা হ'ল। ল'ৰা দুটাৰ কোঠাটোত প্রবেশ কৰাৰ লগে লগে কেনেকৈ বিচনাৰ তলত লুকাই থকা ডকাইট আকৃতিৰ মানুহ দুটা ওলাই আহি দৰ্জা বন্ধ কৰি দি দুই জনীকে দুখন বিচনাত বহুৱাই লৈ মিছা মিছা কথা কিছুমান আৱতাৰণা কৰি সিহঁত দুজনীক জেৰা কৰিবলৈ ধৰিলে, কাহানিও চিনি জানি নোপোৱা মানুহ দুটাৰ কথা আমি দুজনীয়ে পুলিচত লগাইছো বুলি মিছা অভিযোগ কিছুমান আমাৰ ওপৰত জাপি দি সিহঁত দুজনীক কাবু কৰিবলৈ বিচৰা কথা, মদ খাইলৈ সিহঁত দুজনীক অশ্লীল ইঙ্গিত দিয়াৰ কথা, দৰ্জা খুলি পলাব খোজোতে দুটাই দুজনীক বিচনাত বগৰাই লৈ কাপোৰ টনাটনি কৰোতেই কেনেকৈ তাইৰ ককায়েকে খিৰিকি ভাঙি ভিতৰ সোমাই সিহঁত দুজনীৰ সতীত্ব ৰক্ষা কৰি চাৰিটাকৈ গুণ্ডা, পাপীষ্ঠক মাটিত বগৰাই দি সিহঁত হালক উদ্ধাৰ কৰি আনিলে, এফালৰ পৰা সকলো বিৱৰি জনালে। জীয়েকৰ মুখে সকলো কথা শুনি মাক-বাপেক দুয়ো শিলৰ মূৰ্ত্তিৰ দৰে ঠৰ লাগিল।

সেই সুযোগতে ডি. এচ. পি. জনে জনালে যে তেওঁলোকে আজি দুটা বছৰে বিচাৰি ফুৰিও ধৰিব নোৱাৰা জঘন্য নাৰীঘাটি অপৰাধী কালু মিএগ আৰু ৰমজান আলিক তেখেতৰ পুত্রৰ সহায়ত অতি সহজেই এৰেষ্ট কৰিব পাৰি যে তেখেতলোক কিমান সুখী আৰু আনন্দিত হৈছে সেই কথা তেখেতলোকে ভাষাৰে প্রকাশ কৰিব নোৱাৰে। সেইবাবেই তেখেতসকলৰ আন্তৰিক ধন্যবাদ আৰু শুভেচ্ছা জনাবৰ বাবে আহিছে বুলি জানিবলৈ দিলে।

পুলিচ অফিচাৰ সকলৰ মুখে পুত্রৰ গুণানুকীৰ্ত্তন শুনি অতি আনন্দিত হৈ চন্দ্রপ্রসাদে হাঁহি হাঁহি ক'লে— "আপোনালোকে আটাইকেইজন পুলিচ অফিচাৰক একেলগে মোৰ ঘৰত দেখা পাই মই নথৈ সুখী হৈছো। বিশেষকৈ আপোনাসকলৰ মুখে মোৰ পুত্রৰ বীৰত্বৰ কাহিনী শুনি নথৈ আনন্দিত হৈছো।"

এইবাৰ পৰম উল্লাসেৰে অ' চি জনে জনালে — "ছাৰ আজি এই ঘটনাৰ সবিশেষ খবৰ গুৱাহাটীত থকা এচ. পি. মহোদয়ক টেলিফোন যোগে জানিবলৈ দিছো। তেখেতে অতি আগ্রহেৰে সকলো শুনিলৈ অতি সোনকালে আহি আপোনাৰ পুত্রক দেখা কৰিবহি বুলি জনাইছে। অহা স্বাধীনতা দিৱসৰ দিনা আপোনাৰ পুত্রক 'দু সাহসী বটা' প্রদানৰ ব্যৱস্থা কৰিবলৈও মোক টানি অনুৰুধ জনাইছে।"

অ' চিৰ কথা শুনি চন্দ্ৰপ্ৰসাদে ক'লে— "আপোনালোকৰ কাৰ্যই মোক অতি আনন্দিত কৰি তুলিছে। বিশেষকৈ আপোনালোকৰ কৰ্ত্তব্যপৰায়ণতাৰ বাবে মই আপোনালোকক শতবাৰ ধন্যবাদ জনাইছো।"

ডি. এচ. পিজনে সুপ্ৰিয়ালৈ চাই সুধিলে— "তোমাৰ ককায়েৰাক আজি লগ পামনে? তেওঁ হাতীশালৰ পৰা কিমান সময়ত ঘূৰিব?"

ঃ "একো ঠিক নাই আজি অসময়ত ওলাই গৈছে। অন্যদিনা এই সময়ত মোৰ পঢ়া-শুনা কাৰ্যত তদাৰক কৰাত ব্যস্ত থাকে। আজি মোৰ ওপৰত খং কৰি ওলাই গৈছে। গতিকে ঘূৰি অহাত পলম কৰিব।" — সুপ্ৰিয়াই দুখেৰে জনালে।

ঃ "ছাৰ, তেন্তে আমি আজিলৈ উঠো।" অন্য এদিন আহি আপোনাৰ ল'ৰাটিক দেখা কৰিমহি বুলি ডি. এচ.পিজনে পুলিচৰ কায়দাত ঠিয় হৈ চন্দ্ৰপ্ৰসাদৰ পৰা বিদায় মাগিলে। বাকী সকলেও বিদায় অভিবাদন জনালে। তাকে দেখি ইলাই বাধাদি চিঞৰি উঠিল। — "নহ'ব, নহ'ব। দয়াকৰি মহোদয় সকল খন্তেক বহক। আপোনালোক ইমান কেইজন পুলিচ অফিচাৰ একেলগে আহি আজি মোৰ ল'ৰাৰ গুণ-গৰিমা শুনাই এই দুখিনী মাতৃৰ বুকুখন এহাতমান ডাঠ কৰাই দিয়াৰ পিছতো মই আপোনালোকক শুদা মুখে খেদিব পাৰোনে? আৰু কিছুপৰ মোৰ বাবেই খৰচ কৰক।"

কথাকেইষাৰ কৈয়েই ইলা ভিতৰ সোমাই গ'ল। ডি. এচ. পিৰ সমন্বিতে কেউজন অফিচাৰেই হাঁহি হাঁহি পুনৰ নিজৰ আসন গ্ৰহণ কৰিলে। চন্দ্ৰপ্ৰসাদে অন্য কথা উলিয়ালে। সুপ্ৰিয়াই সেইকন সুযোগতে অফিচাৰ সকলৰ পৰা বিদায়লৈ নিজৰ কোঠাটোৰ ফালে আগবাঢ়িল। কোঠাত প্ৰবেশ কৰিয়েই দেখে যে ককায়েকটোৱে তাইৰ বিচনাখনত দীঘল দি চুপ-চাপ পৰি আছে। ঃ "অ' মা.......।" ককায়েকটোৱে যে কেতিয়াবাই আহি তাইৰ বিচনাত শুই আছেহি। এই কথা জনাবলৈ মাকক চিঞৰোতেই একে জাপে উঠি আহি ফুলবৰে ভনীয়েকৰ মুখত সোপামাৰি ধৰিলে আৰু তাৰ উপস্থিতিৰ কথা নজনাবলৈ অনুৰোধ কৰিলে। সি ইচ্ছা কৰিয়েই যে পুলিচৰ আগত দেখা দিয়া নাই সেই কথাও জনালে। তাৰ কথা শুনি সুপ্ৰিয়াই আচৰিতহৈ সুধিলে —"ইমানজন বীৰ পুৰুষৰ পুলিচৰ আগত ওলাবলৈ ভয়টো কিয়?"

ফুলবৰে তাইৰ প্ৰশ্নৰ উত্তৰৰ বিনিময়ত তাইক পথালি কোলাকৈ দাঙি নি বিচনাত শুৱাই দিলে। সি নিজেও বিচনাতে বহিলৈ তাইৰ মূৰটো আলফুলে দাঙি নিজৰ কোলাত উঠাই ললে। তাৰ পিছত সি চৰমাৰি ওখহাই থোৱা গালখন পিহি দি মৰম কৰি কৰি তাইৰ কাণৰ ওচৰলৈ মুখখন নি ফুচফুচাই ক'লে— পুলিচলৈ ভয় কৰি নহয় আকৰি, পুলিচ জাতিটোৰ প্ৰতি মোৰ ঘৃণা ভাৱ থকাৰ বাবেহে সিহঁতৰ আগত দেখা নিদি পিচ দুৱাৰেদি চোৰৰ দৰে সোমাই তোমাৰ বিচনাত পৰি আছোহি। অৱশ্যে মই ঘৰ আহি পোৱা পাঁচ মিনিটেই হোৱা নাই।"

ঃ "পুলিচৰ প্ৰতি আপোনাৰ ঘৃণা ভাব কিয় ?" — সুপ্ৰিয়াই সুধিলে।

সি জনালে যে পুলিচবোৰ আচলতে সৎলোকৰ বন্ধু নহয়। চোৰ, ডকাইট, গুণ্ডা, খুনী, দুৰ্নীতিকাৰী আদি দেশৰ শত্ৰু সকলৰহে বন্ধু। সেইবাবে সি সদায় সিহঁতৰ সঙ্গ এৰাই চলে। তাৰ পিছত ভনীয়েকৰ দুই গালতে দুটা চুমা খাই তাই স্কুল চুটীৰ পিছত ঘৰলৈ নাহি বইজ হোষ্টেললৈ কিয় মৰিবলৈ গৈছিল জানিবলৈ বিচাৰিলে। ককায়েকক সেই কৰুণ কাহিনী সবিশেষ জনাবলৈ গৈ তাই ফেঁকুৰি উঠিল। ককায়েক সেই সময়ত উপস্থিত নোহোৱাগৈ হ'লে তাইৰ গতি কি হ'লহেঁতেন এই কথা মনত পৰি তাই ককায়েকৰ ডিঙিত ধৰি উচুপিবলৈ ধৰিলে। প্ৰতিভাৰ বাবেই যে তাই আজি সেই নৰকপুৰীত ভৰি দিবগৈ লগা হৈছিল, প্ৰতিভাৰ ইংৰাজীৰ প্ৰশ্নোত্তৰ টোকা বহী এখন আনিবলৈ লগ ধৰাতহে তাই যাব লগা হ'ল, সকলো কথা কান্দি কান্দি ককায়েকক জনালে। ককায়েকে ভনীয়েকৰ উচুপনি বন্ধ কৰিবৰ কাৰণে ভনীয়েকক তাৰ বুকুৰ মাজলৈ টানি আনি অতি জোৰেৰে সাৱটি ধৰিলে। কিছুপৰৰ পিছত ককায়েকৰ মৰম পাই তাইৰ কান্দোন বন্ধ হ'ল।

এইদৰে বহুত পৰ ককায়েকৰ বহল বুকুৰ মাজত সোমাই সুপ্ৰিয়াই নিতাল মাৰি থাকিল। তাৰপিছত ককায়েকৰ ডিঙিটোত সাৱটি ধৰি ককায়েকৰ মুখত মুখ লগাই ফুচ ফুচাই ক'লে — ককাইদেউ আপোনাৰ মৰম মই আজিৰ সমান কাহানিও পোৱা নাই। আজি আপোনাৰ মৰমে মোক বলিয়া কৰি তুলিছে। মোক আৰু জোৰেৰে সাৱটি ধৰি মৰম কৰি দিয়কনা।"

এনেতে বাহিৰত দুখন গাড়ীয়ে একেলগে গৰজি আঁতৰি যোৱাৰ শব্দ সিহঁত দুয়ো শুনিবলৈ পালে। ফুলবৰে সুপ্ৰিয়াক জোৰেৰে সাৱটি ধৰি দুই গালতে দুচুমা খাই উঠি ক'লে — "আজিলৈ ইমানেই হ'ব। মইতো সদায় তোমাৰ কাষতে আছো। মোৰ মৰম সদায় পায়েই থাকিবা। এতিয়া উঠা। তোমাক বিচাৰি মা-দেউতাই এইখিনি পাবহি, দেখিলে সৰ্বনাশ হ'ব।" এইবুলি কৈ ভনীয়েকৰ লেতুসেতু দেহাটো বিচনাখনত শুৱাই দি পুনৰ তাই ওঁঠযোৰিত চুমা এটা খাই আঁতৰি আহিল। সুপ্ৰিয়াৰ কোঠাটোৰ দৰ্জা মুখ পাই পুনৰ ভনীয়েকলৈ ঘূৰি চালে। বেচেৰী জনীয়ে মোৰ পৰা আৰু কিবা কিবি বহুত আশা কৰিছিল। তাই লেতু সেতুহৈ পৰা ঠাইতে পৰিয়েই আছে দেখোন। মই আজি তাইক জোখতকৈ বেছি মৰম দিলো নেকি বাৰু ? সি নিজকে এবাৰ প্ৰশ্ন কৰি চালে। ❖❖

# চাৰি

দিনবোৰ বাগৰি গৈ থাকিল। সুপ্ৰিয়াৰ মেট্ৰিক পৰীক্ষাৰ দিন যিমানে ওচৰ চাপি আহিছে, তাই পঢ়া-শুনাত সিমানে ব্যস্তহৈ পৰিছে। ককায়েকৰ উৎসাহ উদ্দীপনা পাই ৰাতি এক দুই বজালৈকে টোপনি ক্ষতি কৰি যথেষ্ট কষ্ট কৰিছে। তাইৰ লগতে এই কেইদিন ফুলবৰৰো টোপনি ক্ষতি হৈছে। সি ভনীয়েকৰ কাষতে বহি আগন্তুক পৰীক্ষাত আহিব পৰা প্ৰশ্ন সমূহ যুগুতাই, এই প্ৰশ্নসমূহৰ উত্তৰ কেনেদৰে লিখিলে বেচি নম্বৰ পাব পাৰি, এই বিষয়ে দিহা পৰামৰ্শ দি বহি থাকিব লগা হৈছে। তাৰ দিহা পৰামৰ্শ বিচাৰি মাজে সময়ে প্ৰতিভাও ওলাইহি। সি জনা খিনি তাইকো বুজাই মেলি দিয়াত কৃপনালী নকৰে। কাৰণ প্ৰতিভা হ'ল ভনীয়েকৰ একমাত্ৰ সখীয়েক। প্ৰতিভাৰ বাপেক কলেজ এখনৰ প্ৰফেচৰ। মাক হাইস্কুল এখনৰ হেড্‌মিষ্টেচ। তথাপি যেতিয়া সাধাৰণ মেট্ৰিক পাচ ল'ৰা এটাৰ ওচৰলৈ দিহা পৰামৰ্শ লবলৈ জীয়েকক পঠাবলৈ ভাল পাইছে, সিনো জনাখিনি শিকাই বুজাই দিবলৈ কিয় বেয়া পাব। তাতে জীয়েকে সেইদিনা তাইৰ জীৱনৰ সৰ্বস্ব হেৰুৱাবলৈ ওলোৱা বিপদৰ পৰা উদ্ধাৰ কৰি অনাৰ বাবে সি এতিয়া প্ৰতিভাৰ লগতে প্ৰতিভাৰ মাক-দেউতাকৰো প্ৰিয়পাত্ৰ হৈ পৰিছে। সঁচা কথা কবলৈ হ'লে প্ৰতিভাই লাহে লাহে ফুলবৰৰ প্ৰেমত পৰিবলৈ আৰম্ভ কৰিছে। ফুলবৰে তাইক সেই বিষয়ত কোনো সঁহাৰি জনোৱা নাই বাবেই তাই বেছি দূৰ আগবাঢ়িব পৰা নাই। ইফালে বুদ্ধিমতী সুপ্ৰিয়াৰ চকুত সখীয়েকৰ দুৰ্বলতাখিনি ধৰা পৰি গৈছে। সেয়েহে সখীয়েক হ'লেও প্ৰতিভাই ফুলবৰক বিচাৰি সিহঁতৰ ঘৰলৈ অহাতো সুপ্ৰিয়াই সহজ ভাবে লব পৰা নাই। একপ্ৰকাৰে চাবলৈ গলে প্ৰতিভা দেখনে শুৱনে, ৰূপে-গুণে শিক্ষাই-দীক্ষাই এজনী ভাল ছোৱালী। তাতে তাইৰ একমাত্ৰ সখীয়েক। এনে এজনী ছোৱালীক ভাবী নবৌ হিচাপে আশা কৰাত কি লোকচানটো আছিল? কিন্তু তাই নোৱাৰে। কিয় নোৱাৰে তাই নিজেই নাজানে। প্ৰতিভাক নবৌৰ ঠাইত নাভাবি তাইৰ প্ৰেমৰ প্ৰতিদ্বন্দী বুলিহে ভাবি লৈছে।

প্ৰতিভাই ককায়েকৰ মুখলৈ চাই হাঁহিলে, ককায়েকটো ওচৰত গাতে গা লগাই বহিলে ককায়েকে প্ৰতিভাক মৰমেৰে মাতিলে, সুপ্ৰিয়াই কিয় প্ৰতিহিংসাৰ জুইত জ্বলিপুৰি মৰে তাৰ সৎ উত্তৰ তাই বিচাৰি পোৱা নাই। যি দিনাই তাইৰ দেউতাকে ফুলবৰ নামৰ সেই ধুনীয়া ডেকাটি বাটৰ পৰা ধৰি আনি তাইৰ হাতত তুলি দিলেহি, ঠিক সেই দিনাই বাপেকৰ সেই অমূল্য উপহাৰটিক তাইৰ অন্তৰৰ গভীৰ স্থানত আশ্ৰয় দি থলে। তেতিয়াৰ পৰা আজিলৈকে অতি সযত্নে অলপো নজহা নপমাকৈ তাইৰ হিয়াত স্থাপন কৰি ৰাখিছে। তাইৰ একচেটিয়া সম্পদটিৰ ওপৰত হাত দিবলৈ কাৰো অধিকাৰ নাই। যাক নহ'লে তাই আজি কালি এটা দিনো পাৰ কৰিব নোৱাৰে, সেই ফুলবৰ তাইৰ ককায়েক, ফুলবৰ তাইৰ বন্ধু, ফুলবৰ তাইৰ শিক্ষাগুৰু, ফুলবৰ তাইৰ বিপদৰ উদ্ধাৰকাৰী, ফুলবৰ তাইৰ সকলো আৰু ফুলবৰেই তাইৰ জীৱন। এনে এটি আপুৰুগীয়া সম্পদত হাত দিবলৈ অহা প্ৰতিভাক তাই ভাল চকুৰে চাব কেনেকৈ? এইবোৰ চিন্তাই তাইক এইকেইদিন খুলি খুলি খাই মাৰিছে।

সুপ্ৰিয়াৰ অন্তৰৰ কথা ফুলবৰেও নুবুজাকৈ থকা নাই। কিন্তু সি নিৰুপায়। সি বন্দ্ৰা প্ৰতিজ্ঞাবদ্ধ। তাৰ জীৱন গলেও সি বনাই লোৱা পিতৃ-মাতৃক বিশ্বাসঘাটকতা কৰিব নোৱাৰে। এটা সময়ত সি আশাকৰা মতেই ভনীয়েকৰ প্ৰথম পৰীক্ষাৰ দিনটো আহিল। কোনো অঘটন নঘটাকৈ শেষ পৰীক্ষাৰ দিনটোও পাৰহৈ গ'ল। পঢ়াত ব্যস্ত থাকিব লগা কষ্টকৰ দিন কেইটাৰ পৰা মুক্তি লাভ কৰি বেছিদিন স্বাধীন মনে দিনবোৰ উপভোগ কৰিবলৈ নাপাওতেই সুপ্ৰিয়াহঁতৰ ৰিজাল্ট ওলাল। তাই ইংৰাজী আৰু গণিত দুটা বিষয়ত লেটাৰ মাৰ্কলৈ প্ৰথম বিভাগত পাচ কৰিছে। সুপ্ৰিয়া আৰু ফুলবৰৰ কষ্ট সাৰ্থক হ'ল।

মেট্ৰিক পৰীক্ষা ৰিজাল্ট দিবৰ দিনা সুপ্ৰিয়াহঁতৰ ঘৰত কি যে স্ফুৰ্ত্তি। ককায়েক আৰু মাকে সুপ্ৰিয়াক কোচতেই বহোৱাই লবনে মূৰতেই তুলি লব একো ঠিক কৰিব নোৱাৰি ছোৱালীজনীক নচোৱাই ফুৰিছে। চন্দ্ৰপ্ৰসাদো আজি ক'ৰ্টৰ পৰা সোনকালে আহি ঘৰ ওলালেহি। জীয়েকৰ পৰীক্ষাৰ ৰিজাল্ট তেওঁ কাৰ্যালয়তে পালে। ঘৰ আহি পায়েই আৰামী চকী খনত বহি লৈ পুতেক জীয়েক হালক তেওঁ ওচৰলৈ মাতিলে। দুয়ো আহি বাপেকৰ সন্মুখত ঠিয় হ'ল। বাপেকে বেগ এটাৰ পৰা ধুনীয়া উনৰ চোৱেটাৰ এটা উলিয়াই পুতেকৰ হাতত দিলে আৰু আশী সুতাৰ চাদৰ এখন জীয়েকৰ হাতত দি ক'লে— "তহঁত দুটাৰ ৰিজাল্ট পাই মই আজি বৰ সুখী হৈছো। গতিকে মোৰ মৰম আৰু আৰ্শীবাদৰ চিন স্বৰূপে এই উপহাৰ দুটা তহঁত হালৰ হাতত তুলি দিলো।" ফুলবৰে দেউতাকৰ কথা শুনি অকৰা লাগিল। সি সুধিলে — "দেউতা মোৰ আকৌ কিহৰ ৰিজাল্ট। মইতো পৰীক্ষা দিয়া নাই।" তেতিয়া বাপেকে গহীনাই জনালে — "তোমাৰ ভনীয়েৰা দুটা বিষয়ত অতি কেচা আছিল। কিন্তু তোমাৰ অক্লান্ত যত্ন আৰু পৰিশ্ৰমৰ ফলত সেই দুটা বিষয়তে তাই লেটাৰ মাৰ্ক পাইছে। চৰকাৰে তোমাৰ ৰিজাল্ট ঘোষণা

কৰা নাই কিন্তু মই তোমাৰ পৰিশ্ৰমৰ ৰিজাল্ট পাই গ'লো। এতিয়া যোৱা।" বাপেকৰ আদেশ পাই দুয়ো দেউতাকৰ সন্মুখৰ পৰা আঁতৰিবলৈ লওঁতেই ভিতৰৰ পৰা খৰখেদাকৈ মাক ওলাই আহি ক'লে — "ৰবি ফুল, তোৰ বাবে মোৰ ওচৰত আৰু এটা শুভ ৰিজাল্ট আছে। লৈ যা।"

তিনিওজনে ইলাৰ মুখলৈ চালে। চিক্‌মিকাই থকা সোণালী ৰঙৰ সৰু কেচ্ এটা ফুলবৰৰ হাতত তুলিদি ক'লে— চাচোন ইয়াৰ ভিতৰত কি আছে? ফুলবৰে আলফুলকৈ কেচ্‌টো খুলি তাৰ ভিতৰৰ পৰা এডাল সোণৰ চেইন আৰু এশটকীয়া নোট বিশখন উলিয়াই আনিলে। সোণৰ চেইনডাল দেখি সুপ্ৰিয়াই ককায়েকৰ হাতৰ পৰা থপিয়াই নি আই ঔ কি ঔ ইমান ধুনীয়া বুলি চিঞৰি হুলস্থূল লগাই নিজৰ ডিঙিত পিন্ধিলৈ এইবোৰ তাক কোনে দিছে মাকৰ পৰা জানিবলৈ বিচাৰিলে। মাকে ক'লে— "এই কেই পদ বস্তু তোক দিবলৈ এচ. পি আৰু ডি. এচ. পি দুই জনে মোৰ হাততে দি গুছি গ'ল। দুঘন্টাতকৈ অধিক সময় বহিও তোক লগ ধৰিব নোৱাৰি দুখ প্ৰকাশ কৰি গৈছে।"

ফুলবৰে টকা দুহেজাৰ মাকৰ হাতত দি ক'লে— "মা, এই টকা দুহেজাৰ আপুনিয়েই ৰাখি থওক। মইনো এইসোপা ক'ত লৈ ফুৰিম। পিছে মোক উপহাৰ দিয়া সোণৰ চেইনডাল কাৰোবাৰ ডিঙি শুৱনি কৰিবলৈ দিব নোৱাৰো। ককায়েকৰ কাট মৰা কথাটো সুপ্ৰিয়াই বুজিব পাৰি তাই ডিঙিৰ পৰা চেইনডাল খুলি মুখখন ওফন্দাই ককায়েকৰ ফালে দলিমাৰি দি মাকক ক'লে— "মা মোকো এনেকুৱা এডাল চেইন বনাই দিবা না।" ফুলবৰে চেইনডাল হাতত লৈ দুইহাত মেলি ভনীয়েকৰ ডিঙিত পিন্ধাই দি ক'লে — "মাকে জীয়েকক বনাই দিয়াৰ আগতেই শ্ৰীমতী সুপ্ৰিয়া দেউৰীয়ে মেট্ৰিক পৰীক্ষাত ভাল ৰিজাল্ট কৰাৰ বাবে মই এইডাল তেওঁৰ কণ্ঠত পিন্ধাই উপহাৰ হিচাপে দিলো।" তাৰ কাৰ্য দেখি মাক বাপেক দুয়ো হাঁহিলে। সুপ্ৰিয়াই ককায়েকৰ ফালে ঘোঁপাকৈ চাই আঁতৰি গ'ল। ❖❖

# পাঁচ

সুখৰ দিনবোৰ কাৰোৰে বাবে চিৰস্থায়ী নহয়। চন্দ্ৰপ্ৰসাদ আৰু ইলাৰ বাবেও দুখৰ দিনবোৰ আহি উপস্থিত হ'লহি। তুলনীয়া পুত্ৰ হ'লেও ফুলবৰক লৈ ইলা আৰু চন্দ্ৰপ্ৰসাদে অতি সুখী আৰু গৌৰৱ অনুভৱ কৰিছিল। ঘৰখনৰ সকলো দায়িত্ব ফুলবৰৰ ওপৰত দি চন্দ্ৰপ্ৰসাদ এই পাঁচ বছৰে একেবাৰে নিশ্চিন্ত হৈ পৰিছিল। কিন্তু বিধাতাই চন্দ্ৰপ্ৰসাদৰ সেই সুখ সহ্য কৰিব নোৱাৰিলে। দিনটো আছিল ৰবিবাৰ। চন্দ্ৰপ্ৰসাদ ঘৰতে আছিল। প্ৰতিভা আহিছিল; ফুলবৰক লগ কৰিবলৈ। সেই সময়ত ফুলবৰ ঘৰত নাছিল। তাৰ আগদিনাই চন্দ্ৰপ্ৰসাদে ফুলবৰৰ ওপৰত গধুৰ দায়িত্ব এটা দি মৰাণলৈ পঠাইছে। আজি আহি পোৱাহি কথা। প্ৰতিভাই মনৰ মানুহজনক লগ কৰিব নোৱাৰাৰ বেদনাত মনটো মাৰি পেলালে। সখীয়েক সুপ্ৰিয়াক ফুলবৰ মৰাণলৈ কিয় গৈছে, কেতিয়া ঘূৰিব, ৰেলত গৈছে নে বাচত গৈছে ইত্যাদি ইত্যাদি অনেক কথা পেঘেনীয়াই পেঘেনীয়াই সুধি তাইক একেবাৰে অতিষ্ঠ কৰি তুলিলে। ককায়েকৰ বিষয়ে ইমানবোৰ কথা জানিবলৈ তাইৰ কি প্ৰয়োজন আছে বুজি নাপালে। অন্যহাতে আজিকালি তাই সখীয়েকক সহ্য কৰিব নোৱাৰাহে আহিছে। পৰাপক্ষত তাই সিহঁতৰ ঘৰলৈ নহাতোকে কামনা কৰে। বৰকৈ ককায়েকটোৰ কথা সুধি থকাৰ কাৰণে খং উঠি সখীয়েকক মুখফালি একো কব নোৱাৰি, উচাৎ মাৰি সখীয়েকৰ ওচৰৰ পৰা উঠি গুছি গ'ল। সেই কন সুযোগতে প্ৰতিভাই সখীয়েকৰ টেবুলৰ পৰা বহী এখন টান মাৰি আনি তাৰে কাগজ এখিলা ফালি, খচ্ খচ্কৈ কিবা কিছুমান লিখি চোপে চাপে গৈ ফুলবৰৰ কোঠাত সোমাই গাৰুটোৰ তলতে কাগজখন থৈ ওলাই আহিল। ককায়েকৰ কোঠাৰ পৰা প্ৰতিভা ওলাই অহা দৃশ্যটো সুপ্ৰিয়াৰ চকুত পৰিল। ইফালে কামটো কৰিয়েই প্ৰতিভাই কাকো মাত নলগোৱাকৈ ওলাই গুছি গ'ল। ককায়েক ঘৰত নাই বুলি জানিও প্ৰতিভাই কিয় ককায়েকৰ কোঠাত সোমাইছিল? প্ৰশ্নটো তাইৰ মনলৈ অহাৰ লগে লগে কিবা এটা সন্দেহ ওপজিল। খৰ খোজেৰে তাই ককায়েকৰ কোঠাত প্ৰবেশ কৰিলে। কোঠাটোৰ ইফালে সিফালে কেউফালে চাই তাই সন্দেহজনক একো নেদেখিলে। ককায়েকটো আহি পাবৰ সময় হৈছে। গতিকে

তাৰ বিচনাখন ভালকৈ সজাই থও বুলি গাৰুটো দাঙোতেই প্ৰতিভাই থৈ যোৱা চিঠিখন পালে। চিঠিখন পঢ়ি তাই খণ্ডত জ্বৰ ঘামে ঘামিবলৈ ধৰিলে। দ্বিতীয়বাৰ পঢ়ি তাই এনে লাগিল যেন তাইৰ হাতত থকা চিঠিখন এটা বিষাক্ত সাপলৈ ৰূপান্তৰ হৈ তাইৰ ব্ৰহ্ম তালুত দংশন কৰিবলৈ ফেঁট তুলি উঠিছে। তাই সেই বিষাক্ত সৰ্প দংশনৰ পৰা হাত সাৰিবৰ বাবে পলাব খোজোতেই দৰ্জাৰ মুখতে ককায়েকটোৰ সৈতে মুখামুখি হ'ল। ভনীয়েকৰ হাতত কাগজ এখন দেখি ধেমালিৰ সুৰতে সুধিলে— "কৰোবাৰ প্ৰেমপত্ৰ পালা নেকি? লুকাই চোৰকৈ যে মোৰ ৰুমত সোমাই পঢ়িছাহি?"

ককায়েকৰ প্ৰশ্নই সুপ্ৰিয়াৰ অন্তৰত জ্বলি থকা জুইকোৱাত যেন ঘিউহে ঢালি দিলে। সন্মুখতে শত্ৰুক দেখি একে জাপে টেঁটুত কামুৰ মাৰি ধৰিবলৈ বিচৰা হিংস্ৰ বাঘিনী এজনীৰ দৰে ককায়েকৰ বুকুত খামুচ মাৰি ধৰি সুপ্ৰিয়াই বকিবলৈ ধৰিলে— "তুমি কি প্ৰতিভাক ভাল পোৱা? প্ৰতিভাক বিয়া কৰাবা? মোক ভাল নোপোৱা? মই কি তাইৰ দৰে ধুনীয়া নহওঁ? তাই তোমাক কি দি সুখী কৰিব, যিটো মই দিব নোৱাৰিম? তাইক তুমি বিয়া কৰাই, মোক তুমি ব্ৰহ্মপুত্ৰ নদীত পেলাই দিম বুলি ভাবিছা? মই দিয়া মৰম চেনেহবোৰৰ কি অলপো মূল্য নাই? সেই জনীক বিয়া কৰাবলৈ মন আছিল যদি আজি পাঁচ বছৰে মোক মৰম দি দি কিয় পাগলী বনালা?............. ?"

ঃ "কি হৈছে তহঁতহালৰ হয়? দুদিনৰ মূৰত ল'ৰাটো ভাগৰি জুগৰি ঘৰ সোমাইছেহি, মাজনীয়ে কিহৰ কাজিয়া খন আৰম্ভ কৰি দিছ ?" সুপ্ৰিয়াৰ টান টান মাত শুনি মাক বাপেক হালেই দুয়ো দুফালৰ পৰা আহি সেইখিনিত উপস্থিত হৈ মাকে প্ৰশ্ন কৰিলে। ফুলবৰে অসহায় ভাবত মাকক জনালে — "মা, ভনীয়ে মোক কিহৰ বাবে গালি পাৰিছে, মই একো বুজি পোৱা নাই।" এইবাৰ সুপ্ৰিয়াই ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰি ককায়েকক দূৰলৈ গটা মাৰি দি ক'লে— "মোৰ মাক মা আৰু মোৰ দেউতাক দেউতা বুলি মাতিবলৈ তই কোন? এইখন ঘৰত তোৰ কি এক্তিয়াৰ আছে? তই এটা অঘৰী, তই চপনীয়া, তই ভণ্ড, তোক মই ঘৃণ কৰো। অতি সোনকালে আমাৰ ঘৰৰ পৰা ওলাই যা। তোক মই........।"

মাক ইলাই আৰু সহ্য কৰি চাই থাকিব নোৱাৰিলে। জন্মৰ পৰা এই বয়সলৈকে জীয়েকক টান বচন এষাৰ দি নোপোৱা মাক জনীয়ে একে থাপে জীয়েকৰ চুলি কোচাত ধৰি চৰ্ চৰকৈ বাহিৰলৈ আনি গালে মুখে অথালি পথালিকৈ চৰিয়াবলৈ ধৰিলে। তাকে দেখি ফুলবৰে খেদা মাৰি গৈ মাকক বলেৰে জীয়েকৰ কাষৰ পৰা আঁতৰাই নি চকী এখনত বহোৱাই দিলেগৈ। তাৰপিছত মাটিত পৰি থকা ভনীয়েকক দাঙি নি তাইৰ নিজৰ বিচনাখনত শুৱাই থৈ নিজৰ কোঠাত সোমালগৈ। কানি-কাপোৰ নোখোলাকৈয়ে সি বিচনাত দীঘল দিলে। ককায়েকে ভনীয়েকক দাঙিলৈ যাওঁতে জীয়েকৰ হাতৰ পৰা কাগজ এখিলা সৰি পৰা দেখা পাই চন্দ্ৰপ্ৰসাদে আগুৱাই গৈ কাগজ খিলা বুটলিলৈ পঢ়ি

চালে। তাৰপিছত বহি থকা ইলাৰ কাষলৈ গৈ কাগজ খিলা পত্নীৰ ফালে আগবঢ়াই দি ইলাৰ কাষতে চকী এখনত বহিল। সেই কাগজখন আছিল এখন চিঠি। প্ৰতিভাই ফুলবৰলৈ লিখা এখন চিঠি। সেইখনক চিঠি চিঠিৰ আখ্যা দিব নোৱাৰি। খুউব খৰখেদাকৈ খেলেং মেলেং আখৰে লিখা কেইটামান বাক্য। ইলা আৰু চন্দ্ৰপ্ৰসাদে বুজিলে এই খেলেং মেলেং বাক্যকেইটাই এই মাত্ৰ ঘটি যোৱা ঘটনাৰ মূল বস্তু। তাত পঢ়িব পৰা বাক্য কেইটা হ'ল এনেধৰণৰ— "মৰমৰ আৰু প্ৰাণৰ ফুল দাদা, মই আজি আপোনাক লগ পাবলৈ আহিছিলো। আজি কালি দিনটোত আপোনাক এবাৰ নেদেখিলে পেটলৈ মোৰ ভাত নোযোৱা হৈছে। সেয়েহে এবাৰ চাই যাওঁ বুলি আহিছিলো। আপুনি মোক ভাল পাইনে নাপায় নাজানো। আপোনাৰ মন পাবলৈ মই সদায় চেষ্টা কৰিও বিফল হৈছো। সখীয়েও বোলে আজিলৈকে ককায়েকটোকে ভালকৈ বুজি উঠা নাই। তেনেস্থলত মই কোন? নহয় জানো? তথাপি মই কিন্তু আপোনাক প্ৰাণভৰি ভালপাওঁ। আপোনাক পাবলৈ মই গোটেই জীৱন বাট চাম। সময় নাই। আহো।" প্ৰতিভা।

চিঠিখন পঢ়ি শেষ কৰি দুইজনৰ অন্তৰত একেটাই প্ৰশ্ন উদয় হ'ল— জীয়েক সুপ্ৰিয়াই ফুলবৰক স্বামী হিচাপে পাবলৈ আশা কৰে নেকি? সেইটো যদি নহয়, তেন্তে ফুলবৰলৈ কোনোবা প্ৰতিভা নামৰ ছোৱালী এজনীয়ে দিয়া প্ৰেমপত্ৰ জাতীয় চিঠি এখন পঢ়িয়েই তাই কিয় পাগলামীখন কৰিব? মই মাজনীৰ বাবে ককায়েক বনাবলৈ অনা ফুলবৰটোক তেন্তে তাই ককায়েক হিচাবে ভাবি লব নোৱাৰিলে। মই তাক ঘৰজোঁৱাই বনাবলৈ পোৱাহেঁতেন আমিও সুখী হ'লোহেতেঁন। কিন্তু তাৰ স্বভাৱ-চৰিত্ৰ, ভাৱ-ভঙ্গী যি দেখিছো বুজিছো ঘৰজোৱাই হ'বলৈ সি ৰাজী হ'ব বুলি মনে নধৰে। সি এক কথাৰ মানুহ। ভনীয়েকক পত্নীৰূপে গ্ৰহণ কৰিবলৈ সি ৰাজী হ'ব জানো! জোৰ কৰিলে সি হয়তো এই ঘৰেই ত্যাগ কৰিব। এইবোৰ কথা ভাবি থাকোতেই আন্ধাৰ হ'ল। ইলাই ভিতৰত লেম্প চাকি জ্বলাবলৈ উঠি গ'ল।

আধা ঘন্টামানৰ পিছত বাহিৰৰ বাৰান্দাত বহি থকা চন্দ্ৰপ্ৰসাদৰ কাষলৈ আহি সুধিলেহি — "হয়নে, হেৰি ফুল দেখোন তাৰ কোঠাত নাই । তাৰ টেবুলত সজাই থোৱা জলপান বাতিও সজাই থোৱা ভাগেই আছে। বাহিৰে ভিতৰে ক'তো বিচাৰি তাক নাপালো। আপুনি তাক কেনিবা পঠাইছে নেকি?"

ঃ "মাজনীয়ে কি কৰি আছে?" — চন্দ্ৰপ্ৰসাদে ঘৈণীয়েকৰ প্ৰশ্নৰ উত্তৰ নিদি ঘূৰাই প্ৰশ্নহে কৰিলে।

ঃ "মই তাইৰ খবৰ লোৱা নাই। আছে চাগে বিচনাতে পৰি।" গাত নলগা অলাগতীয়াল প্ৰশ্নৰ উত্তৰ দিয়াৰ দৰে দিলে।

ঃ "তেন্তে মাজনীয়ে উঠি আহি ফুলৰ ওচৰত ইমান পৰেও ক্ষমা বিচৰাহি নাই?"— চন্দ্ৰপ্ৰসাদে জানিব বিচাৰিলে।

ঃ "নাই অহা হ'বলা। মই তাইৰ কোঠাত লেম্প জ্বলাবলৈ যাওঁতে মন কৰিছো, তাই ককায়েকে শুৱাই থৈ অহা ভাগতে পৰিয়েই আছে।"— ইলাই উত্তৰ দিলে।

তেতিয়াহ'লে পুতেৰা ক'ত গৈছে জানিবলৈ হ'লে তাৰ কোঠাত ভালকৈ বিচাৰিলে চিঠি এখন পাবা। সেই চিঠিতে সি সকলো জনাই গৈছে।

ঃ "তাৰমানে আপুনি কি কব বিচাৰিছে ?"— গিৰিয়েকৰ কথা শুনি ভয় খাই কঁপা কঁপা মাতেৰে সুধিলে।

"এই ঘৰত তোৰ স্থান নাই। ওলাই যা," বুলি খেদি পঠোৱা ল'ৰাটোক এই ঘৰত বিচাৰিলে তুমি ক'ত পাবা? চন্দ্ৰপ্ৰসাদে থোকা থুকি মাতেৰে জানিবলৈ দিলে। গিৰিয়েকৰ মুখে কল্পনা কৰিব নোৱাৰা বচন ফাকি শুনি ইলা ঠিয়হৈ থকা ভাগতে ঠৰঙা লাগিল। চন্দ্ৰপ্ৰসাদে বহাৰ পৰা উঠি ইলাৰ হাতৰ পৰা চাকিটো লৈ ফুলবৰৰ কোঠাত সোমাল। তেওঁ আশা কৰামতেই গাৰুটোৰ ওপৰতে চিঠিখন পালে। খৰধৰকৈ চিঠিখন পঢ়ি এসপ্তাহ দিন খাবলৈ নোপোৱা মানুহ এটাৰ দৰে হেলাই হেপাই ঘূৰি আহি এটা শব্দও উচ্চাৰণ নকৰাকৈ ঘৈণীয়েকৰ হাতত চিঠিখন গুজি দি বৰ ভাগৰুৱা মানুহৰ দৰে চকীখনত দেহাটো এৰি দিলে। ইলাই একে উশাহতে চিঠিখন পঢ়ি শেষ কৰি কেনিও লৰচৰ কৰিব নোৱাৰা হ'ল। খন্তেক পিচতে মূৰটো আচন্দ্ৰাই কৰি পৰি যাব খুজিছিল। চন্দ্ৰ প্ৰসাদে থাপ মাৰি ধৰি চকী এখনত বহোৱাই দিলে। ভিতৰলৈ দৌৰিগৈ গিলাচ এটাত পানী এগিলাচ আনি ঘৈণীয়েকৰ মূৰটো তিতি যোৱাকৈ ঢালি দি নিজৰ গাত আওজাই লৈ বহি থাকিল। পাথৰৰ মূৰ্ত্তিৰ দৰে দুয়ো বহাতে বহিয়েই থাকিল। মূৰ্ত্তি দুটাই যেতিয়া প্ৰাণ ঘূৰাই পালে, তেতিয়া বহুত ৰাতি। ইলাই ৰন্ধা বঢ়াৰ কথা পাহৰি গ'ল। চন্দ্ৰপ্ৰসাদে খোৱা আৰু শোৱাৰ কথা পাহৰি গ'ল। আনকি তেওঁলোকৰ অতি আদৰৰ একমাত্ৰ জীয়েক মাজনীৰ খবৰ এটা কৰিবলৈও পাহৰি পেলালে। কিছু সময়ৰ পিছত পুব আকাশ পোহৰ হ'ল।

ইফালে মাকৰ চৰখাই সুপ্ৰিয়াই ৰাতিটো কেনেদৰে কটালে জানিব পৰা নগ'ল। পোহৰ হোৱাৰ লগে লগে তাই বাহিৰলৈ ওলাই আহিল। বাহিৰত মাক বাপেক হালক আমন জিমনকৈ বহি থকা দেখা পাই পুনৰ ভিতৰলৈ ঘূৰিল। মাকৰ সন্মুখত দেখা দিবলৈ তাই সাহস গোটাব নোৱাৰিলে। কালি তাইৰ গালিখাই ককায়েকটোৱেনো কি কৰি আছে এবাৰ চাবলৈ মন গ'ল। ককায়েকৰ দৰ্জাখন মেলখাই থকা দেখা পাই খুপি খুপি আগুৱাই গৈ দৰ্জাৰ মুখৰ পৰাই ডিঙি মেলি ভিতৰৰ ফালে চালে। কোঠাটোত ককায়েকক নেদেখি ঘূৰি ইফালে সিফালে চাই ফুৰিলে। কিন্তু কতো ককায়েকটোক দেখা নাপালে। বাহিৰে ভিতৰে কতো ককায়েকক নেদেখি তাইৰ মনটো উচপিচাবলৈ ধৰিলে। তাই কথাটো জানিবলৈ বৰ মন গ'ল। তাই বাৰান্দাৰ পৰা নামি মাক বাপেক হালৰ ওচৰত ঠিয় হ'লগৈ। মাকক মাতিবলৈ ভয় কৰি দেউতাকক সুধিলে— "দেউতা

মোক মৰ্ণিং ৱাক কৰাবলৈ নিব লাগিছিল নহয়, ককাইদেউটোনো এই ব্ৰহ্মপুত্ৰাতে ক'ত মৰিবলৈ গ'ল।"

বাপেকে জীয়েকৰ প্ৰশ্নৰ উত্তৰ স্বৰূপে তাইলৈ চিঠি এখন আগবঢ়াই দিলে। আথৰ মনিব পৰাকৈ তেতিয়াও পোহৰ হোৱা নাই। গতিকে দেউতাকেনো কি কাগজখন দিলে পঢ়ি চাবলৈ তাই পুনৰ নিজৰ কোঠালৈ ঘূৰি আহিল। টেবুলত জ্বলি থকা লেম্পৰ ফিটাডাল আৰু অলপ বঢ়াই লৈ কাগজখিলা মেলি ল'লে। আখৰবোৰ তাই চিনি পালে। তাইৰ গাটো চিৰিং কৰি গ'ল। তাই একে উশাহতে পঢ়ি গ'ল। — পূজনীয় দেউতা আৰু মা, আপোনালোকৰ হতভগীয়া পুত্ৰৰ সেৱা গ্ৰহণ কৰিব। ভনীয়ে যদিও আপোনালোকক মা-দেউতা বুলি মাতিবলৈ মানা কৰিছে, তথাপি মই জীয়াই থকালৈকে আপোনালোকক মা-দেউতা ৰূপেই জ্ঞান আৰু ভক্তি কৰি যাম। মোক দিয়া আপোনালোক দুজনৰ অকপট মৰমবোৰ মই সদায় মনত ৰাখিম। আজি বিদায়ৰ পৰত আপোনালোক দুজনক সেৱা এটা জনাই যাব নোৱাৰিলো। মোক হেৰুৱাই আপোনালোক দুইজনে অন্তৰত বৰ আঘাট পাব বুলি জানিও বহুত চিন্তা কৰি শেষ মুহূৰ্তত আঁতৰি যোৱাটোকে সিদ্ধান্ত ললো। বিশেষকৈ মৰমৰ ভনীজনীৰ উজ্জ্বল ভৱিষ্যতৰ কামনা কৰিয়েই এই ঘৰ ত্যাগ কৰিবলৈ বাধ্য হ'লো। মই আজি বুজি উঠিছো যে এটা সময়ত মোক লৈয়েই এই ঘৰখনত অশান্তিৰ সূত্ৰপাত আৰম্ভ হ'ব। এই শান্তিপ্ৰিয় ঘৰখনলৈ অশান্তি অহাতো মই নিবিচাৰো। ভনীক খং নকৰিব। তাই সঁচা কথাবোৰকে কৈছে। পৰ কেতিয়াও আপোন হ'ব নোৱাৰে। ভনীৰ গালি খাই মই আজি মৰ্মে মৰ্মে উপলব্ধি কৰিছো যে সঁচাই মই এটা অঘৰী, এটা চপনীয়া। মই কালৰ সোতত উটি অহা এজোপা বিহ মেটেকাৰ বাদে একো নহওঁ। দিনৰ পোহৰৰ দৰে সত্য এই কথাটোকে মই আজি পাঁচটা বছৰে ভাবিব পৰা নাছিলো। আপোনালোকৰ মৰম চেনেহেৰে মোক সকলো পাহৰাই ৰাখিছিল। আচল বিপদটো নৌ আহোতেই, সঠিক সময়ত ভনীয়ে মোক এইখন ঘৰৰ পৰা খেদি পঠোৱাৰ বাবে ভনীক মই ধন্যবাদ নিদি নোৱাৰিলো। পিছে তাই প্ৰতিভাৰ নাম উচ্চাৰণ কৰি কৰি মোক কিয় গালি পাৰিলে, সেইটোহে মোৰ বাবে সাঁথৰ হৈ ৰ'ল। পলম নকৰো। মোৰ সৰ্ব্ব দোষ ক্ষমা কৰিব। মোক বিচাৰি আপোনালোকে অযথা কষ্ট নাখাব। মই নিজে ধৰা নিদিলে আপোনালোকে মোক বিচাৰি উলিয়াব নোৱাৰিব। শেষত দুয়োজনলৈকে মোৰ ভক্তিপূৰ্ণ সেৱা জনাই আহিলো। বি—দা—য়।

ইতি

আপোনালোকৰ পুত্ৰ "ফুল"

চিঠিখন পঢ়ি থাকোতে তাইৰ মূৰটো ঘূৰোৱা নিচিনা অনুভৱ কৰিলে। ক্ৰমে ক্ৰমে তাইৰ হাত ভৰিবোৰ কঁপিবলৈ ধৰিলে। কোঠাটোৰ ভিতৰত থকা আচবাব পত্ৰ বিলাক তাইৰ চাৰিওফালে চক্ৰাকাৰে ঘূৰি ঘূৰি তাইক হেঁচামাৰি ধৰিবলৈ খেদি অহা যেন

পালে। তাইক সেই বিপদৰ পৰা বচাবলৈ তাইৰ হাতত থকা চিঠিখন ক্ৰমে এটা মানুহৰ আকৃতি ধাৰণ কৰি ককায়েকৰ ৰূপ ললে। সন্মুখতে তাই ককায়েকক দেখা পাই "ককাইদেউ ঐ" বুলি চিঞৰ এটা মাৰি ককায়েকটোৰ বুকুত সোমাই বিপদৰ পৰা হাত সাৰিবলৈ বিচাৰিলে। লগে লগে তাই মূৰ্চা গ'ল। ভিতৰত জীয়েকৰ " ককাইদেউ ঐ" চিঞৰটো আৰু লগে লগে কিবা এটা পৰিযোৱা শব্দ শুনি মাক বাপেক হালেই দৌৰি ভিতৰ সোমাই আহিল। জীয়েকক কোঠাটোৰ মজিয়াত অচেতন হৈ পৰি থকা দেখি দুয়ো ধৰামেলাকৈ দাঙি বিচনা খনত শুৱাই দিলে। মাকে পানী এঘটি আনি জীয়েকৰ চকুৰে মুখে চতিয়াই দিলে। বাপেকে মূৰে গাৰে তেল টেঁঙা ঘহি দিলে। এইদৰে বহুত সময় যত্ন কৰিও যেতিয়া জীয়েকৰ জ্ঞান ঘূৰাই আনিব নোৱাৰিলে, চন্দ্ৰ প্ৰসাদ দৌৰি গ'ল ডাক্তৰ বিচাৰি। এটা সময়ত ডাক্তৰ আহিল। ডাক্তৰে ডাক্তৰী চিকিৎসা আৰম্ভ কৰিলে। আধা ঘন্টামানৰ পিচত সুপ্ৰিয়াই জ্ঞান ঘূৰাই পাই চকু দুটা মেলি সন্মুখতে ডাক্তৰ জনক দেখি বিচনাৰ পৰা একে জাপে নামি "ককাইদেউ" বুলি চিঞৰ এটা মাৰি ডাক্তৰ জনকে সাৱট মাৰি ধৰিলে। ডাক্তৰ জনে একো এটা তৎ ধৰিবলৈ নৌ পাওঁতেই, ছিঃ এইটো নহয় বুলিকৈ ডাক্তৰক জোৰেৰে গটা মাৰি মজিয়াতে আকৌ ঢলি পৰিল। তাইক পুনৰ ধৰা মেলাকৈ বিচনাত শুৱাই দি, ডাক্তৰে কেনেকৈ এই অৱস্থা হ'বলৈ পালে, বাপেক-মাকৰ পৰা সবিশেষ জানিবলৈ বিচাৰিলে। মাক ইলাই কোনো কথাৰ আৰ বেৰ নৰখাকৈ যোৱা কালি ঘটনাৰ আৰম্ভণীৰ পৰা আজি এই মুহূৰ্তলৈকে সকলো কাহিনী বিবৰি ক'লে। ডাক্তৰে মাকজনীৰ মুখে সকলো কথা মনপুতি শুনাৰ পিচত ৰোগীক অতি সোনকালেই মেডিকেললৈ নি মানসিক বিভাগৰ ডাক্তৰৰ আশ্ৰয় লবলৈ ক'লে। পাৰিলে ফুলবৰ নামৰ সেই ল'ৰাটোক বিচাৰি আনি ৰোগীৰ কাষত উপস্থিত কৰাবলৈ পৰামৰ্শ দিলে।

ডাক্তৰৰ উপদেশ মতেই এঘন্টাৰ ভিতৰতেই মেডিকেলত ভৰ্ত্তি কৰালেগৈ। মানসিক বিভাগৰ ডাক্তৰ ডাঃ প্ৰশান্ত কছাৰিয়ে ৰোগীৰ দায়িত্ব চমজিলৈ চিট এটা দিলে। সেই দিনাৰ পৰাই দিনে ৰাতিয়ে চিকিৎসা চলিল। সেই একেই অৱস্থা। জ্ঞান ঘূৰাই পালেই দুই হাত মেলি ককায়েকক বিচাৰে। তাইৰ কাষত ককায়েক নাই বুলি জানিলেই আকৌ অজ্ঞানহৈ পৰে। ডাক্তৰে চন্দ্ৰ প্ৰসাদক ক'লে, "ৰোগীক সোনকালে আৰোগ্য হোৱাতো বিচাৰে যদি আপুনি সেই ফুলবৰ নামৰ লৰাটোক বিচাৰি উলিয়াবই লাগিব। নতু এওঁ আৰোগ্য হঁওতে বহুত পলম হ'ব হয়তু সম্পূৰ্ণ আৰোগ্য নহবও পাৰে।"

চন্দ্ৰ প্ৰসাদ ডাক্তৰৰ কথা শুনি বিমূৰত পৰিল। গৰু ম'হ হেৰালে বিচাৰি পোৱাৰ আশা থাকে। মানুহ হেৰালে তাৰো আশা নাথাকে। তাতে সি স্ব-ইচ্ছাই আঁতৰি গৈছে। পুলিচ লগাই বিচৰাবলৈও সি ঘৰখনৰ একো অনিষ্ট কৰি পলোৱা নাই। তাতে সি তাক বিচাৰি কষ্ট নাখাবলৈও চিঠিত উল্লেখ কৰি গৈছে। দিনে ৰাতিয়ে ল'ৰাটোক বিচাৰি

যাবলৈ ইলাই কাকুতি-মিনতি কৰি থকাৰ বাবে, চন্দ্ৰ প্ৰসাদে ঘৈণীয়েকৰ মনটো পতিয়ণ নিয়াবলৈকে ফুলবৰক বিচাৰি ঘৰৰ পৰা ওলাল। বহুত ঠাই বিচাৰিলে। বহুত জনৰ লগত চিনাকি হৈ পুতেকৰ গা-গঠন, চেহেৰা পাতি, কথা কোৱাৰ ধং আদি বৰ্ণনা দি, তেখেতলোকে এনে এটা ল'ৰা কৰবাত দেখা পাইছিল নেকি সুধ-পুচ কৰিও ফুৰিলে। পিচে সকলো মিছা হ'ল। সম্পূৰ্ণ এসপ্তাহ ঘূৰি পকি বিমুখ হৈ ইলাৰ সন্মুখত সাজিৰ হলহি। ভাগৰি জুগৰি আহি পায়েই ঘৈণীয়েক ইলাৰ মুখত হাঁহি আৰু ফুৰ্ত্তি ভাব দেখি চন্দ্ৰ প্ৰসাদ আচৰিত হ'ল। চন্দ্ৰ প্ৰসাদে কৌতূহল দমাব নোৱাৰি সুধিলে " কি ফুল আহিল নেকি ? তোমাৰ যে মনৰপৰা কলিয়া ডাৱৰ আঁতৰি যোৱা যেন পাইছো।"

ইলাই ক'লে " আপুনি ফুলক বিচাৰি ওলাই যোৱা দিনাই ডাঃ কছাৰীৰ লগত ডুলিয়াজানৰ পৰা যিজন নতুন ডাক্তৰ আহি আমাৰ মাজনীৰ চিকিৎসাৰ কাম আৰম্ভ কৰি দিলে, সেই দিনাৰ পৰাই আমাৰ মাজনী লাহে লাহে ভালহৈ আহিল। এতিয়া তাই সম্পূৰ্ণ সুস্থ। ডাক্তৰ কছাৰীয়ে কালিয়েই আমি ঘৰলৈ যাব পাৰিম বুলি কৈছিল। কিন্তু আপুনি আহি নোপোৱাৰ বাবে নগলো।"

"কিন্তু কেনেকৈ ? নতুন ডাক্তৰ জন ডাঃ কছাৰীতকৈ এই বিষয়ত এক্সপাৰ্ট নেকি ?" চন্দ্ৰ প্ৰসাদে জানিব বিচাৰিলে। ইলাই ক'লে " নাজানো। নতুন ডাক্তৰ জন আমাৰ ফুল নহয়, কিন্তু ফুলৰ লগত মিলাব পাৰি। নাকে-মুখে, চেহেৰাই-পাতিয়ে, কথাই-বতৰাই হাইলাখ গোটেইটো আমাৰ ফুলেই। নতুন ডাক্তৰ জনৰ গাল এখনত যেনিবা ডাঙৰ মাহ এটা আৰু কপালত কটা দাগ এটা আছে। সিমান কণেই অমিল। বাকী গোটেইটো আমাৰ ল'ৰাটোৱেই। প্ৰথম আহিব দিনা ডাক্তৰ জনকে ফুল বুলি ভাবি ভুলেই কৰিবলৈ ওলাইছিলো। লগত ডাঃ কছাৰী আছিল বুলিহে ৰক্ষা পৰিলো। গালৰ মাহ, আৰু কপালৰ কটা দাগ টুকুৰালৈ মই মনেই কৰা নাছিলো। আৰু ..... ।"

"বাৰু সেইবোৰ বাদ দিয়া। তোমাৰ নতুন ডাক্তৰটোৰ কথা পিচতো শুনিম। আজি চাগৈ নতুন ডাক্তৰটো অহা নাই নহয় জানো ?"

"আহিছে , মাজনীৰ লগত কথা পাতি বহি আছে। ডাঃ কছাৰীয়েহে কালি আহি পায়েই নতুন ডাক্তৰ জনৰ ওপৰত দায়িত্ব দি গুছি গ'লগৈ। আজি তেওঁ নাহিলেই।"

"বলা আমি মাজনীৰ ওচৰলৈ যাওঁ" বুলি কৈ চন্দ্ৰ প্ৰসাদে মেডিকেল দুটা ৱাৰ্ড পাৰহৈ গৈ জীয়েক থকা ১১ নং কোঠাটোত সোমাল। তাত নতুন ডাক্তৰ জন নাই। জীয়েকে নতুন আলোচনী এখন মেলিলৈ পঢ়ি আছে। বাপেকক দেখি সুপ্ৰিয়াই হাঁহি এটা মাৰি ক'লে "দেউতা, আপুনি কেতিয়া পালেহি ? মই বেমাৰ ভাল পালো নহয়।"

মাকে সুধিলে, " নতুন ডাক্তৰ জন ক'লৈ গ'ল মাজনী, মই দেউতাৰাৰ লগত পৰিচয় কৰাই দিওঁ বুলি ভাবিছিলো।" সুপ্ৰিয়াই ৰাস্তাৰ ফালে নীলা ৰঙৰ মাৰুতি কাৰ এখন দেখোৱাই ক'লে, " তেখেতে মোক এই আলোচনীখন পঢ়িবলৈ দি সৌ নীলা

কাৰ খনতে ডুলিয়াজানলৈ গৈছেগৈ।"

চন্দ্ৰ প্ৰসাদে নিজকে নিজে কোৱাদি ক'লে, "মই অহা গম পাই কুকুৰটো পলাল।"

সুপ্ৰিয়াই দাংখাই উঠিল " কি কৈছে দেউতা ? ডাঃ মিলনদাক আপুনি কুকুৰ বুলি কৈছে?"

চন্দ্ৰ প্ৰসাদে গহীনাই উত্তৰ দিলে " সেইটো ডাক্তৰ মিলন নহয়। তোৰ ককায়েৰা ফুল। তাৰ গালত থকা মাহটো আৰ্টিফিচিয়েল, এঠা দি লগাই লোৱা আৰু কপালৰ কটা দাগটো বনাই লোৱা।"

" কি ? আপুনি কেনেকৈ জানিলে ?" — আচৰিত হৈ মাকে সুধিম বুলি মুখ মেলা প্ৰশ্নটোকে জীয়েকে কৰিলে।

" মাৰ মুখে নতুন ডাক্তৰৰ বৰ্ণনা শুনিয়েই মই সকলো বুজি গলো। ডাঃ কছাৰিয়ে ডুলিয়াজানত নিশ্চয় তাক আবিস্কাৰ কৰিলে। তাৰ পিচত মোক বুদ্ধি কৰি তাক বিচৰাই পঠিয়াই সেই কণ সুবিধাতে ডাঃ কছাৰীয়ে তেখেতৰ নতুন ডাক্তৰী পদ্ধতি খটাই মাজনীক ভাল কৰি দিলে। কালি মই যোৰহাটৰ পৰা ডাঃ কছাৰীলৈ ফোন কৰি মাজনীৰ খবৰ লৈছিলো। তেতিয়া তেওঁ জনালে যে সুপ্ৰিয়া সম্পূৰ্ণ সুস্থ হৈ গ'ল, গতিকে হেৰুৱা ল'ৰাটো বিচাৰি অযথা সময় খৰচ কৰি লাভ নাই। লগতে এইষাও জনালে যে মই বোলে বিচাৰি ফুৰা ফালে ল'ৰাটো যোৱাই নাই। এতিয়া অৰ্থটো বুজি পালা ? পুতেৰাক হাতত পাইও হেৰুৱালা"। পিচৰ কথা কেইষাৰ ঘৈণীয়েকলৈ চাই কৈ হাঁ—হাঁ কৈ হাঁহি দিলে।

সেই দিনাই গধুলি পৰত মেডিকেল ত্যাগ কৰি গৈ ঘৰত উঠিল। নিজৰ ঘৰ আহি পাই ককায়েকটোলৈ সুপ্ৰিয়াৰ আকৌ মনত পৰিল। মই ইমান অশ্লীল বাক্য প্ৰয়োগ কৰি ঘৰৰপৰা খেদি উলিয়াই পঠোৱা ককাইদেউটোৱেই ডাঃ মিলনদা হয় জানো ? দেউতাই মিছা কোৱা নাইতো ? নহয় বুলিনো কেনেকৈ কওঁ ? আচল ডাক্তৰ হোৱা হলে অন্য ৰোগীৰ কাষলৈ নগৈ কেৱল মোকেই আল পৈচান ধৰি থাকিলহেঁতেন ? নাম ললে মিলন, তাৰ অৰ্থ এইটো বুজাব বিচাৰিছিল যে খেদি আঁতৰাই পঠোৱাৰ পিচতো ভনীয়েকৰ লগত পুনৰ মিলন। আচৰিত ককাইদেউটোৱে তাৰ মানে যি কোনো চৰিত্ৰত নিখুট অভিনয়ও কৰিব জানে? কথাবোৰ ভাবি ভাবি সুপ্ৰিয়াই ককায়েকে (মিলন) দিয়া আলোচনীখন চকুৰ আগত মেলি ললে। আলোচনীখন মেডিকেলত তাই পঢ়াই নহল। আলোচনীখনৰ প্ৰথম পাতটো মেলিয়েই তাই বৈ দিব লগা হ'ল। দ্বিতীয় পাতত কলমেৰে লিখা আখৰবোৰ তাই চিনি পালে। তাত লিখিছে— মৰমৰ ভনী, তুমি মোক ঘৰৰ পৰা খেদিলা কিন্তু মেডিকেলত পাঁচটাকৈ দিন তোমাৰ তেনেই কাষতে কটাবলৈ সুবিধা এটা দিলা। তাৰ বাবে ধন্যবাদ। মই চিঠিত জনোৱা কথাবোৰত দেউতাই কোনো গুৰুত্ব নিদি মোকেই বিচাৰি ফুৰিছেগৈ। অৱশ্যে তেখেত আঁতৰি নোযোৱা হ'লে এই কেইটা দিন

তোমাৰ লগত কটাবলৈ সুবিধাকন নাপালো হেঁতেন। এবাৰ সোণৰ সজাৰ পৰা মইনা উৰি যোৱাৰ পিচত দ্বিতীয় বাৰ দেউতাৰ হাতত বন্দী হোৱাতো মই নিবিচাৰো। মাক ফাকি দিব লগা হোৱাৰ বাবে মই দুঃখীত। দেউতাক সেৱা জনাবা। পুনৰ কৰবাত মিলন হোৱাৰ আশাৰে আছো।

ইতি

'ফুল'

তাই আলোচনীখন হাতত লৈ একে দৌৰে গৈ ককায়েকৰ লিখনিটো মাক-বাপেকক দেখোৱালেগৈ। মাকে হেৰুৱা পুতেকটোক হাততে পাইও পুনৰ হেৰুৱাব লগীয়া হোৱাৰ বেদনাত ইচ্ আচ লগালে। দেউতাকে "ধূৰ্ত্তটো কৰবাৰ" বুলি মুখেৰে এবাৰ উচ্চাৰণ কৰিয়েই নিচুপ হৈ থাকিল। দিনবোৰ পাৰহৈ গৈ থাকিল। সুপ্ৰিয়া সম্পূৰ্ণ স্বাভাৱিক হৈ উঠিল যদিও তাইৰ মুখৰ হাঁহি ফুৰ্ত্তিবোৰ হেৰাই গ'ল। ককায়েকটোক হেৰুৱাই তাই এতিয়া সম্পূৰ্ণ অকলশৰীয়া হৈ পৰিল। চাৰিওফালে নিমাও- মাও পৰিৱেশ এটাই ঘৰখনত আবৰি ধৰিলে। কেৱল যন্ত্ৰ চালিত মানৱৰ দৰে তিনিওটাই নিজৰ নিজৰ দৈনিক কৰ্ম্মবোৰ কৰি যায়। গতানুগতিক ভাৱে তাই কলেজলৈ অহা যোৱা কৰিবলৈ লৈছে যদিও , সদায় বন্ধু-বান্ধৱীবোৰৰ সঙ্গ ত্যাগ কৰি চলিহে ভাল পাই। কলেজৰ পৰা আহি পঢ়া টেবুলৰ কাষত বহি কিবা কিবিবোৰ ভাবি থাকে। তাই আজি উপলব্ধি কৰিব পাৰিছে যে ফুলবৰে সঁচাই তাইক সহোদৰ ভনীৰূপেহে পাবলৈ বিচাৰিছিল। পত্নীৰূপে বা প্ৰেমিকা ৰূপে নহয়। কৰো বুলিলে এজনী ছোৱালীক ধবংস কৰিবলৈ, এটা পাহুৱাল ডেকাৰ বাবেনো কিমান সময়ৰ প্ৰয়োজন? অথচ আজি সম্পূৰ্ণ পাঁচটা বছৰে দিনটোৰ চৌবিশ ঘন্টা সময়েই সম্পূৰ্ণ স্বাধীনতা পাইও অনাত্মীয় এজনী ছোৱালীক তেনেই কাষতে পাইও কেৱল ভগ্নী এজনীয়ে পাব পৰা মৰম খিনিকেই বিলাই গল। ধবংস কৰাৰ কথা এদিনো চিন্তা নকৰিলে। সেই মহান অন্তৰৰ আপোন ককায়েকটোক খেদি পঠাই তাই যে কিমান ডাঙৰ ভুল কামেই নকৰিলে। মা-দেউতাকে হেৰুৱালে এজন বীৰ পুত্ৰক। যাক নিজৰ পুত্ৰ বুলি চিনাকী দি দহজনৰ আগত গৌৰৱবোধ কৰিছিল। মাৰ আছিল তেওঁ কণাৰ লাখুটি আৰু দেউতাৰ আছিল সোঁহাত স্বৰূপ। মা আৰু দেউতাৰ তেওঁৰ ওপৰত আছিল অগাধ বিশ্বাস আৰু আস্থা। সেই বাবেই নিজৰ ভৰ যৌৱনা জীয়েকক তেওঁৰ হাতত গতাই নিচিন্তে দিনবোৰ পাৰ কৰি দিছিল। কিন্তু মই পাপীনীয়ে কৰিলো কি? সাধাৰণ চিঠি এখনৰ বাবেই অতি আপোন মানুহ এজনক বিষাক্ত বাক্যবান মাৰি খেদি পঠালো। ভাবি ভাবি তাই উচুপি উঠিল। এইদৰেই তাই নিসঙ্গ বেদনাদায়ক মন এটা লৈ তিনিটা মাহ পাৰ কৰি দিলে।

এদিন সুপ্ৰিয়াই কলেজৰ পৰা আহি মাক-দেউতাকৰ লগত জলপান খাই থাকোতে দেউতাকক ক'লে, " দেউতা, কালিলৈ মোক আপুনি টকা পাঁচশ দিব পাৰিব নেকি?

আজি প্ৰতিভাৰ দেউতাকৰ মুখে জানিব পাৰিছোঁ যে ককাইদেউ বোলে এতিয়াও ডুলিয়াজানতে আছে। প্ৰতিভাৰ বাপেকে আজি এসপ্তাহৰ আগতে শিক্ষাচক্ৰ এটাত অংশ গ্ৰহণ কৰিবলৈ ডুলিয়াজানলৈ গৈছিল। তাতে তেওঁ ককাইদেউক লগ পাইছিল। তেখেতে বোলে আমাৰ ভাল-বেয়া, খা-খবৰ সুধিছিল। মই সদাই কলেজলৈ গৈ আছোনে নাই জানিবলৈ বিচাৰিছিল। আমাৰ হাতী দুটাই ফুলবৰ নামৰ লৰাটোক কেতিয়াবা বিচাৰি আমনি কৰে নেকি জানিব খুজিছিল। ককাইদেৱে বোলে তাত কিবা সৰু চাকৰি এটাত সোমাই ব্যস্ত হৈ আছে। গতিকে মই কালিলৈ ডুলিয়াজানলৈ গৈ ককাইদেউক ঘৰলৈ লৈ আহোঁগৈ বুলি ভাবিছোঁ।"

বাপেকে জীয়েকৰ কথাত ৰস পাই হাঁহি এটা মাৰি সুধিলে, "ছাৰে ঠিকনাটো জনাইছিল নেকি?"

"নাই। প্ৰতিভাৰ বাপেকে বোলে তেওঁ ক'ত থাকে কি চাকৰি কৰে জানিবলৈ বিচৰাত ডাঃ প্ৰশান্ত কছাৰীৰ লগত তেওঁ আজিকালি কোনো যোগাযোগ নাই বুলি কৈ ঠিকনা পৰ্ব সামৰণি মাৰি আঁতৰি গ'ল।

"তেন্তে তাক ক'ত লগ পাবা? সেই দিনা ডাঃ কছাৰীক সুধোতেও কেইটামান দিনহে তেওঁৰ লগত আছিল। তাৰ পিচত কেনি গ'ল তেওঁ নাজানে বুলিয়েই কৈছে। ডুলিয়াজানলৈ যাবৰ বাবে তোমাক পাঁচশ নালাগে এক হাজাৰ দুইহাজাৰ দিয়াতো মোৰ আপত্তি নাই। কিন্তু সেই ধূৰ্ত ককায়েৰাটোক যে তুমি তাতগৈ বিচাৰি উলিয়াব পাৰিবা মই কোনো পধ্যেই আশা কৰিব নোৱাৰো। তথাপি তোমাক বাধাদি নিৰাশ নকৰো। কালিলৈ নহয়, দুই এদিনৰ পিচত ওলাবা। তোমাৰ লগত মইও যাম। এই কেইদিন মই নোৱাৰো। মই কৰিব লগা জৰুৰী কাম অলপ আছে।"

মাক, বাপেক জীয়েক তিনিও আলোচনা কৰি যাত্ৰাৰ বাবে ৰবিবাৰ দিন এটা ঠিক কৰি ললে। যাওঁতে টেঙাখাটত বাচৰ পৰা নামি সৰু মাহীয়েক জনীৰ ঘৰত এৰাতি কটাই যাবলৈও সিদ্ধান্ত কৰি ল'লে। পিচে সিদ্ধান্ত কৰা মতে কাম নহ'ল। বাচেৰে গৈ টেঙাখাটত গাড়ী ৰখাওতে সুপ্ৰিয়াই তাত নামি, এটা দিন অবাবত খৰচ কৰিবলৈ ইচ্ছা নকৰিলে। জীয়েকে বাপেকক ওভতি ধৰিলে, " এইদৰে ভিনি, খুলশালী, পেহী-মাহীবোৰৰ ঘৰলৈ এপাক মাৰিবলৈ দেখোন আপোনাক নিজা ববিয়াকৈ গাড়ী এখন লাগে। কিয় নলয়? গাড়ীৰ পৰিবৰ্তে হাতী আছে, নহয় জানো? আজিনো পিছে হাতীৰ পিঠিত নাহি কিয় বাচৰ পিঠিত উঠিল? নাই, নহব। মই এতিয়া মাহীৰ ঘৰলৈ নাযাওঁ।" উপাই নাপাই শেষত চন্দ্ৰ প্ৰসাদে জীয়েকৰ ইচ্ছাতে হয়ভৰ দিলে। আবেলি পৰত আহি ডুলিয়াজানত উপস্থিত হ'লহি। তাৰ পিচত ৰিক্সা এখনেৰে গৈ চন্দ্ৰ প্ৰসাদৰ বন্ধুবেক এজনৰ ঘৰত উঠিলগৈ। সুপ্ৰিয়াই তাঁৰেয়েকৰ ঘৰতে আমৈয়েকে যতনাই দিয়া চাহ জলপান খাই বাপেকক লগতলৈ গধুলি সাত আঠ বজালৈকে খোজ কাঢ়িয়েই তেল কোম্পানী নগৰ খনৰ

আলিয়ে গলিয়ে ঘূৰি পকি সময়বোৰ কটাই দিলে। খোজেৰে ঘূৰাৰ সুপ্ৰিয়াৰ মুখ্য উদ্দেশ্য আছিল, ককায়েকক কেনেবাকৈ কৰবাত দেখা পাই নেকি বিচাৰি চোৱাৰ। পিচে মিছা হ'ল।

পিচ দিনা পুৱা চাহ জলপান খাই উঠিয়েই দিনটোৰ বাবে তাঁৰেয়েক-আমৈয়েকৰ পৰা বিদায় লৈ দেউতাকৰ সৈতে সুপ্ৰিয়া ওলাই আহিল। গেট পাৰহৈ অলপ দূৰ আহোঁতেই বগা ৰঙৰ টেক্সী এখন আহি তেওঁলোকৰ কাষতে ৰলহি। গাড়ীৰ পৰা পঞ্জাবী ড্ৰাইভাৰজন নামি আহি চন্দ্ৰ প্ৰসাদৰ সন্মুখত ঠিয়হৈ বৰ বিনীত ভাৱে নমস্কাৰ এটা দি হিন্দীতে সুধিলে, "বাপুজী, আপলোগ ভাড়া টেক্সী চাহতা হেই ক্যা?"

সুপ্ৰিয়াই আগবাঢ়ি আহি হিন্দী ভাষাতে উত্তৰ দিবলৈ যত্ন কৰি ক'লে, "হো লাগেগা। চাৰা দিন ঘুমনেচে কেতনা ভাড়া লাগেগা বুলিয়ে?"

সলজ হাঁহি এটা মাৰি দাড়ী কুচাত হাতখন বুলাই বুলাই ক'লে, "মেৰা টেক্সীমে মিটাৰ হায়। চাৰাদিন ঘুমনেসে মিটাৰ কেটনা উঠেগা ৱে বল দেগা। মে ক্যা বটাওংগা। মেহেৰবানী কৰকে আয়িয়েনা। ভাৰাকা বাত মামুলি হায। পহলে পহল আপলোক দুনোকে সেৱা কৰণেকে লিযে মুঝে সুবিধা দিজিয়েনা।"

ডেকা পঞ্জাৱী ড্ৰাইভাৰটোৰ কথা বতৰা আৰু ব্যৱহাৰত মুগ্ধহৈ "তোৰ টেক্সী নালাগে" বুলি কব নোৱাৰিলে। বিনা দিধাই দুয়ো টেক্সীখনৰ ফালে আগুৱাই গ'ল। ড্ৰাইভাৰটোৱে খৰ খেদাকৈ পিচৰ চিতৰ দৰ্জা দুখন খুলি ধৰিলে। চন্দ্ৰ প্ৰসাদ পিচৰ চিতত বহিল। সুপ্ৰিয়াই কিন্তু পিচৰ চিতত বহিবলৈ ৰাজী নহ'ল। তাই নিজেই আগৰ দৰ্জা খুলি ড্ৰাইভাৰৰ কাষৰ চিতটো অধিকাৰ কৰি বহি ল'লে। তাইৰ ভাব, আগৰ চিতত বহিলে সন্মুখৰ সকলো ঠাই চাই যাবলৈ সুবিধা হ'ব। ড্ৰাইভাৰে নিজৰ আসনত বহিলৈ ক'ত যাব সুধিলে। সুপ্ৰিয়াই ভালকৈ হিন্দী কব নাজানে যদিও হিন্দীৰ প্ৰশ্নৰ উত্তৰ হিন্দীতে দিবলৈ চেষ্টা কৰিলে। তাই জনালে যে তেওঁলোকে ডুলিয়াজানখন চাৰিচুক মাৰি চাব খোজে। গতিকে কোনো এডোখৰ ঠাই বাদ নপৰাকৈ ড্ৰাইভাৰৰ খুচিমতেই গাড়ী চলাই যাওঁক। পাৰিলে ভাদৈ পাঁচ আলি ফালেও এপাক মাৰিব।

সুপ্ৰিয়াৰ হিন্দী, ইংৰাজী, অসমীয়াৰ খিচিৰি ভাষা শুনি ড্ৰাইভাৰে মিচিকীয়া হাঁহি এটা মাৰি গাড়ী ষ্টাৰ্ট দিলে। গাড়ী প্ৰথমে ষ্টেচনৰ ফালেই দৌৰিল। তাৰ পিচত ডুলিয়াজান কলেজৰ ফালে সোমাই গেছ কোম্পানী মাজেৰে আহি টিপলিং হৈ মাধৱপুৰ পালেগৈ। তাৰ পৰা পুনৰ অইল কোম্পানী দেইলি বজাৰৰ ফালে ঢাপলি মেলিলে। ভদ্ৰ আৰু অমায়িক ডেকা পঞ্জাৱী ড্ৰাইভাৰটো পাই, সুপ্ৰিয়াই তাক একেবাৰে নচুৱাই পেলাইছে। ডাঠ মানুহৰ সমাগম দেখিলেই গাড়ী ৰাখিবলৈ কয়। দোকান, বজাৰ, হোটেল আদিৰ ওচৰ পালে গাড়ী লাহে লাহে চলাবলৈ কয়। জন শূন্য ৰাষ্টা পালে বিজুলী বেগেৰে গাড়ী এৰিবলৈ নিৰ্দ্দেশ দিয়ে। লগতে অন্যান্য প্ৰশ্নতো আছেই। এবাৰ সুধিলে " আপুনি

অসমৰ মাটিত টেক্সী চলাই চলাই টকা ঘটিবলৈ আহিছে হয়, পিছে অসমীয়া ভাষাটো শিকিবলৈ যত্ন কৰা নাই কিয় ?" তাৰ উত্তৰত সি জনালে যে সি অসমলৈ অহা এবছৰেই হোৱা নাই। গতিকে অসমীয়া ভাষাটো নহয়, অসমীয়া কথাবোৰহে কিছু বুজি পাইছে। ক'বলৈ চেষ্টা কৰে, কিন্তু তাৰ জিভাখন নুঘূৰে। শব্দবোৰ ওলটা পুলটা হৈ যায়।" তাৰ কথাত ৰস পাই সুপ্ৰিয়াৰ লগতে চন্দ্ৰ প্ৰসাদেও হাঁহিলে। অলপ দূৰ গৈ আকৌ এবাৰ সুধিলে — "এই ডুলিয়াজানতে কিবা সৰু চাকৰি কৰা আপোনাৰ সম বয়সীয়া আৰু ঠিক আপোনাৰ সমান শকত আৱত, বগা, পালোৱান, দেখিবলৈ ধুনীয়া ফুলবৰ নামৰ ল'ৰা এটাক চিনি পাই নেকি ?" সুপ্ৰিয়াৰ প্ৰশ্নৰ উত্তৰত সি জনালে যে সি বহুত ল'ৰাকেই চিনি পাই। তাৰ দৰে শকত আৱত ল'ৰাও সি দেখিছে। কিন্তু সকলোৰে নাম ধাম নাজানে। সি কোন বিভাগত চাকৰি কৰে জানিব পৰা হেঁতেন সুধ-পুচ কৰি বিচাৰি দিব পাৰিলে হেঁতেন। এই দৰে কথা-পাতি গৈ থাকোতে এখন চাফ্-চিকুন হোটেলৰ ওচৰত আৰোহিৰ আদেশ নোপোৱাকৈয়ে ড্ৰাইভাৰে গাড়ীখন ৰাখিলে। তাৰ পিচত সুপ্ৰিয়াহঁতক ভাত খাই ল'বলৈ অনুৰোধ কৰিলে। চন্দ্ৰ প্ৰসাদে ঘড়ীলৈ চালে। এক বাজিছে। হয়, এইটো চন্দ্ৰ প্ৰসাদৰ খানাৰ সময়। চন্দ্ৰ প্ৰসাদে খোৱা-বোৱা কথা পাহৰিয়েই পেলাইছিল। তেওঁৰ নিৰ্দিষ্ট সময়ত খাবলৈ সুবিধা কৰি দিয়াৰ কাৰণে ড্ৰাইভাৰটোক ধন্যবাদ এটা দি গাড়ীৰ পৰা নামিল। সুপ্ৰিয়াই ড্ৰাইভাৰ জনকো খাবলৈ লগ ধৰিছিল। কিন্তু সি জনালে যে হোটেলত ৰুটি পোৱা নাযাব। তাৰ ভাত খোৱাৰ অভ্যাস এতিয়াও কৰিব পৰা নাই। তেখেত সকলে ভাতখাই উঠে মানে সি অন্য হোটেলত গৈ ৰুটি খাই আহিবগৈ। গতিকে সুপ্ৰিয়াই তাক জোৰ কৰি লাভ নাই বুলি জানি হোটেল খনলৈ আগুৱাই গ'ল।

প্ৰায় এঘন্টা সময় খাইবৈ জিৰণি লোৱাৰ পিচত, তিনিও গাড়ীত বহিল। এইবাৰ ভাদৈ পাঁচআলিৰ ফালে গাড়ী আগবাঢ়িল। বহুত ঠাই ঘূৰি মেলি গধুলি চাৰি বজাত নিৰ্দ্দিষ্ট ঠাইত ড্ৰাইভাৰে গাড়ী ৰখাই দিলেহি। গাড়ীৰ পৰা নমাৰ আগতে সুপ্ৰিয়াই ড্ৰাইভাৰক সুধিলে যে কালিলৈও এইদৰে তিনিচুকীয়াৰ ফালে এপাক ঘূৰাই আনিব পাৰিব নেকি ? তেতিয়া সি জনালে যে টকাৰ বাবেই সি টেক্সী চলাইছে। এই টেক্সী ভাড়া কেইটাৰ ওপৰতে নিৰ্ভৰ কৰি তাৰ এটা পৰিয়াল পোহপাল দি আছে। গতিকে উচিত ভাড়া পালে নিশ্চয় যাব। চন্দ্ৰ প্ৰসাদে টেক্সীৰ মিটাৰ চাই টকা পাঁচশ ড্ৰাইভাৰটোৰ ফালে আগবঢ়াই দিলে। তেতিয়া ড্ৰাইভাৰে জনালে যে তাৰ টেক্সীতে যদি কালিলৈ তেখেতলোক ফুৰিবলৈ যায়, তেন্তে মুঠাই কালিলৈকে ভাৰাটো দিলেও হব। মুঠাই ভাৰাটো লবলৈ সিও ভাল পাব। চন্দ্ৰ প্ৰসাদে ড্ৰাইভাৰটোলৈ আগবঢ়াই দিয়া পাঁচশ পুনৰ নিজৰ জেপত ভৰাই ধন্যবাদ এটা জনাই আগবাঢ়িল।"

পিচ দিনাও সেই একে পুৱাৰ ভাগতে সুপ্ৰিয়াহঁত ওলাই আহিল। গাড়ী ৰখাই পঞ্জাৱী ডেকা তজবজীয়া ড্ৰাইভাৰটো গেটৰ মুখতে বৈ আছিল। আগদিনাৰ দৰে ড্ৰাইভাৰৰ

কাষতে বহিলে সুপ্ৰিয়াই গাড়ী চলাবলৈ নিৰ্দ্দেশ দিলে। গাড়ী আগবাঢ়িল। কালিতকৈ আজি তাই ড্ৰাইভাৰৰ লগত বেছি ফ্ৰি হ'ল। তিনিচুকীয়া পোৱালৈকে গোটেই বাটচোৱা তাই জনাই নজনাই হিন্দী ভাষাতে ড্ৰাইভাৰৰ লগত কথা-পাতি পাতি গৈ থাকিল। তিনিচুকীয়া নগৰ খনতো সিহঁতি অলিয়ে গলিয়ে অনেক ঠাই ঘূৰিল। দুই এখন ডাঙৰ দোকানত সোমাই দুই এপদ বস্তু বজাৰও কৰিলে। আগদিনাৰ দৰে আজিও এক বজা লগে লগে ড্ৰাইভাৰটোৱে ভাল হোটেল এখনলৈ নি সুপ্ৰিয়াহঁতক খোৱাবোৱাৰ সুবিধা কৰি দিলে। তাৰ পিচত আৰু সিহঁত বেছি নুঘুৰি ঘৰমুৱা অৰ্থাৎ ডুলিয়াজান মুখী হ'ল। ড্ৰাইভাৰৰ লগত সুপ্ৰিয়াই কথা আৰম্ভ কৰি দিলে। চন্দ্ৰ প্ৰসাদে দুদিনীয়া চিনাকী ডেকা পঞ্জাবীটোৰ কথা ভাবিবলৈ ধৰিলে। মানুহৰ খোৱা-বোৱাৰ বিষয়ৰ এখন টাইম টেবুল থাকে। সৰ্ব্ব সাধাৰণ মানুহৰ দিনৰ ন দহ বজাতে ভাত খোৱাৰ সময়। কিন্তু চন্দ্ৰ প্ৰসাদ তাৰ ব্যতিক্ৰম। তেওঁ পুৱা সাত বজাত পাতলিয়া আহাৰ কৰে। দিনৰ এক বজাত ভাত আৰু ৰাতি ন-বজাত যি কোনো চব্‌জীৰ লগত দুখন ৰুটি। বচ ইমানেই। এই নিময় ভঙ্গ হলেই চন্দ্ৰ প্ৰসাদৰ গ্ৰেছটিক বেমাৰটোৱে উক দিবলৈ বিচাৰে। কিন্তু তেওঁ এই খোৱা-বোৱা কৰা ৰুটিন খন এই পঞ্জাবী ড্ৰাইভাৰটোৱে জানিলে কি দৰে। অন্যহাতে নগৰবোৰত ইমানবোৰ ডাঙৰ ডাঙৰ আমিষ হোটেল থাকোতে কালি আৰু আজি দুই দিনা সাধাৰণ নিৰামিষ হোটেলৰ মুখত গাড়ী ৰাখিল কিয়? সেই পঞ্জাবী ল'ৰাটোৱে তাৰমানে মই মাংস নাখাও বুলিও জানে? কি খাব কি নাখাব সেইবোৰ তেওঁলোকৰ ব্যক্তিগত কথা সিহঁতৰ খোৱাবোৱাৰ কথা চিন্তা কৰিবলৈ সি কোন? দিনটোৰ বাবে গাড়ী ভাড়ালৈ লৈছো। আমাৰ ইচ্ছা মতে গাড়ী ঘূৰাই লৈ ফুৰি নিৰ্দ্দিষ্ট সময়ত ভাড়াদি গাড়ী বিদায় দিম। সেই নিয়ম ভঙ্গ কৰি তাৰ খুচি মতে গাড়ী ৰাখি নিৰ্দ্দিষ্ট এক বজাত মোক ভাতখাই 'লবলৈ অনুৰোধ কৰে কিয়? চন্দ্ৰ প্ৰসাদে এইবোৰ কথা চিন্তি আহি থাকোতেই কেতিয়ানো আহি বন্ধুৱেকৰ গেটৰ মুখত গাড়ী ৰলহি চন্দ্ৰ প্ৰসাদে ততেই ধৰিব নোৱাৰিলে। "দুই দিনৰ ভাড়াটো আদায় দি আপুনি আহিব দেউতা, মোৰ খুব ভাগৰ লাগিছে, মই আগবাঢ়ো" বুলি কোৱা জীয়েকৰ মাতষাৰত চন্দ্ৰ প্ৰসাদে চিন্তা সাগৰৰ পৰা বাস্তৱ জগতলৈ ঘূৰি আহিল। ড্ৰাইভাৰে খুলি থকা দৰ্জা খনেদি নামি ওলাই আহিল। জীয়েক ইতিমধ্যে গেট পাৰহৈ গৈ তাঁৱৈৱেকৰ ঘৰৰ বাৰান্দাত উঠিলগৈ। তাইৰনো ভাগৰ নালাগিব কিয়? যিটো ল'ৰাক বিছাৰি আজি দুদিনকৈ দিহিঙে দিপাঙে ঘূৰিল তাৰ একো ফুটকে নাপালে। কষ্টৰ ফল ভোগ কৰিবলৈ নোপোৱা কাৰ্য্য কৰিলে মানুহৰ মনলৈ ক্লান্তি অৱসাদ আহিবই। চন্দ্ৰ প্ৰসাদে মণি বেগটো পকেতৰ পৰা উলিয়াই ড্ৰাইভাৰক ভাড়া কিমান হ'ল সুধিলে।

ড্ৰাইভাৰে ক'লে, "দুই দিন মিলাই ১২৮০.০০ টকা হ'ল। আপোনালোকে যি দিয়ে দিব। কিন্তু এতিয়া নহয়। মোৰ গাড়ী খনৰ মেচিনত কিবা ডিফেক্ট ধৰা পৰিছে। মই অলপ আগৰ গেৰেজটোত ভাল কৰাই আনো। তাৰ পৰা ঘূৰি যাওঁতে আপোনালোকৰ

ঘৰত সোমাই ভাড়াটো লৈ যাম আৰু আপোনালোকৰ সকলো জনৰে লগত চিনাকী হোৱাও হ'ব, লগতে ফ্ৰিকৈ চাহ জলপানও খাবলৈ পাম, নহয় জানো দেউতা? নে মই সোমোৱাতো আপোনালোকে নিবিচাৰে?"

"কিয় নিবিচাৰিম। হব। তুমি সোমাই গলেই আমি ভাল পাম। পিচে এইটো মোৰ ঘৰ নহয়। মোৰ বন্ধু এজনৰ ঘৰহে। মোৰ ঘৰ ডিব্ৰুগড়ত। নালিয়াপুলত। তুমি ঘূৰি আহা বাৰু আমি ঘৰলৰা কথা পাতিম।" — চন্দ্ৰ প্ৰসাদে ক'লে।

"কোনো কথা নাই? বন্ধুৰ ঘৰ আপোনাৰ ঘৰৰ মাজতনো কি পাৰ্থক্যটো আছে? ডিল খুলুচা হ'লে সকলোৱেই আপোন। এতিয়া পলম নকৰো। আপোনাৰ ভাগৰ লাগি আহিছে। মুখ হাত ধুই ফ্ৰেচ্‌হৈ লওকগৈ।" তাৰ পিচত সুপ্ৰিয়া বহি অহা চিতটোৰ পৰা কেৰিবেগ এটা টানমাৰি উলিয়াই আনি চন্দ্ৰ প্ৰসাদলৈ চাই ক'লে, "দেউতা, এই কেৰিবেগটো আপোনাৰ ছোৱালীজনীয়ে বহাৰ চিটতে এৰি গৈছে। আপুনি লৈ যাওঁক।"

চন্দ্ৰ প্ৰসাদে কোনো চিন্তা নকৰাকৈ ড্ৰাইভাৰটোৰ হাতৰ পৰা কেৰিবেগটো লৈ যাব খুজিলে। ড্ৰাইভাৰটোৱে চন্দ্ৰ প্ৰসাদৰ চৰণ চুই নমস্কাৰ এটা কৰি গাড়ীত বহিল আৰু লগে লগে গাড়ী ষ্টাৰ্ট দি গুছি গ'ল। চন্দ্ৰ প্ৰসাদে ধুলি উৰুৱাই গুছি যোৱা গাড়ীখনৰ ফালে কিছুপৰ চাই থাকি " কি অদ্ভুত ল'ৰা এইটো" বুলি মুখেৰে ভুন ভুনাই গেট খুলি ভিতৰ সোমাল।

সুপ্ৰিয়াই পোনে পোনে গৈ বাথৰুমত সোমাল। আধা ঘন্টা মানৰ পিচত ওলাই আহি আমৈয়েকৰ লগত বাপেকে কথা পাতি বহি থকা দেখিলে। তাবৈৰেক ৰাতি ন-বজাতহে ডিউটিৰ পৰা আহি পাবহি। তাবৈৰেকৰ ল'ৰা-ছোৱালীহালেই গুৱাহাটীত পঢ়ি আছেগৈ। গতিকে ঘৰখন নিজনৃজাল। তেখেতলোক দুয়োকে কথা পাতি বহি থকা দেখি সুপ্ৰিয়াই তাৰ মাজতে গাড়ী দুদিনৰ ভাড়া কিমান দিব লগা হ'ল দেউতাকৰ পৰা জানিবলৈ বিচাৰিলে।

দেউতাকে ক'লে "ড্ৰাইভাৰে গাড়ীখন মেকানিকক দেখাবলৈ নিছে। ঘূৰি যাওঁতে ইয়াত সোমাই ভাড়াটো লৈ যাব। মুঠ ভাড়া ১২৮০.০০ টকা হ'ল। তাৰ ভিতৰত যি দিয়ে দিব বুলি কৈছে।" সুপ্ৰিয়াই মন্তব্য কৰিলে " হবই। ডুলিয়াজান খন তেল নগৰী হলেও ইয়াত তেলৰ যিহে দাম। মই তাতকৈ বেছি হব বুলিহে ভাবিছিলো।

চন্দ্ৰ প্ৰসাদে জীয়েকৰ ফালে কেৰিবেগটো আগবঢ়াই দি ক'লে, "লোৱা মাজনী, এইটো তুমি গাড়ীতে এৰি আহিছিলা। ড্ৰাইভাৰটোৱে পাই মোৰ হাততে দি পঠাইছে।"

সুপ্ৰিয়াই দেউতাকে আগবঢ়াই দিয়া বেগটো হাততলৈ ক'লে, "এইটো মোৰ বেগ নহয় দেউতা। মই এনেকুৱা বেগত ভৰাব লগা একো বস্তু কিনাই নাই। ড্ৰাইভাৰটোৱে ভুল কৰি দি পঠাইছে। তেওঁ আহি সোমাব যেতিয়া চিন্তা নাই। ভাড়া কেইটাৰ লগতে বেগটোও ঘুৰাই দিব পৰা হ'ব।" এই বুলি কৈ বেগটোৰ ভিতৰত নো কি আছে চাবলৈ

ইচ্ছা কৰি সোহাতখন সোমোৱাই দিলে। কাপোৰ জাতীয় পেকেট এটা ধৰি বাহিৰ কৰি আনিলে। এখন ধুনীয়া শাড়ী। তাই শাড়ীখনৰ ভাজবোৰ খুলি তাৰে এটা আচল নিজৰ গাত মেৰিয়াই লৈ চিঞৰি উঠিল, " বাবৰে, ইমান ধুনীয়া শাড়ী এইখন ? এনে কোৱা শাড়ী এখন মই পোৱা হ'লে। চাওকচোন দেউতা, এই শাড়ীখনে মোৰ গাত ইমান মেচ্ কৰিছে। কালিলৈ এনেকুৱা শাড়ী এখন মোকো কিনি দিবনা, দেউতা ?"

বাপেকে গহীনাই উত্তৰ দিলে, " তোমাৰ পছন্দ শাড়ী এখন কালিলৈ মই কিনি দিবলৈ ককায়েৰাই বাটেই নাচালে। এইখন তোমাৰেই শাড়ী মাজনী। ককায়েৰাই তোমাৰ মনৰ জোখৰে শাড়ী কিনি তোমাক নিদি মোৰ হাতত দি পঠালে।"

সুপ্ৰিয়াই বাপেকৰ বুজিব নোৱাৰা কথাবোৰ শুনি বাপেকৰ মুখলৈ তধালাগি সুধিলে, " এইবোৰ কি কৈছে দেউতা ? ককাইদেউৱে এই শাড়ী মোলৈ পঠাইছে? ককাইদেউক ক'ত লগ পালে ?"

চন্দ্ৰ প্ৰসাদে হুমুনিয়াহ এটা কাঢ়ি ক'লে, "হয়, মাজনী মই মিছা কোৱা নাই। আমাৰ দুইটাকে বুৰ্বক বনাই তোমাৰ ককায়েৰাই দুদিনকৈ আমাৰ লগতে ঘূৰি ফুৰিলে। অথচ আমি এটাইও তাক চিনি নাপালো। তুমি আজি দুদিনকৈ গাতে গা লগাই বহিও ককায়েৰাটোকে চিনি নাপালা। মই কিন্তু ঠিকেই অনুমান কৰিছিলো, পিচে সেই সময়ত মই পাহৰি গলো যে ধুৰ্ত্তটোৱে হিন্দীত লেটাৰ মাৰ্কলৈ মেট্ৰিক পাচ কৰিছিল বুলি। তাৰ মুখত অসমীয়া ভাষাৰ বাক্য এফাকি শুনা হেতেনেই তাক মই বন্দী কৰি চুচৰাই ঘৰ পোৱালোগৈ হেঁতেন। পিচে মিছা হ'ল। তাৰ কথা সি ৰাখিলে। সি নিজে ধৰা নিদিলে তাক ধৰা পেলোৱা যে আমাৰ ক্ষমতা নাই দুৱাৰ প্ৰমাণ কৰি দেখোৱালে।"

"আপুনি এইবোৰ কি নাভূত নাশ্ৰুত কথা কৈছে দেউতা।" — সুপ্ৰিয়াই চিঞৰি উঠিল।

"মই কোনো নাভূত নাশ্ৰুত কথা কোৱা নাই মাজনী, তোমাৰ ভৰিৰ ওচৰত পৰি থকা চিঠিখন পঢ়িলেই সকলো বুজি পাবা।" চন্দ্ৰ প্ৰসাদে জীয়েকৰ ভৰিৰ ওচৰত পৰি থকা চিঠিখন দেখুৱাই ক'লে। তাই শাড়ীখন মেলোতে যে তাৰ মাজৰ পৰা চিঠি এখন সৰি পৰিল চন্দ্ৰ প্ৰসাদৰ বাদে এজনেও মন কৰা নাছিল। সুপ্ৰিয়াই ভয়ে ভয়ে নীলা ৰঙৰ খামটো দাঙি আনি দেউতাকৰ ফালে আগবঢ়াই দিলে।

দেউতাকে ক'লে, " তুমিয়েই পঢ়া মাজনী, এই মুহূৰ্ত্তত তাৰ চিঠি পঢ়াৰ মোৰ ধৈৰ্য্য নাই।"

বাপেকৰ আদেশ পাই সুপ্ৰিয়াই ঘামি-জামি কঁপা কঁপা হাতেৰে খামটোৰ পৰা চিঠি এখন উলিয়াই পঢ়ি গ'ল।

পৰম পূজনীয় দেউতা,

আপোনাৰ পুত্ৰৰ সেৱা লব। আপোনাৰ আৰু মাৰ আৰ্শীৰ্বাদত মোৰ ভাল । মই

বৰ্তমান পঞ্জাবী ঠিকাদাৰ এজনৰ তলত মহৰি কাম এটা কৰি চলি আছো। মোৰ বাবে আপোনালোকে চিন্তা নকৰিব। আপোনালোকৰ ঘৰৰ পৰা আহিয়েই মই ডাঃ প্ৰশান্ত কছাৰীৰ ঘৰত উঠিলোহি। ডাঃ কছাৰী মোৰ বাল্য কালৰ বন্ধু। আমি দুইটাই একে লগে মেট্ৰিক পাছ কৰিছিলো। তাৰ আচল ঘৰ উত্তৰ পাৰত। ডিব্ৰুগড় মেডিকেল কলেজত পঢ়ি থাকোতেই সি ডুলিয়াজানত মাটি এটুকুৰা কিনি ৰাখিছিল। এতিয়া সি ডুলিয়াজানৰ স্থায়ী বাসিন্দা। তাৰ সহায়তেই মই ভনী মেডিকেলত থাকোতে মাক আৰু ভনীক দেখা কৰিবলৈ লগত লগত পাঁচ দিন গলো। এতিয়া পিচে মই তাৰ ঘৰ এৰিলো। সি বিয়া বাৰো পতা নাই। ল'ৰাটো বেয়া নহয়। ডাক্তৰ হিচাবেও তাৰ নাম আছে। ইচ্ছা কৰিলে ভনীৰ বাবে তাৰ লগত কথা বতৰা পাতি চাব পাৰে। কথাটো মাৰ লগত আলোচনা কৰি চাব-চোন। মোৰ আশ্ৰয়দাতা পঞ্জাবীজন বৰ মৰমীয়াল। আপোনালোকক দুদিনকৈ ঘুৰাই লৈ ফুৰা টেক্সীখন তেখেতৰে। মই তেখেতৰ পৰা সকলো শিকি বুজি লৈছো। নামত মই মহৰী যদিও বৰ্তমান তেখেতৰ সকলো দায়িত্ব মই পালন কৰি ঘূৰি ফুৰিব লাগে। এই দৰে ঘূৰি ফুৰোতে যোৱা ৰবিবাৰে গধূলি পৰত আপানালোক দুয়োকো সেই মানুহ ঘৰলৈ সোমাই যোৱা দেখিলো। গতিকে কালি ৰাতি পুৱা সিংদাদাৰ ড্ৰেচযোৰ পিন্ধি ছদ্ম বেশত আপোনালোকক দেখা এটা কৰি আহো বুলি ওলাই আহিছিলো। পিচে মোৰেই কপাল ভাল। মোৰ পিতৃ আৰু মৰমৰ ভনীজনীক মোৰ গাড়ীতে বহুৱাইলৈ দুদিনকৈ ফুৰিবলৈ সুবিধাকণ পাই গলো। আপোনালোকক এইকণ সেৱা কৰিবলৈ পাই মই নথৈ সুখী হৈছো। আপোনালোক দুয়োৰে লগত মাকো যদি পালোহেঁতেন, কিমান যে ভাল লাগিলহেতেন। ঘৰলৈ গৈ মাক মোৰ সেৱা জনাব। মাক মোৰ বাবে চিন্তা কৰিবলৈ নিদিব। মোৰ মৰমৰ চিন স্বৰূপে এই শাড়ীখন ভনীক উপহাৰ হিচাবে দিলো। তাইৰ চাগৈ মোৰ ওপৰত উঠা খংটো মাৰ যোৱাই নাই। বিচাৰি অহা পুত্ৰক লগ পালে। গতিকে কালিলৈ ঘৰলৈ যাওঁকগৈ। মাই চিন্তা কৰি থাকিব।

ইতি

আপোনাৰ পুত্ৰ 'ফুল'

চিঠিখন পঢ়ি শেষ কৰি সুপ্ৰিয়াই ককায়েকক বন্দী কৰাৰ ভাল উপায় এটা আৱিস্কাৰ কৰি চিঞৰি উঠিল, "এইবাৰ টেঙৰামি কৰি ককাইদেউ ক'ত হাৰি যাব? গাড়ী ভাড়াটো নিবলৈ আহোতেই তাক বন্দী কৰি পেলাম বাপেকে।"

সুপ্ৰিয়াই ককায়েকক ফান্দত পেলাবলৈ বিচৰা বুদ্ধিটো শুনি চন্দ্ৰ প্ৰসাদৰ বেজাৰতো হাঁহি উঠি গ'ল। তেওঁ খুক খুকাই হাঁহি ক'লে, "ককায়েৰাই আজিহে নালাগে কোনো দিনেই গাড়ী ভাড়া বিছাৰি আমাৰ ওচৰলৈ নাহে মাজনী। পুতেকে বাপেকৰ পৰা ভাড়া লোৱা ক'ত দেখিছা? মোৰ পুত্ৰ ফুল ইমান নীচ নহয়। কালি সি টকা পাঁচশ ঘুৰাই দিওঁতেই কথাটো মই ভালকৈ চিন্তা কৰি চোৱা উচিত আছিল।"

সুপ্ৰিয়াই এইবাৰ ককায়েকক বিচাৰি যোৱা অন্য এটা উপাই উলিয়াই দেউতাকক জনালে, " নহলে দেউতা বলক সেই পঞ্জাবী ঠিকাদাৰ জনৰ ওচৰলৈ যাওঁ। তাত তেওঁক নিশ্চয় লগ পাম।"

দেউতাকে ক'লে, " চোৰ গলে বুদ্ধি আৰু বৰষুণ গলে জাপি পিন্ধি একো লাভ নাই মোৰ আই। এই তৈল নগৰীত পঞ্জাবী ঠিকাদাৰ এজন নহয়, সহস্ৰজন আছে। তুমি কাৰ ওচৰলৈ যাবা ? সেই ধুৰন্ধ ককায়েৰাটোৰ পিচত খেদাদি অযথা সময় খৰচ কৰাতকৈ ডাঃ প্ৰশান্ত কছাৰীজনৰ ওচৰলৈকে এপাক যাব পাৰো। ককায়েৰাই তোমাৰ বাবে তেওঁকে পছন্দ কৰিছে যেতিয়া এপাক দেখা কৰি অহাতো বেয়া নহব।" বাপেকৰ কথা শুনি লাজত সুপ্ৰিয়া ভিতৰ সোমাই গ'ল। ভিতৰ সোমাই যাওঁতে ডাঃ প্ৰশান্ত কছাৰীৰ ধুনীয়া মুখখনি এবাৰ মনত পেলাবলৈ যত্ন কৰিলে? যেতিয়া তাইৰ মনৰ দাপোনত ডাঃ কছাৰীৰ মুখখনি ভাহি উঠিল তেতিয়া তাই ভাবিলে, "ককাইদেউৰ নিৰ্বাচন বেয়া নহয়।" ❖❖

# ছয়

সেই পঞ্জাবী জনৰ লগত দুটা বছৰ কটায়েই ফুলবৰে ডুলিয়াজান ত্যাগ কৰিব লগা হ'ল। সুপ্ৰিয়াৰ বাবে যেনেকৈ সি ডিব্ৰুগড় নালিয়াপুল ত্যাগ কৰিব লগা হ'ল, ঠিক সেই দৰে ইন্দুমতী আৰু সঙ্গীতা নামৰ ছোৱালী দুজনীৰ বাবেই ডুলিয়াজানও ত্যাগ কৰিব লগা হ'ল। ফুলবৰে সাধাৰণতে ছোৱালীবোৰৰ প্ৰেমত পৰিবলৈ বিচাৰি নুফুৰে। কিন্তু ছোৱালীবোৰেহে তাৰ প্ৰেমত পৰি হাবুডুবু খাই ফুৰে। সি কি কু ক্ষণত জন্ম হৈছিল জানো? কিবা ৰাহু-কেতু কুপ দৃষ্টিৰ প্ৰভাৱত পৰিয়েই নে আন কিবা কাৰণতে আজি সাত বছৰে ল'ৰাটোক ছোৱালীবোৰে শান্তিৰে বা া কৰিবলৈ নিদিয়া হ'ল। সুপ্ৰিয়াক ভবাৰ দৰে এই দুজনী ছোৱালীকো নিজৰ ভনীৰ দৰেই সি মৰম স্নেহ দিছিল। কিন্তু তাৰ সেই মৰমত সিহঁত সন্তোষ্ট নহয়। সিহঁতি তাৰ পৰা সৰ্বস্ব আদায় কৰি পাবলৈ বিচাৰে। সি কেতিয়াবা ভাবি আচৰিত হয়। ছোৱালীবোৰে তাক পাবলৈ ইমান ব্যাকুল হয় কিয়? তাৰ নাই শিক্ষা, নাই ডাঙৰ চাকৰি, নাই টকা-পইচাৰ ঝণ-ঝণনি, নাই নিজৰ বুলি মূৰ গুজি থাকিবলৈ এটি ঘৰ সেই সকলোবোৰ জনাৰ পিচতো কি সুখ-শান্তি আশা কৰি তাৰ ডিঙিত মাদলিহৈ ওলমিবলৈ বিচাৰে? সি ভাবি ভাবি ইয়াৰ কোনো এটা সৎ উত্তৰ উলিয়াব নোৱাৰে।

ডুলিয়াজানলৈ আহি ফুলবৰে তাৰ একালৰ বন্ধু ডাঃ প্ৰশান্ত কছাৰীৰ লগত থাকিবলৈ ললে। ডাঃ কছাৰী হ'ল ব্যস্ত মানুহ। পুৱা আঠ বজাতে চাকৰিলৈ ওলাই গৈ ৰাতি এপৰতহে ঘৰ সোমাইহি। দিনটো অকলশৰীয়াকৈ লোকৰ ঘৰ এখনত সোমাই থাকি ফুলবৰৰ আমনি লাগে। সেয়েহে মাজে মাজে বন্ধুৱেকৰ ভাল পৰিচিত অমৃত সিং নামৰ প্ৰথম শ্ৰেণী কন্‌ট্ৰেক্টৰ জনৰ ঘৰত গৈ বহি মেলি সময়বোৰ কটাই গৈ। অমৃত সিঙে সপৰিয়ালে পঞ্জাবৰ পৰা আহি আজি বিশ বাইশ বছৰে ডুলিয়াজানত মাটি বাৰী কিনিলৈ স্থায়ী ভাবে বসবাস কৰি আছে। তেওঁৰ নিজা পৰিয়াল বুলিবলৈ সোতৰ বছৰীয়া ইন্দুমতী নামৰ জীয়েক এজনী আৰু অমৰ নামৰ দহ বছৰীয়া এটা ল'ৰা। এদিন ফুলবৰে কথাৰ চলতে অমৃত সিঙক তাৰ বাবে এটা সৰু চাকৰি যোগাৰ কৰি দিব পাৰিব নেকি সুধিলে। সৰুৱেই হওঁক বা ডাঙৰেই

হঁওক লাগ বুলিলেই চাকৰি এটা যোগাৰ কৰি দিয়াতো সহজ কাম নহয়। তথাপি ডাঃ কছাৰীৰ সমন্ধীয় মানুহ এজনক কিবা এটা সহায় কৰি নিদিলে ডাঃ কছাৰীয়ে বেয়া পাব বুলি ভাবিয়েই চিন্তা কৰি ক'লে, "ভাল চাকৰি এটা যোগাৰ কৰাটো আজি কালি বৰ টান কাম। তথাপি আপুনি ভাল চাকৰি এটা যোগাৰ হোৱা লৈকে মোৰ লগতে চাব কণ্টেক্ট এটা কৰি ব্যস্ত থাকিব পাৰে।" ফুলবৰে তাকে কৰিলে। তীক্ষ্ণ বুদ্ধি সম্পন্ন ফুলবৰে চাব কণ্টেক্ট হিচাবে নহয়, মহৰি হিচাবেও নহয় অমৃত সিঙৰ একেবাৰে আপোন মানুহ হৈ লৈ তেখেতৰ সোঁহাত স্বৰূপ হৈ পৰিল। লাহে লাহে সি দাং বৰলা ডাঃ কছাৰীৰ বাসভৱন ত্যাগ কৰি অমৃত সিঙৰ ঘৰতে থাকিবলৈ ল'লে। ক্ৰমে ক্ৰমে সি সিং পৰিয়ালটোৰ এজন সক্ৰিয় সদস্য হৈ পৰিল। তেওঁলোকৰ ল'ৰা-ছোৱালীহালৰ ফুলবৰেই গৃহ শিক্ষক, সিং পৰিবাৰৰ ৰান্ধনীৰ কামত সিয়েই সোঁহাতকাৰী, কণ্টেক্টৰ সিঙৰ সকলোতে আজি কালি ফুলবৰ। ফুলবৰ নহলে ঘৰখনৰ বজাৰ সমাৰ নহয়। ফুলবৰ নহলে ল'ৰা-ছোৱালীহাল স্কুললৈ নাযায়, ফুলবৰ নহলে অমৃত সিঙৰ গাড়ীয়েই নছলে। গুণীয়েহে গুণৰ মূল বুজাৰ দৰে অমৃত সিঙে কম দিনৰ ভিতৰতে ফুলবৰৰ দ্বায়িত্বজ্ঞানবোধ, কৰ্ম্মপতুতা, একাগ্ৰতা, নম্ৰতা, বাকপতুতা, সাহসিকতা, বুদ্ধিমন্ত আদি অনেক লাগতিয়াল গুণসমূহ অধ্যয়ন কৰি পেলালে। সেয়েহে অমৃত সিঙে ফুলবৰক নিজৰ গাড়ীখনতে বহুৱাই লৈ নিজৰ কৰিব লগীয়া কামবোৰ দেখুৱাই মেলি দিব লগা দিহা পৰামৰ্শবোৰ দি উপযুক্ত কৰি তুলিছে। ফুলবৰক এবাৰ দেখুৱাই দিয়া কামবোৰ দ্বিতীয়বাৰ বুজাবৰ প্ৰয়োজন নহয়। গতিকে সি দুই তিনিমাহতে অমৃত সিঙৰ সকলো কাম চম্ভালি লবলৈ সক্ষম হ'ল। প্ৰায়খিনি গধুৰ দ্বায়িত্বই ফুলবৰৰ ওপৰত দি অমৃত সিং এতিয়া নিচিন্ত। তেওঁ এতিয়া অন্য এটা ব্যৱসায়ত মনোযোগ দিলে।

ফুলবৰ এতিয়া অতি দ্বায়িত্বশীল ব্যস্ত যুৱক। দিনৰ ন-বজাতে ভাত-পানী খাই মালিকৰ গাড়ীখনলৈ ওলাই যোৱা ফুলবৰে গধুলি বেলি ডুবাৰ পিচতে ঘৰ আহি সোমায়হি। আহি পায়েই গা-পা ধুই চাহ জলপান খাই মানে ল'ৰা-ছোৱালীহালক পঢ়োৱা কামত ব্যস্ত হবৰ হয়েই। মাজে মাজে ৰান্ধনী গৰাকীকো সহায় কৰি দিবগৈ লগিয়াত পৰে। বিশেষকৈ মাছ মাংস ৰান্ধিব দিনা ফুলবৰৰ সহায় নহলে নছলে। ৰাতি দহ বজাত খাই বৈ উঠি পুৱা পাঁচ বজালৈকে যি কেই ঘন্টা শুৱে, সেই কণেই তাৰ জিৰণিৰ সময়। আগতে সিঙৰ জীয়েক ইন্দুমতী আৰু পুতেক অমৰে লগৰ ল'ৰা-ছোৱালীবোৰৰ লগতে খোজ কাঢ়ি স্কুললৈ অহা-যোৱা কৰিছিল। বাপেকক কোনোদিন গাড়ীৰে স্কুলত থৈ আহিবলৈ আপত্তি কৰা নাছিল। কিন্তু এতিয়া সিহঁতৰ ধুনুদাদাই (ফুলবৰ) গাড়ীখন চলাবলৈ লোৱা দিন ধৰি সদায় সিহঁত হালক স্কুলতথৈ আহিবগৈ

লগা হ'ল। ফুলবৰে সদায় ইন্দুমতীক গাড়ীৰে স্কুললৈ অনা-নিয়া কৰা দেখা পাই তাইৰ লগৰ ছোৱালীবোৰে ইতিমধ্যে ইন্দুমতীক জোকাবলৈ আৰম্ভ কৰি দিছে। "ইমান ধুনীয়া পাঞ্জাব অসমীয়া ডেকা এটাক তুমি কেনেকৈ ফুচুলালা?" পঞ্জাবী ছোৱালীয়ে অসমীয়া ডেকাৰ প্ৰেমত পৰা আমি এইবাৰহে দেখিছো।" লগৰ ছোৱালীবোৰ এই জাতীয় কথাবোৰলৈ অৱশ্যে ইন্দুমতীয়ে বৰ বেছি গুৰুত্ব নিদিয়ে। তথাপি ঘহোঁতে ঘহোঁতে বোলে শিলো ক্ষয় হয়। তাই ভাবিব নোৱাৰা কথা কিছুমান লগৰ দুষ্ট ছোৱালীবোৰৰ পৰা শুনি শুনি আজি কিছু দিনৰ পৰা তাইৰ মনটো বেয়াহৈ গৈছে। তাই ধুনুদাদাৰ কথা কেতিয়াবা লগৰ ছোৱালী বোৰৰ আগত উলিয়ালে সিহঁতে তাইক জোকাই — ধুনুদাদাই তোমাক ৰাতি পঢ়াই থাকোতে কিবা নোৱাৰিলে দুই এচৰ দিয়ে নে নাই? তাই উত্তৰ দিবলৈ নৌ পাওঁতেই আন এজনীয়ে উত্তৰ দিব — "ধেৎ, ধুনুদাদাই আকৌ আমাৰ ইন্দুক চৰিয়াব কিয়? তাইৰ ৰঙা কোমল গালখনত ধৰি মিহি চিকুট এটা বা নাল লগা চুমা এটা খাই বুজাইহে দিব।" অন্য এজনীয়ে কব — "থ থ তহঁতে ধুনুদাদাৰ কথা একো নাজান। ধুনুদাদাৰ ইন্দুভনীলৈ বৰ মৰম। তেওঁ আমাৰ ইন্দু সখীক সদায় কোলাত বহোৱাই লৈহে পাঠদান কাৰ্য আৰম্ভ কৰে। লগৰ এজনীয়ে আকৌ নিজ চকুৰে দেখাই ওলালে।" তাই ক'লে — "আমাৰ পিংকীয়ে কোৱা কথাষাৰ চেন্ট পাৰ্চেন্ট কাৰেক্ট। সেই দিনা ধুনুদাদাই ইন্দুক কোচত বহুৱাই লৈ গাড়ী চলাই অহা মই নিজ চকুৰে দেখিছো। নহয় বুলি কব পাৰিবনে তাই?" ছোৱালীবোৰৰ এইবোৰ কথাত ইন্দুমতীয়ে একো উত্তৰ দিব নোৱাৰে। অৱশ্যে দীপাৰ কথাষাৰ সিমান মিছাও নহয়। ইন্দুমতীয়ে গাড়ী চলাবলৈ শিকাই দিবৰ বাবে ধুনুদাদাক আপত্তি কৰাত সি তাইক তেনেই কাষতে বহুৱাই লৈ ষ্টেৰিং ডাল কেনেকৈ ঘূৰাব লাগে শিকাই গৈ থাকোতে স্কুললৈ খোজেৰে আহি থকা দীপাই দেখা পাইছিল। কেৱল সেইদিনাই নে? ধুনুদাদাই কামৰ আজৰি পালে, প্ৰায়ে ড্ৰাইভিং শিকাবলৈ তাইক কোম্পানীৰ প্লে ফিল্ডলৈ লৈ যায়। তাত তাই ধুনুদাদাৰ বুকুৰ মাজত সোমাই লৈ ঘন্টাৰ পাছত ঘন্টা ড্ৰাইভিং শিক্ষা লৈছে। কতা তাইতো সেইবোৰ বেয়া কথা বুলি ভবা নাই। তেন্তে ছোৱালীবোৰে তাইক কিয় জোকাই। তাই ভাবিবলৈ ধৰিলে। ছোৱালীয়ে গাড়ী চলাবলৈ শিকাতো বেয়া নে ধুনু দাদাৰ বুকুৰ মাজত সোমাই শিক্ষা লোৱাটো বেয়া। ডেকা ল'ৰা এটা বুকুৰ মাজত গাভৰু ছোৱালী এজনী থকাটো বেয়া নেকি? সেই দিনা দীপাই ফ্লিম ফেয়াৰখনৰ দৃশ্যবোৰ দেখুৱাই তাইক কি বুজাব খুজিছিল বাৰু? স্কুলৰ জিৰণি পিৰিয়দত তাই কিতাপৰ মাজৰ পৰা ফ্লিম ফেয়াৰ খন উলিয়াই তাত চিনেমাৰ নায়ক নায়িকাই সাৱটা সাৱটি কৰি থকা বহুত দৃশ্যই দেখুৱালে। কেৱল দেখুৱায়েই নেৰিলে

বুজালেও যে ডেকা-গাভৰুৱে কেনেকৈ প্ৰেম কৰিব লাগে; দৃশ্যত দেখাৰ দৰে প্ৰেম কৰিলে মনবোৰ কিমান মিঠা মিঠা লাগে। অন্য এটা দৃশ্য দেখুৱাই ক'লে, "ঐ ইন্দু, এই দৃশ্যটো চাচোন, তই সেইদিনা তহঁতৰ গাড়ীত তোৰ ধুনুদাদাৰ বুকুৰ মাজত সোমাই প্ৰেম কৰাৰ দৰে, এই হ্যলেও কেনেকৈ গাড়ী চলাই যাওঁতেই প্ৰেম কৰি গৈছে। এই নায়িকাজনীয়েও চাগে তই ধুনুদাদাৰ বুকুৰ মাজত পোৱা মিঠা মিঠা আৰামটোকে পাইছে। নহয়নে বাৰু?" দীপাৰ কথাষাৰ মনত পেলাই তাই পুনৰ ভাবিলে - "ধুনুদাদাৰ বুকুৰ মাজত সোমাই তাই গাড়ী চলাবলৈ শিকিছিল ঠিকেই, কিন্তু দীপাই ক'বৰ দৰে মিঠা মিঠা অনুভৱতো তাই কৰা নাছিল। নে, গাড়ী চলোৱা কামত ব্যস্ত থাকোতে মিঠা অনুভৱৰ কথা উপলব্ধি কৰিবলৈকে নহ'ল।"

ধুনুদাদাকৰ কাষত থাকিলে ইন্দুমতীয়ে আজিকালি দীপাৰ সেই কথাবোৰ মনত পেলায় প্ৰমাণ কৰি চাবলৈ মন যায়। মন গ'লেও তাই নোৱাৰে। তাইনো বাৰু কেনেকৈ ক'ব "ঐ ধুনুদাদা, তুমি মোক তোমাৰ বুকুৰ মাজত সাবটি ধৰাচোন, মোৰ মনটো মিঠা মিঠা লাগিছে নে নাই প্ৰমাণ কৰি চাওঁ।" ধেৎ নোৱাৰি পাই কব।

এদিন অৱশ্যে তাই নিবিচৰাকৈয়ে তেনে সুবিধা এটা পাইছিল। তেতিয়া তাই ক্লাচ টেনত। আগষ্ট মাহৰ এটা দিন। পুৱাৰ পৰা পাতলীয়া বৰষুণ পৰি আছিল। আঠমান বজাত কৰপৰা জানো চৌচাই ৰঙৰ ডাৱৰ এচপৰা আহি গোটেই আকাশখন চানি ধৰিলে। লগে লগে ধুমুহাও আৰম্ভ হ'ল। ফুলবৰে কামলৈ যাবৰ বাবে সাজু হৈছে। বেয়া বতৰ বুলিতো সি ঘৰৰ ভিতৰত সোমাই থাকিলে নচলিব? গতিকে সি গা-পা ধুই টাৱেলখন পিন্ধি লাইফ চাইজৰ আৰ্চিখনৰ সন্মুখত ঠিয়হৈ ফনিখনেৰে চুলিখিনি আচুৰি আচুৰি, খোৱাৰ আগতেই কাপোৰ পিন্ধি লব নে পিন্ধাৰ পিচত ভাত খাব ভাবি চাইছে। অমৃতসিঙে বতৰটো বেয়া দেখা পাই ফুলবৰে খাই বৈ ৰেডি হয় মানে পুতেক অমৰক স্কুলত থৈ আহিবলৈ গাড়ীখন লৈ ওলাই গ'ল। ইন্দুৰ মাক ওলাই গ'ল ওচৰৰ মানুহ এঘৰলৈ। ইন্দুমতীয়ে মাংস নাখাই। তাইৰ বাবে কণী এটা আনোঁগৈ বুলি ছাতি জাপি একো নিনিয়াকৈ ওলাই গ'ল এইখিনি সময়তে ঘটি গ'ল ঘটনাটো। চেলেলেক কৈ চকু চাট্ মাৰি যোৱাকৈ বিজুলী এচাটি মাৰিয়েই মানুহৰ বুকু কঁপাই যোৱা ঢেৰেকণী এটা মাৰিলে। লগে লগে 'মৰিলো ঐ' বুলি চিঞৰ এটা মাৰি বাথৰুমত গা ধুই কাপোৰ সলাই থকা ইন্দুমতীয়ে দৰ্জা খুলি বাহিৰলৈ দৌৰি আহিল। কি হ'ল বুলি খেদা মাৰি যোৱা ফুলবৰক বাটতে পাই সাবট মাৰি ধৰি ঠক্ ঠক্‌কৈ কঁপিবলৈ ধৰিলে। তাইৰ ভয় আৰু কঁপনি শান্ত কৰিবলৈ ফুলবৰে গোটেই ছোৱালী জনীকে নিজৰ বুকুৰ মাজলৈ টানি আনি জোৰেৰে সাবটি ধৰিলে। প্ৰথমটো মেঘৰ গাজনি মাৰ নৌ যাওঁতেই দ্বিতীয়টো আহিল। তাৰ পিচত

তৃতীয়টো এইদৰে একে লেঠাৰিয়ে আহিয়েই থাকিল। তাৰ লগে লগে শিলা বৃষ্টি। কাৰো মাত কোনেও নুশুনা অবস্থা। এই মুহূৰ্ত্ততেই যেন সকলো ঘৰ-দুৱাৰ ভাঙি শেষ কৰি পেলাব। ইন্দুমতীয়ে ফুলবৰৰ বুকুৰ মাজলৈ যিমান পাৰি সিমান সোমাই গৈ নিজৰ প্ৰাণটো বচাবলৈ চেষ্টা চলাইছে। ফুলবৰেও পাৰে মানে সহযোগ কৰিছে। প্ৰায় আধা ঘন্টা সময় ধৰি প্ৰকৃতিৰ তাণ্ডব চলি থাকিল। সেই আধা ঘন্টা সময়ৰ বাবে ইন্দুমতীয়ে ফুলবৰৰ বহল বুকুৰ মাজত সোমাই থাকিবলৈ সুবিধা পালে। বতাহ, বৰষুণ, ধুমুহা, গাজনি শাম কাটিল, তেতিয়া ইন্দুৱে লাহে লাহে ফুলবৰৰ বুকুৰ মাজৰ পৰা ওলাই আহিবলৈ চেষ্টা কৰি চাই দেখে যে তাইৰ সৰ্ব্ব শৰীৰত দেখোন কাপোৰেই নাই। কঁকালৰ পৰা তললৈ মাত্ৰ তেনেই ঠেক টাৱেল এখন। তাই মুক্ত উন্নত বুকুখন ডেকা ধুনুদাদাটোৰ উদং বুকুত লিপিত খাই লাগি আছে। লাজত তাই পুনৰ বাথৰুমলৈ দৌৰ মাৰিলে। বাথৰুমত সোমাই দৰ্জাখিন বন্ধ কৰি, নিজৰ উদং বুকুখনলৈ এবাৰ চালে। তাই বুকুৰ পৰা ভাঁহি অহা পুৰুষৰ ঘামৰ গোন্ধ এটা নাকত লাগিল। তাই আকৌ গাটো ভালকৈ ধুই পেলাব নেকি চিন্তা কৰি চালে। নাই, ধুনুদাদাৰ বুকুৰ ঘামৰ গোন্ধটো তাইৰ বেয়া লগা নাই। থাকক, এই গোন্ধটো তাইৰ বুকুত সদায় লাগি থাকিলেও তাইৰ বেয়া নালাগিব। তাই খৰধৰকৈ কাপোৰ কানি পিন্ধি বাথৰুমৰ পৰা ওলাই আহিল। গোটেই দিনটো ধুনুদাদাকৰ সন্মুখ ১ ঠিয় হ'বলৈ তাইৰ লাজ লাগিল। ❖❖

# সাত

এটা ঘটনা চক্ৰত পৰি চৌধুৰী পৰিয়াল এটাৰ লগতো ফুলবৰৰ আত্মীয়তা গঢ়ি উঠিল। গজেন চৌধুৰী দুলিয়াজান অঞ্চলৰেই নহয়, সমগ্ৰ ডিব্ৰুগড় অঞ্চলৰে এজন গণ্য মান্য ব্যক্তি। দুলিয়াজানত চৌধুৰী পৰিয়ালটোৱেই অতি পুৰণি বাসিন্দা। ধানে-ধনে, মাটিয়ে-বাৰীয়ে, সা-সম্পত্তিৰে, হাতীয়ে-ঘোঁৰাই পৰিপূৰ্ণ এটি জাকত জিলিকা পৰিয়াল। সেই সময়ত হাতীক লৈয়ে ধনী-দুখীয়া বিচাৰ কৰা হৈছিল। যাৰ ঘৰত যিমান হাতী ৰাখি পোহপাল দিব পাৰিছিল সেই ঘৰ সিমানেই ধনী বুলি খ্যাতি অৰ্জন কৰিব পাৰিছিল। সেইমতে আজিকালি যান্ত্ৰিক যুগৰ মেচিনৰ দ্বাৰা কৰা কামবোৰ তেতিয়া হাতীৰ দ্বাৰাই কৰাই লৈছিল। গজেন চৌধুৰী পিতাকৰ দিনত দহ বাৰটা হাতী আছিল কিন্তু এতিয়া গজেন চৌধুৰীৰ দিনত দুলিয়াজানখন তেল নগৰীলৈ ৰূপ ল'লে। দহ বাৰটা হাতীহে নালাগে এটা হাতী পোহপাল দিবলৈকো টান হৈ আহিল। তেল কোম্পানীয়ে হাতীৰ উপযোগী সকলো হাবি-ভাঙি তহিলং কৰিলে। এশটা হাতীয়ে এমাহত কৰি শেষ কৰিব নোৱাৰা কাম এঘন্টাতে শেষ কৰিব পৰা মেচিন আহিল। নানান ধৰণৰ কল-কব্জা, যন্ত্ৰ-পাতি, গাড়ী-মটৰ প্ৰতাপত হাতী ঘুৰা-ফুৰা কৰিবলৈ ঠায়েই নাইকীয়া হ'ল। লগতে হাতীয়ে কৰিব লগা কামবোৰো নাইকীয়া হৈ আহিল। গতিকে গজেন চৌধুৰীয়ে পূৰ্ব্ব পুৰুষৰ নিয়মটো বজাই ৰাখিবৰ বাবে এটি মাত্ৰ হাতী ৰাখি বাকী সকলো হাতী নগা পাহাৰত বেচি থৈ আহিল। নিয়মটো পালন কৰি ঘৰত হাতী এটা ৰাখিলে যদিও তাক ভালকৈ নিজে পতিপালন নকৰি মাউত এটাৰ হাততে সকলো দায়িত্বভাৰ দি নিচিন্ত হৈ ঘৰতে বহি থাকিল। পুতেক অনন্তই দূৰে দূৰে থাকি পঢ়া শুনা কাম শেষ কৰি ঘৰলৈ আহি তেল কোম্পানীতে চাকৰি এটা লৈ, চাকৰিৰ কামতে ব্যস্তহে থাকে। সিহঁতৰ হাতীটো সি দূৰৰ পৰাহে দেখিছে, তাৰ ওচৰলৈ গৈ কোনোবা দিনা খা-খবৰ এটা কৰি অহা প্ৰয়োজন বোধ নকৰিলে। মুঠতে সেই বিশাল প্ৰাণীটোৰ প্ৰতি গজেনৰ পৰিয়ালটোৱে কিবা অৱজ্ঞা ভাব এটাহে প্ৰদৰ্শন কৰিবলৈ ধৰিলে। গতিকে লাহে লাহে হাতীটো বিদ্ৰোহী হৈ উঠিল। এদিন হাতীটোৱে নিজৰ ভৰিৰ শিকলিডাল চিঙি, ওচৰতে ভাঙৰ চিলিম টানি বহি থকা মাউতটোৰ ডিঙিত তাৰ শুঁৰ ডালেৰে মেৰাই

ধৰি একে ঠেকেচে তাৰ প্ৰাণ-বায়ু পঠাই পেটতে গচক এটা মাৰি আঁতৰি আহিল। তাৰ পিছত গহীন গম্ভীৰ খোজ দি দি ৰাস্তাৰফালে ওলাই গ'ল। সেই সময়ত ৰাস্তাই দি সৰু নাতিনীয়েক এজনীক হাতত ধৰি, অন্যখন হাতেৰে লাখুটিডাল বাই বাই কাৰোবাৰ ঘৰত সকাম খাবলৈ গৈ থকা বুঢ়ী এজনীক পাই হাতীটোৱে শুঁৰ ডালেৰে বুঢ়ীৰ কঁকালতে মেৰাই ধৰি দূৰলৈ দলি মাৰি পঠালে। বুঢ়ী লগে লগে শেষ। ভাগ্যে সৰু ছোৱালীজনীক একো নকৰি পুনৰ আগবাঢ়িগৈ মানুহ এঘৰত সোমাল। বাটেদি অহা-যোৱা কৰা মানুহে সেই দৃশ্যটো দেখি চিঞৰ বাসৰ লগালে। চাৰিওফালে ল'ৰা ঢপৰা, হুৰামুৰা লাগি গ'ল। গজৰাজে সেইবোৰলৈ কেৰেপ নকৰি মুঠিবোৰ টানি আনি আৰামেৰে ইটোৰ পিচত সিটো মুখত সোমোৱাই যাবলৈ ধৰিলে। তাকে দেখি গৃহস্থজনে, "খালে ঐ, এইটো কাৰ হাতী ঐ, মোৰ ভঁৰালৰ ধান খাই শেষ কৰিলে ঐ" বুলি চিঞৰি চিঞৰি হাতত মহৰ টুকুন এডাললৈ হাতীটোৰ ফালে খেদি গ'ল। হাতীটোৱে তাৰ কামত বাধা দিবলৈ খেদি যোৱা মানুহটোক এমজা দিবৰ বাবে টুকুনডালেৰে সৈতে মানুহটো মেৰাই ধৰি ওচৰতে থকা গোহালি ঘৰটোৰ চালৰ ওপৰলৈ দলিয়াই দিলে। পিচে গোহালি ঘৰটো তেনেই দুৰ্বল আছিল। মানুহটোৰ হেঁচা পাই ঘৰটো ভাগি গৃহস্থক চেপা মাৰি ধৰিলে। গৃহস্থজনে এইবাৰ ধান বচোৱাতকৈ নিজৰ প্ৰাণটো বচাবলৈহে চিঞৰিবলৈ ধৰিলে। হাতীটোৱে তাক সিমানতে এৰি পুনৰ ধান খোৱাত মনোযোগ দিলে।

সেই সময়তে হাতীৰ মালিক গজেন চৌধুৰী দৌৰি দৌৰি আহি সেই ঠাইত উপস্থিত হ'লহি। মালিকক দেখা পাই হাতীটোৱে ধান খোৱাৰ কাম সিমানতে সামৰি গৃহস্থজনৰ কলনি বাৰীৰ ফালে আগুৱাই গৈ ডাঙৰ কল এডাল ভাঙিলৈ এইবাৰ কলগছ খোৱাৰ কাম আৰম্ভ কৰি দিলে। গজেন চৌধুৰীয়ে সেইখিনিত উপস্থিত হৈয়েই ভঙা গোহালি ঘৰটোৰ মাজত মানুহ এটাৰ কেকনি গেঠনি শুনি হাতীৰ পিচত নেখেদি ভঙা গোহালিটোৰ কাঠ, বাঁহ, খেৰ, চাল আঁতৰাই চেপা খাই কেকাই থকা মানুহটোক বচাবলৈ যত্ন কৰিলে।

ইতিমধ্যে গজেন চৌধুৰীৰ হাতীটো পগলা হৈ বহুত মানুহ মাৰিলে বুলি খবৰ গৈ বহুত দূৰ পালেগৈ। পগলা হাতী চাবলৈ মানুহৰ সোঁত ববলৈ ধৰিলে। খন্তেকৰ ভিতৰতে ল'ৰা-ছোৱালী, ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ী মানুহে ঠাই টুকুৰাত লোকে লোকাৰণ্য হৈ পৰিল। কোনোবা কেইটা মানে পুলিচ থানাতো খবৰ দিলে। পুলিচে ওচৰৰ মিলিটেৰী কেম্পলৈ খবৰ পঠালে। চাইৰেণ বজাই বজাই দুই তিনিখন পুলিচৰ গাড়ী আৰু দুখন মিলিটেৰী গাড়ী আহি উপস্থিত হ'লহি। কিন্তু অতি আচৰিত কথা এইটোৱেই যে ইমানবোৰ মানুহ উপস্থিত থাকিও কোনো এজনেই গজেনে অকলেই মানুহ এটাক মৃত্যুৰ মুখৰ পৰা বচাবলৈ চেষ্টা চলোৱা কাৰ্য্যত সহায় কৰিবলৈ আগবাঢ়ি নগ'ল। অৱশ্যে কাৰণো মৰিবলৈ

ভয় নাই? গজেনে মানুহ এটাক টনা আজোৰা কৰি থকা সকলোৱে দেখিছে। কিন্তু পগলা হাতীটোৱে যে তাৰ অলপ দূৰতে কল বখলিয়াই আছে। অৱশেষত যেনিবা হাতীটোৰ ফালে ৰাইফল টোৱাই টোৱাই চাৰি পাঁচটা মান মিলিটেৰী আগবাঢ়ি গৈ চেপা খাই অজ্ঞান হৈ পৰি থকা মানুহটোক চেপাৰ পৰা উদ্ধাৰ কৰিলে। লগে লগে সু-চিকিৎসা নাপালে মানুহটো বচা আশা নাই। হেনজানি ধৰা মেলাকৈ মানুহটোক চিকিৎসালয়লৈ পঠাই দিয়া হ'ল।

তাৰ পিচত গজেনে হাতীটোৰ ফালে আগবাঢ়িল। হাতীটোৱে কল খাবলৈ এৰি মালিকৰ ফালে মূৰ দাঙি চালে। তাৰ খোৱাত বাধা দিবলৈ যোৱা মালিকক দেখি হাতীটোৰ খং উঠিল। সি তাৰ শুঁৰডাল ইফালে সিফালে কোবাই কোবাই এইবাৰ মালিকটোকে শেষ কৰি থওঁ বুলি খেদি আহিল। হাতীটোৰ মতলব বুজিব পাৰি গজেনে পিচলৈ ঘূৰি দৌৰ দিলে। গজেনক দৌৰা দেখি সেইখিনিত ৰৈ থকা ৰাইফলধাৰী মিলিটেৰী পাঁচটাও একে দৌৰে গৈ ৰাষ্টাত উঠি নিৰাপদ দূৰত ৰৈ চাই থকা মানুহবোৰৰ মাজত সোমালগৈ। হাতীটোৱে সিহঁত কেইটাক বেছি দূৰলৈ খেদি নাহিল। অলপ দূৰ খেদিয়েই পুনৰ ঘূৰি গৈ আগতে বেৰ এৰোৱাই লোৱা ভঁৰালটোৰ পৰা ধানৰ মুঠিবোৰ খাবলৈ ধৰিলে।

এইবাৰ পুলিচ বিষয়াজনে গজেন চৌধুৰীক তেওঁৰ ওচৰলৈ মতাই নি সুধিলে, "আপোনাৰ হাতীটোক আৰু মানুহ মাৰিবলৈ এৰি দিব নে আমাক গুলি কৰি মাৰিবলৈ অনুমতি দিব?"

গজেন চৌধুৰীয়ে পুলিচ বিষয়া জনক হাতযোৰ কৰি ক'লে, "ছাৰ, মই আমাৰ আগৰ মাউতটোক মাতি আনিবলৈ মানুহ পঠাইছো। দয়া কৰি সি আহি পোৱালৈ খন্তেক বাট চাওঁক। সি আহিও যদি ছাৰ, হাতীটোক ধৰিব নোৱাৰে তেন্তে আপোনালোকে যি কৰে কৰিব। মোৰ আপত্তি নাখাতিব ছাৰ।" কথা কেইষাৰ কৈ গজেন চৌধুৰীয়ে চকুলো টুকিলে। পুলিচ বিষয়াজনেও কিছু সময় অপেক্ষা কৰাটোকে সিদ্ধান্ত ল'লে প্ৰায় আধাঘণ্টা অপেক্ষা কৰাৰ পিচত বৃদ্ধ গঙ্গাধৰ মাউত আহি গজেন চৌধুৰীৰ সন্মুখত উপস্থিত হ'লহি। গজেনৰ হুকুম পালন কৰিবৰ বাবে গঙ্গাধৰে দুই তিনিবাৰ মান ভগবানৰ নাম উচ্চাৰণ কৰি হাতীটোৰ ফালে আগুৱাই গ'ল। সি গৈ গৈ ধান খাই থকা হাতীটো পিচফালে ঠিয় হওঁতেই হাতীটোৱে 'আঁউক' কৈ চিঞৰ এটা মাৰি তাক শুঁৰেৰে কঁকালত পকাই ধৰিবলৈ বুলি পাক এটা মাৰি সাজো হ'ল। গঙ্গাধৰে বুজিলে তাৰ আজি নিস্তাৰ নাই। হাতীটোৱে তাৰ বশ্যতা স্বীকাৰ কৰিবলৈ ৰাজী নহয়। গতিকে সি হাতীটোক ধৰাৰ চিন্তা বাদ দি নিজৰ প্ৰাণটো বচাবলৈ বুলি হাতীটোৰ ঠেঙৰ তলেদি সৰকি ভৰালটোৰ পিচফাললৈ দৌৰ মাৰিলে। হাতীটোৱেও গঙ্গাধৰৰ পিচ ল'লে। গঙ্গাধৰেও সৰু-লৰাই লোকা ভাকু খেলাৰ দৰে হাতীৰ লগত লোকা ভাকু খেলি খেলি গৈ দাঠ কলনি এডৰাৰ মাজত

সোমাল। হাতীটোৱে সীমাৰ চকুৱা বেৰখন একে গচকে ভাঙি গঙ্গাধৰ সোমাই থকা কলনিডবাৰ কাষ পালেগৈ । দূৰৰ পৰা চাই থকা হাতীৰ মালিক গজেনে স্থিৰেৰে বৈ থাকিব নোৱাৰিলে। গঙ্গাধৰক বচাবলৈ বুলি দৌৰিগৈ হাতীটোৰ ওচৰত উপস্থিত হ'লগৈ। এইবাৰ হাতীটোৱে গঙ্গাধৰক এৰি মালিকৰ ফালে খেদি আহিল। এই চেগত গঙ্গাধৰে কলগছৰ কেপৰ পৰা ওলাই প্ৰাণটাকি দৌৰিগৈ মানুহৰ মাজত সোমালগৈ। গজেনে বাৰীখনৰ ঘন গছ-গছনিবোৰৰ আশ্ৰয়ত বাগি মাৰি মাৰি গৈ গৈ শেষত বাগি দিবলৈ একো উপায় নোপোৱাত কাষতে ডাঙৰ আমগছ এজোপাত বান্দৰৰ দৰে বগাই ওপৰলৈ উঠি গৈ ডাঙৰডাল এটাত ফেপাই জুফাই বহি ললেগৈ। হাতীটোৱে মালিকক ধৰিব নোৱাৰি মালিক উঠি থকা আম জোপাকে বগৰাই পেলাও বুলি খঙতে এক খুন্দা মাৰিলে। গছ জোপা ঝৰ ঝৰকৈ কঁপি উঠিল। তাৰ পিচত ওপৰলৈ শুঁৰডাল জোকাৰি জোকাৰি গছ জোপাৰ তলতে বৈ থাকিল। তাৰ ভাব - তই নামি নহালেকে মইও নাতৰো। গজেনে গছত উঠি থকাৰ ভাগতে পুলিচ বিষয়াজনক চিঞৰি চিঞৰি ক'লে "ডি.এচ.পি. মহোদয়, মই মোৰ হাতীটোৰ মোহ ত্যাগ কৰিলো। সি মোৰ মৃত্যুৰ দূতৰূপে মোৰ তলতেই বৈ আছে। এতিয়া আপোনালোকে তাক নামাৰিলে, সি মোকও মাৰিব। সময়ও গধুলিহে আহিছে। ৰাতিৰ আন্ধাৰত সি অনেক অঘটন ঘটাব পাৰে। গতিকে মই মোৰ হাতীটোৰ দায়িত্ব আপোনাসকলৰ ওপৰতে এৰি দিলো।"

অলপ আগতে কৰবাৰ পৰা আহি সেই ঠাইত ফুলবৰ উপস্থিত হৈছিলহি। হাজাৰ বিজাৰ মানুহ সেই ঠাইত গোট খাই থকা দেখা পাই তাত কি হৈছোনো জানিবৰ কাৰণে তাৰ টেক্সীখন আলিটোৰ এদাঁতিত ৰাখি ওলাই আহিল। গোট খাই থকা মানুহ খিনিৰ দুই এজনক সুধি ঘটনাটোনো কি ভু লওঁতেই, গছৰ ওপৰৰ পৰা চিঞৰা মানুহজনৰ কথা কেইষাৰ শুনিলে। হাতী মালিকৰ কথা শেষ হ'লত পুলিচ অফিচাৰ জনে ৰাইজক চিঞৰি চিঞৰি জনালে, "ৰাইজ সকল, আপোনালোক সকলো ইয়াৰ পৰা আঁতৰি যাওঁক। এই পগলা হাতীটোক গুলি কৰি মৰাৰ বাদে অন্য উপায় নাই। মালিকেও হাতীটোক ধৰিব পৰা আশা ত্যাগ কৰিছে। গতিকে আমি পশ্চিম দিশৰ পৰা তাৰ গালৈ গুলি কৰিম। পূব দিশত থকা মানুহবোৰ অতি সোনকালে আঁতৰি যাওঁক।"

পুলিচ বিষয়াজনৰ ঘোষণা শুনি, ফুলবৰে স্থিৰেৰে বৈ থাকিব নোৱাৰিলে। তাৰ চকুৰ আগতে এই নিৰ্বোধ বিশাল প্ৰাণীটোক অতি নিষ্ঠুৰ আৰু নিৰ্দয়ভাবে বধ কৰিবলৈ দিব নোৱাৰে। হাতী নামৰ এই প্ৰাণী বিধৰ প্ৰতি তাৰ মৰম অসীম। তাক নিশ্চিত মৃত্যু মুখৰ পৰা বচাবলৈ অনুৰোধ কৰি চাবৰ কাৰণে সি খৰ গতিৰে মানুহৰ সমাগম ফালি ফালি গৈ ডি.এচ. পি. জনৰ সন্মুখত ঠিয় হ'লগৈ। সি হাত যোৰ কৰি ক'লে "ছাৰ, দয়া কৰি আৰু দহ মিনিট সময় ধৈৰ্য্য ধৰক। হাতীটোক গুলিয়াই মৰাৰ আগতে মই এবাৰ

যত্ন কৰি চাওঁ বুলি ভাবিছো। হাতীটোৰ পিঠিত এতিয়াও গাদী বান্ধি থোৱা আছে। গতিকে সি বলিয়া হ'বই নোৱাৰে। সি মালিকৰ ওপৰত কিবা খং খাইহে এই উদ্ভগুলি৷ খন কৰিছে। মই তাক শান্ত কৰি ধৰি আনিব পাৰিম।"

এই সাহসী ডেকাটোৰ মুখৰ পৰা ভৰিলৈকে কেইবাৰ মান চাইলৈ ক'লে "হাতীৰ মালিকেই নিজৰ হাতীটোক ধৰিব নোৱাৰিলে। অলপ আগতে দুই তিনিটা মানুহক সি ঠেকেচি ঠেকেচি মাৰিছে। আনকি নিজৰ মাউতটোকো কেৱল মৰাই নহয় গছকি পেটু উলিয়াই দিছে। তাৰ পিছতো তুমি কোৱানে হাতীটো বলিয়া নহয়? তাৰ ওচৰলৈ যোৱা মানেই তোমাৰ মৃত্যু। কথাটো ভাবি চাইছানে ডেকা ল'ৰা?"

ফুলবৰে পুণৰ কাবৌ কৰি ক'লে — "ছাৰ মাত্ৰ মোক দহ মিনিট সময় যত্ন কৰি চাবলৈ অনুমতি দিয়ক। হাতীটোৱে যদি মোক মাৰেও তাৰ বাবে আপুনি জগৰীয়া নহয়। মোৰ দৃঢ় বিশ্বাস হৈছে, মই তাক শান্ত কৰি ধৰি আনিব পাৰিমেই। মাত্ৰ মোক দহ মিনিট সময় দিয়ক ছাৰ।"

"যোৱা তেন্তে। দহ মিনিট কিয় তোমাক আধাঘন্টা সময় দিলো। সেই আধা ঘন্টা সময়েই তোমাৰ মৃত্যুৰ বাবে যথেষ্ট হব।" পুলিচ অফিচাৰ জনে খঙেৰে বাক্য কেইটা উচ্চাৰণ কৰিলে। অফিচাৰ জনৰ নিৰ্দ্দেশ পাই ফুলবৰে হাতীটোৰ ফালে আগুৱাই গ'ল। ডি.এচ.পিয়ে সেই ধুনীয়া ডেকা ল'ৰাটোক মৃত্যুৰ মুখলৈ ঠেলি পঠোৱাৰ কাৰণে উপস্থিত বহুজনে গালি পাৰিবলৈ ধৰিলে। কিছুমানে হাই ঐ, বিঐ লগালে। কেইজনমানে পিচফালৰ পৰা চিঞৰিলে "ঐ ল'ৰা, তই পগলা হৈছ নেকি? কলৈ গৈ আছ', ঘূৰি আহ।" গছত উঠি থকা হাতীৰ মালিক জনেও তাৰ পৰাই কেইবা বাৰও পগলা হাতীটোৰ কাষলৈ নাযাবলৈ অনুৰোধ জনালে। কিন্তু ফুলবৰে কাৰোৰে কথালৈ কাণ নিদি হাতীটোৰ ওচৰলৈ আগুৱাই গৈয়ে থাকিল। হাতীটোৰ তেনেই ওচৰ পাই সি অসমীয়া, হিন্দী আৰু বজ্ৰাৱলী শব্দৰে মিহলি গান এটা জুৰিলে। গীতটো সুৰ এটা লগাই হাত চাপৰি বজাই বজাই অঙ্গী-ভঙ্গী কৰি কৰি সি যিমানে হাতীটোৰ ওচৰলৈ আগুৱাই গ'ল, সিমানে দৰ্শক সকলৰ উচ্‌পিচনি বাঢ়িবলৈ ধৰিলে। কিছুমানে হাতীয়েনো মানুহ কেনেকৈ মাৰে তাকে স্বচক্ষে চাবৰ বাবে ঠেলা হেঁচা লগালে। কিন্তু ফুলবৰে সকলোকে অবাক কৰি দি অবলীলা ক্ৰমে হাতীটোৰ শুঁৰডাল চুলেগৈ। প্ৰথমে শুঁৰ ডালত হাত বুলাই বুলাই মৰম কৰি তাৰ পিচত হাতীটোৰ গোটেই গাটোতে চপৰিয়াই চপৰিয়াই এপাক ঘূৰি আহি তাৰ তেনেই সন্মুখত থিয় হ'ল। তাৰ পিচত তাৰ দুই কাণ দুই হাতে ধৰি সি সোঁভৰিখন হাতীটোৰ শুঁৰডাৰ ওপৰত ৰাখিলে। লগে লগে হাতীটোৱে তাৰ শুঁৰডাল ওপৰলৈ দাঙি ফুলবৰক পিঠিৰ ওপৰত উঠাত সহায় কৰি দিলে। ফুলবৰে হাতীটোৰ মাউতৰ আসনত বহিলৈ ডি.এচ. পি. জনৰ ফালে চালে। সেই ল'ৰাটিৰ অদ্ভুদ কাৰ্য্য দেখি দৰ্শক সকলৰ ফালৰ

পৰা জাউৰিয়ে জাউৰিয়ে হাত চাপৰি বজাবলৈ ধৰিলে। ডি.এচ.পি. মহোদয়েও দীঘলকৈ উশাহ এটা টানিলে। ফুলবৰৰ কিন্তু সেইবোৰলৈ চকু কাণ দিবলৈ সময় নাই। সি গছৰ ওপৰত বহি অকৰা লাগি তললৈ চাই থকা মালিক জনক নামি আহিবলৈ ক'লে। গজেনে ভয়ে ভয়ে তললৈ নামি আহিল। ফুলবৰে হাতীটোক বইট্ কৰাই মালিকক তাৰ পিচফালে উঠাই ল'লে। তাৰ পিচত হাতীটোক গোটখাই থকা মানুহখিনিৰ ফালে চলাই লৈ গ'ল। মানুহবোৰে ভয়ত ফৰিং চিটিকা দিলে। পুলিচ মিলিটেৰী বিলাকেও নিজৰ নিজৰ গাড়ীত উঠি স্বস্থানে গমন কৰিলে। গজেন চৌধুৰী একমাত্ৰ নাতিনী শ্ৰীমতী সঙ্গীতা (দীপা) চৌধুৰী ৰাইজৰ মাজতে সোমাই ইন্দুমতীৰ ধুনুদাদাজনৰ কাৰ্য্যকলাপবোৰ চাই আছিল। তাই মনত ভাবিলে ইন্দুমতী বৰ ভাগ্যৱতী। তাইৰ ধুনুদাদাজন কেবল ধুনীয়াই নহয়, তেওঁ এজন সাহসী বীৰ পুৰুষ। ধুনুদাদাই চলাই অহা হাতীটোৰ পিচে পিচে আহি ঘৰ পালেহি।

ফুলবৰে হাতীটো নি একেবাৰে চৌধুৰী ঘৰৰ চোতালত ঠিয় কৰালেগৈ। তাৰ পিচত হাতীটোক বইট্ কৰাই দুয়ো ওপৰৰ পৰা নামিল। তাৰ পিচত তাত উপস্থিত থকা চৌধুৰীৰ পৰিয়াল বৰ্গলৈ চাই ক'লে, "মই যাওঁ। আপোনালোকে হাতীটো বন্ধা ব্যৱস্থা কৰিব। মই বেলেগ কাম এটাতহে ওলাই আহিছিলো। মোৰ পলমেই হৈছে। গাড়ীখন সৌ এমাইল দূৰতে এৰি আহিলো।"

গজেনৰ পুতেক অনন্ত চৌধুৰীয়ে ফুলবৰক হাত যোৰ কৰি ক'লে "আপোনাৰ যে অশেষ কষ্ট হ'ল আমি ঘৰখনৰ সকলোৱে বুজি পাইছো। হাতীটোক যে আপুনি মৃত্যুৰ মুখৰ পৰা বচালে তাৰ শলাগ আমি মুখেৰে প্ৰকাশ কৰিব নোৱাৰিম। আপুনি হয়তু শুনিছেই যে ইয়াক চণ্ডালিব পৰা মাউতটোক ই মাৰি পেলালে। দেউতাকো হাতীটোৱে নমনা হ'ল। মইতো ইয়াৰ কাষলৈ কাহানিও গৈয়েই পোৱা নাই। এতিয়া আমি হাতীটোক জীৱিত অৱস্থাত পালো যদিও পালন কৰাৰ সমস্যাত পৰিছো। পিচলৈ যি হয় হব। বৰ্ত্তমান আপুনি দয়া কৰি ইয়াক বান্ধি থৈ যাওঁক।"

কথা চুবাই থাকিবলৈ ফুলবৰৰ সময় নাই। গতিকে সি চমুৱাই ক'লে "বাৰু সেয়ে হওঁক। আনক মিঠাতেল আধা লিটাৰ মই ইয়াৰ গাদিখনকে খুলি লওঁ। আৰু কোন জোপা গছত বান্ধিব লাগে তাত শিকলিডাল যোগাৰ কৰি ৰাখক।"

মিঠাতেল আনিবলৈ মিচেচ চৌধুৰী ভিতৰলৈ যায় মানে অনন্তই জানিব বিচাৰিলে মিঠাতেল আধালিটাৰ কি কামত লাগে। ফুলবৰে হাতীটোক বইট্ নকৰা কৈয়ে তাৰ কাণ খনত ধৰি বগোৱা বাই ওপৰত উঠিলৈ ক'লে "দেখিব নহয় আধালিটাৰ মিঠাতেল কি কামত খটাওঁ। সোনকালে কৰক, পলম নকৰিব।" সি ফটাফট্ গাদী খন খুলি তললৈ পেলাই দিলে। তাৰ পিচত ভয়ে ভয়ে অনন্তই ওপৰলৈ দাঙি ধৰা বটলটো হাততলৈ গাদী

বান্ধি থোৱা পিঠিখনত মিঠাতেল আধালিটাৰ ধালি মালিচ কৰি দি ওপৰলৈ উঠা ফালেই বগোৱা বাই নামি আহিল। তাৰ কাম চাই থকা চৌধুৰীৰ পৰিয়ালটোৱে তাৰ কাম দেখি বিস্ময় মানিলে। এইটো যেন তাৰ বাবে এটা বিশাল প্ৰাণী নহৈ তেনেই সাধাৰণ সৰু এটা জন্তুহে। হাতীৰ পিঠিৰ পৰা নামি আহিয়েই 'শিকলি ক'ত' বিচাৰিলে। তেতিয়া ভয়ে ভয়ে অনন্তই জনালে যে শিকলি টানিবৰ বাবে ডেকা কেইটামান বিচাৰি দেউতা ওলাই গৈছে। এই পাবহি এতিয়া। দয়া কৰি খন্তেক অপেক্ষা কৰক। অপেক্ষা কৰিবলৈ তাৰ সময় নাই। সি ক'লে "শিকলিডাল ক'ত আছে মোক দেখাই দিয়ক, আহক" সি আগ বাঢ়িলেই। উপায় নেপাই অনন্তই তাৰ যেনে তেনে বলে পৰা ডাঙৰ পেটটো নচুৱাই নচুৱাই বাৰীৰ পিচফালে ফুলবৰক লৈ গ'ল। ফুলবৰে শিকলিডালৰ মূৰ এটাত ধৰি সি অকলেই চৰ চৰকৈ চুচৰাই আনি হাতীটোৰ ওচৰত পেলালেহি, চৌধুৰী পৰিয়ালটোৰ সদস্য সকলৰ মূৰবোৰত তেতিয়া বৰফ দিব লগা অৱস্থা। সকলোৱে কেৱল শিলৰ মূৰ্তিৰ দৰে একেঠৰে বৈ চাই হে থাকিল। ছই সাতটা ডেকাই যিডাল শিকলি যৌথভাবে টানি আনোতেই ঘটিয়ে ঘটিয়ে পানী খাব লগা অৱস্থা হয়, সেইডাল শিকলি ফুলবৰে অকলেই টানি অনা দেখিলে কাৰবাৰো পিলাই চমকি নুঠিব? ফুলবৰে দহ পোন্ধৰ মিনিটৰ ভিতৰতে হাতী বান্ধি শেষ কৰি কাকো মাত নলগোৱাকৈ লোহাৰ গেটখন খুলি চিধাই টেক্সীখনৰ ফালে পোনালে। সি ওলাই যোৱা গজেন চৌধুৰীৰ বাবে তাত থিয়হৈ থকা বাকী কেওজন সদস্যই দেখিলে। কিন্তু "তুমি হাত ভৰি ধুই চাহ একাপ খাই যোৱা", বুলি ক'বলৈ এজনৰো সাহস নহ'ল।

ফুলবৰে সিমানতে চৌধুৰী পৰিয়ালটিৰ লগত সম্বন্ধ শেষ হ'ল বুলি ভাবিছিল। কিন্তু শেষ নহ'ল। বৰঞ্চ দিনে দিনে গভীৰ হৈহে আহিল। পিচদিনা ৰাতি পুৱাই তাক বিচাৰি অনন্ত চৌধুৰী আৰু তেওঁৰ সোতৰ বছৰীয়া জীয়েক সঙ্গীতা ওৰফে দীপা গৈ অমৃত সিঙৰ ঘৰত উপস্থিত হ'লগৈ। তেতিয়াই সি বুজিলে যে কালি সি নলগা জেওত লাগিবলৈ গৈ তাৰ আৰু এটা কাম বঢ়াইহে ল'লে। তাক বিচাৰি যাব পাৰে বুলি ভয় কৰিয়েই সি কালি সিহঁতক তাৰ একো পৰিচয় নিদিয়াকৈ গুছি আহিছিল। কিন্তু তাৰ বুদ্ধিয়ে কাম নকৰিলে। দীপাক দেখি ইন্দুমতীয়ে যেতিয়া, "দীপা আহা" বুলি আদৰি আনিবলৈ আগবাঢ়ি যোৱা দেখিলে তেতিয়া ফুলবৰে বুজিলে যে চৌধুৰীৰ ছোৱালীজনীৰ লগত ইন্দুৰ ভাল সম্বন্ধ আছে। সি নিজৰ পৰিচয় দি নাহিল যদিও দীপা নামৰ ছোৱালী জনীয়েই ঘৰখনত তাৰ পৰিচয় দি দিলে। এতিয়া কেনেকৈ মৰ' মৰ। সি সিহঁতক চিনি নোপোৱাৰ ভাও ধৰি ভিতৰ সোমাই গ'ল।

অমৃত সিং ঘৰতে আছিল। তেওঁ চৌধুৰীক বৰ আদৰ সাদৰকৈ বহিবলৈ দিলে। সিঙৰ পৰিবাৰে চাহ তামোলৰ যোগান ধৰি তেখেত সকলৰ কাষতে বহি ল'লে। ইন্দুৱে

নিজৰ ঘৰলৈ অহা সহপাঠী দীপাক পাই তাই লগত নানা ধৰণৰ কথা পতাৰ কাম আৰম্ভ কৰি দিলে। চাহ-তামোলৰ পৰ্ব শেষ হোৱাৰ পিচত কালি তেওঁলোকৰ ঘৰত দুৰ্ঘটনাটোৰ কথা বিবৰি ক'লে আৰু লগতে তেওঁলোকৰ ঘৰত থকা ফুলবৰৰ নামৰ ল'ৰাটিয়ে কেনেকৈ তেওঁলোকৰ অতি মৰমৰ হাতীটোক মৃত্যুৰ মুখৰ পৰা বচাই আনিলে সকলো বিবৰি জনালে। দীপাই সকলোৰে আগত বীৰত্ব যশ গুণ বখানি ততেই নোপোৱা হ'ল। অনন্ত চৌধুৰী শেষত হাতীটোকলৈ নতুনকৈ পৰা বিপদৰ কথাটো জনালে আৰু তেওঁলোকে নতুনকৈ এজন মাউত যোগাৰ কৰে মানে দহ পোদ্ধৰ দিন ফুলবৰক তেওঁলোকৰ ঘৰলৈ যাবৰ বাবে অনুমতি দিবলৈ প্ৰাৰ্থনা জনালে। পুৱা এঘন্টাৰ বাবে আৰু গধুলি হাতীটোক বান্ধিথৈ আহিবৰ বাবে পঠালেই হব বুলি জনালে। তাৰ বিনিময়ত তেখেত সকলে বিচৰা মতেই পাৰিশ্ৰমিক দিবলৈ ৰাজী আছে বুলি জনাবলৈও নাপাহৰিলে।

অমৃত সিঙে চৌধুৰীৰ সকলো কথা শুনাৰ পিচত হাঁহি হাঁহি মন্তব্য ক'লে, " মোৰ বেতাই যেতিয়া আপনাৰ ঘৰত জগৰ লগালেই, তবে জগৰ ভি মাৰি দিব লাগিব। নাই জানো? মোৰ বেতাকে যেতিয়া কথাটা নাই কৈ মোকে ৰিকুৱেষ্ট কৰিছে, মই ভি ভাল পাইছে। সেই জইনে আজ তক পৈন্ধৰ দিন তাক আপনা ঘৰে ভেজাব। লেবাৰ খৰচা কেটনা মাংগিব সি আপনাকে বতাব। আৰ একটা বাত চুনি যাওঁক চৌধাৰীজী, মোঝে চবটা কাম মেৰা বেটাই চম্ভালিছে। চেই কাৰণ তাকে জলদা জলদি পাঠাই দিব।" অমৃত সিঙে অসমীয়া কথা সকলো বুজি পাই। কিন্তু সলসলীয়াকৈ কব পৰা হোৱাগৈ নাই।

অনন্ত চৌধুৰীহঁত অমৃত সিঙৰ কথাত সুখীহৈ গ'লগৈ। অলপ পিছতে ফুলবৰকো সিহঁতৰ ঘৰলৈ যাবলৈ অনুমতি দিলে। অমৃত সিঙে নিৰ্ধাৰণ কৰি দিয়া এই পোদ্ধৰ দিনৰ ভিতৰতে যাতে ফুলবৰৰ মন ভোলাই নিজৰ প্ৰেমিক ৰূপে পাব পাৰে, তাৰ বাবে চেষ্টা কৰি চাবলৈ অনন্ত চৌধুৰী একমাত্ৰ কন্যা শ্ৰীমতী সঙ্গীতা চৌধুৰী ওৰফে দীপাই খৰখেদা লগালে। ফুলবৰৰ লগত চিনাকী হ'বলৈ তাই বহুদিনৰ আগৰ পৰাই চেগ বিচাৰি ফুৰিছিল। কিন্তু সুবিধা পোৱা নাছিল। এৱাৰ সিহঁতৰ পগলা হাতীটোৱেই তাইৰ মনৰ কামনা পূৰ কৰাই দিলে। এই সোণালী সুযোগটো তাই ,এৰি দিব নোখোজে। ইমান ধুনীয়া পাখ্ৱাল অসমীয়া ডেকা ল'ৰা এটাক তাই পঞ্জাবী ছোৱালী এজনীৰ পাল্লাত পৰি নষ্ট হ'বলৈ দিব নোৱাৰে। প্ৰথম দিনা ফুলবৰে চৌধুৰীৰ পৰিয়ালটিৰ লগত চা-চিনাকী হৈয়ে গ'লগৈ। দ্বিতীয় দিনা গধুলি তাৰ হাতী বন্ধা কাম শেষ কৰি ঘৰলৈ ঘুৰিবৰ পৰত দীপাই মাকৰ সৈতে ফুলবৰৰ টেক্সীখনতে উঠি এপাক ফুৰি আহিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সি ঘৰলৈ ঘুৰিবলৈ পলম হৈছে বুলি মৃদু আপত্তি কৰিছিল যদিও সেই আপত্তি নৰজিল। "ইন্দুৰ ধুনুদাদা জনেনো আমাৰ নিচিনাবোৰক ক'ত ফুৰাবলৈ নিব। ইন্দুক উঠাই ঘুৰাই লৈ ফুৰিবলৈহে ভাল পাই। বলা মা আমি খুজেৰে অলপ ফুৰি আহো। দাদা ইন্দুৰ কাষলৈ

যাবলৈ পলম হৈছে।” দীপাৰ কাট্‌মৰা এনে কথা শুনি সি মাক জীয়েক হালক ফুৰাবলৈ নিনিয়াকৈ থাকিব নোৱাৰিলে। তৃতীয় দিনাও গধুলি ঘুৰিবৰ পৰত তাৰ একে দশাই হ'ল। পিচে তৃতীয় দিনা দীপাই মাকক লগত নল'লে। তাই অকলেই ফুলবৰৰ কাষতে বহি ল'লে। অলপ দূৰ আগুৱাই যোৱাৰ পিচতে তাই ফুলবৰৰ ফালে চাই মিচিকীয়া হাঁহি এটা মাৰি সুধিলে, “দাদা, আপোনাৰ ইন্দুমতীয়ে আপোনাক ‘ধুনুদাদা’ বুলি মাতে। মইও আপোনাক ‘ধুনুদাদা’ বুলি মাতিলে বেয়া পাব নেকি?” তাইৰ কথা শুনি ফুলবৰৰ হাঁহি উঠি গ'ল। সি হাঁহি হাঁহিয়েই ক'লে “ইন্দুৱে মোক ধুনীয়া দেখে। সেইবাবে ধুনুদাদা বোলে। তুমি আকৌ কিহৰ বাবে ধুনুদাদা বুলিবা? তুমি ইচ্ছা কৰিলে পগলা হাতীধৰা দাদা বুলিব পাৰা।”

দীপাই মুখখন ওখহাই ক'লে “আপুনি গম নোপোৱাকৈয়ে মই আপোনাক কাহানিবাতে ভাল পাই পেলাইছো। আপুনি ইন্দুক স্কুলত থবলৈ আহোতে সদায় মই আপোনাৰ লগত চিনাকী হ'বলৈ বিচাৰো। কিন্তু আপুনি মোৰ প্ৰতি কোনো গুৰুত্বই নিদিয়ে। আমাৰ ফালে কেৰাহিকৈও নাচায়। আপুনি আমাৰ গাৰ কাষেদিয়েই গাড়ী চলাই গুছি আহে।”

ফুলবৰে দীপাৰ অন্তৰৰ বেদনা শুনি ক'লে “মইনো আনৰ অন্তৰৰ কথা কেনেকৈ জানিম? পিচে এতিয়া তুমি মোক ভাল পাই লাভ নাই। আজি এবছৰৰ আগতেই ইন্দুৱে মোক লণ্ডি পেলালে।”

ফুলবৰৰ সেই নিদাৰুণ কথা শুনি দীপাই মন মাৰি পেলালে। তাই বহুতপৰ মৌনহৈ বহি থাকি বৰ দুখ মনেৰে কলে, “গাড়ী ৰাখি দিয়ক। মই নামি যাওঁ। মই ৰিক্সা এখনলৈ ইয়াৰ পৰা ঘৰলৈ যাব পাৰিম। মোৰ বাবে আপুনি মিছাতে কষ্ট খাব নেলাগে।”

দীপাৰ অন্তৰত দুখ দি ফুলবৰৰ মনটো বেয়া লাগিল। সি এইবাৰ আগৰ কথাযাৰ পাতলাবৰ কাৰণে হাঁ-হাঁ কৈ ডাঙৰকৈ হাঁহি দি ক'লে, “মই তোমাৰ মনটো জোখি চাবৰ বাবেহে তেনেকৈ কৈছিলো। মইনো বাৰু ইন্দুক কেনেকৈ ভাল পাব পাৰো? তুমিয়েই এবাৰ ভাবি চোৱাচোন। তাই হ'ল মোৰ মালিকৰ ছোৱালী। তাতে জাতিও পাঞ্জাবী। তাতোতকৈ ডাঙৰ কথাটো কি জানা? তাই তোমাৰ বয়সৰ হ'লেও সংসাৰৰ লীলা খেলা কথা একো বুজিয়েই নাপায়। আমাৰ অসমীয়া, বঙালী জাতিৰ ল'ৰা-ছোৱালীৰ দৰে পিলিঙা ডেকা-গাভৰু হ'লেই প্ৰেম পিৰিতি বিচাৰি পাগলহৈ নুফুৰে। দুটকা কেনেকৈ উপাৰ্জন কৰিব পাৰি সেই চিন্তাতে সদায় ব্যস্ত তাকে। তোমাৰ মোৰ দৰে ডেকা গাভৰু হ'লেই বিয়া বাৰু কৰাই এপাল এপাল ল'ৰা-ছোৱালী জন্ম দিবলৈ সিহঁতি নিবিচাৰে। তুমি চাবা, বাপেক-মাকহঁতে ইন্দুক অতি কমেও আৰু দহ বছৰৰ পিচতহে বিয়া দি উলিয়াই দিব। তেতিয়ালৈ বাট চাই থাকিলে মই দেখোন লাখুটি লব লাগিব। অন্যহাতে

মই তাইক পাম বুলি বুঢ়া বয়সলৈকে বাট চালেও কামত নাহিব। কাৰণ কোটিপতি অমৃত সিঙে মোৰ দৰে একো নাইকীয়া এটালৈ জীয়েকক বিয়া দি মহা ভুল কাম নকৰে। তাৰ বাবে অযথা চিন্তা কৰি মূৰ ঘূমাব তোমাৰেই হওঁক বা মোৰেই হওঁক কোনো প্ৰয়োজন নাই। মই জনাত তোমালোকো এই অঞ্চলৰ ভিতৰতে এঘৰ অতি ধনী মানুহ। তোমাৰ ওপৰত বহুত আশা কৰি মা-দেউতাৰাই তোমাক পঢ়োৱাইছে। তাতে তুমি হলা ঘৰখনৰ একমাত্ৰ ছোৱালী। সংসাৰ পতাৰ কথা চিন্তা কৰিবৰ বয়স এতিয়াও তোমাৰ হোৱা নাই। এই বয়সতে পঢ়ি শুনি জ্ঞান আৰ্জন কৰি লোৱা। তেতিয়াহে উপযুক্ত বয়সত ডাঙৰ ডাঙৰ অফিচাৰৰ পত্নী হ'বলৈ পাবা। এতিয়া এই বয়সতে মোৰ নিচিনা দুবেলা দুমুঠি আৰ্জিব নোৱাৰা এটাক ভাল পাওঁ বুলি ক'লে কি লাভ হ'ব তোমাৰ? এইবোৰ অলাগতিয়াল কথা পাতি একো লাভ নাই। এই বুলি গাড়ীখন এঠাইত ৰখাই দীপাৰ হাতত ধৰি হোটেল খনৰ ফালে আগবাঢ়ি গ'ল। হোটেলত দুইটাই মুখামুখিকৈ বহি ল'লে। হাঁহি মাতি দুইটাই চাহ খাই ওলাই আহিল। ফুলবৰে গাড়ী চলাবলৈ নিজৰ আসনত বহি ল'লে। দীপাই তাৰ কাযতে বহিলৈ তাইৰ গোটেই শৰীৰটো ইচ্ছা কৰিয়েই ফুলবৰ কোলাত এৰি দিলে। ফুলবৰে তাইৰ মনৰ কামনা কথা বুজিব পাৰি গাড়ী ষ্টাৰ্ট দিয়া কাম বান্ধ দি তাইৰ লেটুসেতু শৰীৰটো নিজৰ বুকুৰ মাজলৈ টানি আনি দুই গালতে দুটা চুমা খাই দি ক'লে "এইখন প্ৰেম কৰা ঠাই নহয়। কোনোবাই দেখিব। আজিলৈ ইমানতে এৰো দেই। কোনোবা দিনা সুবিধা কৰিব পাৰিলে মই তোমাক হেঁপাহ পলোৱাই মৰম কৰিম।" বুলি কৈ গাড়ী ষ্টাৰ্ট দিলে। গাড়ী গৈ দীপাহঁতৰ চোতাল পোৱালৈকে দীপাই ফুলবৰ কোলাতে শুই গ'ল।

দীপাক ঘৰত নমাই থৈ ঘূৰি যাওঁতে ফুলবৰে ওৰে বাটটো ভাবি গ'ল - এইজনী কেনেধৰণৰ ছোৱালী? তাইৰ ভালৰ বাবেই মই ইমানকৈ বুজালো, তথাপি তাই মোৰ পৰা মৰম আদায় কৰিহে এৰিলে। মই মিছাতে ইমানবোৰ গালো-বালো। এই সকলোবোৰ তাই খিলাকটিৰ তাল কৰি পেলালে। আজি মাত্ৰ তিনিদিন গৈছেহে আৰু বাৰটা দিন সিহঁতৰ ঘৰলৈ যোৱাৰ কাম আছেই। এই বাৰটা দিন ভালে কুশলে কাৰোবে লগত বেয়া নোহোৱাকৈ পাৰ কৰি দিব পাৰিলেই ৰক্ষা পৰিম। তাইক অসন্তুষ্ট কৰাব লাগিলেও বিপদ হব। মোৰ পাৰিশ্ৰমিক হিচাবে সিহঁতৰ পৰা পাব লগা ১৫০০.০০ টকা মই হেৰুৱাব লাগিব। ইফালে মই জীয়াই থাকিবলৈ টকা মোৰ খুবেই প্ৰয়োজন। টকাৰ অভাৱতেই মই কলেজত পঢ়িবলৈ নাপালো। চন্দ্ৰ প্ৰসাদে মোক পঢ়োৱাৰ দায়িত্ব লব খুজিছিল। কিন্তু মই আনৰ অনুগ্ৰহত পঢ়ি শুনি ডাঙৰ মানুহ হবলৈ ইচ্ছা নকৰিলো। যোৱা সুদীৰ্ঘ পাঁচটা বছৰ মই কেৱল জীয়াইহে থাকিলো। এটকা আৰ্জন কৰিব নোৱাৰিলো। এতিয়া মই দেখি ঠেকি বুজিছো যে কেৱল আনৰ উপকাৰ কৰি ফুৰিলেই মোৰ পেট নভৰে।

আনৰ ধন্যবাদসোপা বুটলি ফুৰিলে মোৰ জানো ভৱিষ্যত জীৱনত কিবা কামত আহিব? নাই, এইবোৰ সকলো মিছা। সঁচা মাত্র টকা। মোক এতিয়া টকা লাগে। টকা উপাৰ্জন কৰিবলৈ যাওঁতে কেতিয়াবা কাৰোবাৰ লগত প্ৰেমৰ অভিনয় কৰিবলৈকো মই এতিয়া প্ৰস্তুত। তেনে প্ৰেমত পাপ হব নোৱাৰে। মোৰ পৰা ভিক্ষা বিচৰা গৰাকীক দান দিলে মোৰ কেনেকৈ পাপ হ'ব? দীপাই আজি মোৰ পৰা মৰম বিচাৰিছিল। মই পৰাখিনি দিছো। মই পাবলৈ থকা ১৫০০.০০ টকাৰ বিনিময়ত তাই যদি আৰু অধিক মৰম বিচাৰে তেতিয়াও মই দিবলৈ সাজো। এইদৰে বেবেৰি বাং কথাবোৰ চিন্তা কৰি আহি থাকোতেই ফুলবৰ আহি অমৃত সিঙৰ ঘৰ পালেহি। পলম কৰাৰ বাবে সিং দাদাকৰ গালি খোৱাৰ ভয়ত সি বাহিৰে বাহিৰে গৈ দেইলি বজাৰৰ পৰা অমৃত সিঙে ভালপোৱা ৰৌ মাছ এটাও লৈ আহিল। গাড়ী গেৰেজত ৰাখি সি সেই মাছটো চকিত বহি থকা অমৃত সিঙে দেখাকৈ হাতত ওলমাই নি পাকঘৰত ব্যস্ত হৈ থকা দাদীমাৰ হাতত দিলেগৈ। দাদীমাকে মাছটো ফুলবৰ হাতৰ পৰালৈ হাঁহি এটা মাৰি সুধিলে, "তুমি কৰবাৰ নদীত নামি এই মাছটো ধৰি আনিলাগৈ নেকি? আজি ঘুৰোতে বহুত পলম কৰিলা যে?" সি উত্তৰ স্বৰূপে দাদীমাকলৈ চাই মেলেককৈ হাঁহি এটা মাৰি বাথৰুমত সোমালগৈ। বাথৰুমৰ পৰা ওলাই আহি ডাঙৰকৈ চিঞৰি বাহিৰত বহি থকা সিংদাদাকে শুনাকৈ ক'লে, " দাদীমা, মই এতিয়া একো নাখাওঁ। পিচত একেবাৰে ভাতকে খাম। আপোনাৰ ভাত হয় মানে মই ইন্দুহঁতৰ পঢ়াকামত অলপ সহায় কৰি দিওঁগৈ।"

কথাষাৰ কৈয়ে সি ইন্দুহঁতৰ ৰিডিং ৰুমলৈ সোমাই গ'ল। সিং দাদাকে তাক দুষাৰমান শুনাম বুলি ভাবিছিল যদিও সেইকণ সুবিধা সি নিদিলে। বতাহ, বৰষুণ, ধুমুহা মৰা দিনা সেই অকল্পনীয় ভাবে ঘটিযোৱা ঘটনাটোৰ পিচৰ পৰা ইন্দুমতীয়ে ফুলবৰৰ ওচৰত এই কেইদিন আগৰ দৰে সহজ হব পৰা নাই। তাই তাৰ মুখলৈ চাই কথা পাতিবলৈ লাজ কৰে। কিন্তু দূৰৰ পৰা তাইৰ প্ৰাণ ৰক্ষাৰ বাবে আশ্ৰয় বিচাৰি সম্পূৰ্ণ আধা ঘন্টা সময় বুকুত বুকু ৰাখি সোমাই থকা ফুলবৰৰ বহল বুকুখনিলৈ ৰ লাগি চাই থাকিলে কিবা বুজাব নোৱাৰা তৃপ্তি এটা পাই। আজিও তাইক পঢ়াবলৈ তাইৰ সন্মুখতে বহা ফুলবৰৰ চকুলৈ নাচাই প্ৰথমে তাৰ বুকুখনলৈ তাইৰ চকু গ'ল। তাৰ বুকুখন দেখি তাই দৃষ্টি আঁতৰাব নোৱাৰা হ'ল। বহুত পৰ একেথিৰে তাৰ বুকুখনলৈ চাই থকা দেখি সি ইন্দুক সুধিলে "কি হ'ল? তুমি মোৰ বুকুখনলৈ ইমানকৈ কি চাইছা?"

তাই গৰজি উঠিল - "আপুনি মোৰ সন্মুখৰ পৰা আঁতৰি যাওঁক। মোক জ্বলাবলৈ নাহিব।" কথাষাৰ কৈ শেষ কৰি তাই নিজেই তাৰ সন্মুখৰ পৰা উঠিগৈ শুৱা কোঠা পালেগৈ। চিধাই বিচনাত পৰি তাই ফেঁকুৰিবলৈ লাগিল। ঘটনাটোৰ উৎস ক'ত সি বুজিব নোৱাৰি লাহে লাহে বহাৰ পৰা উঠি নিজৰ কোঠাত সোমালগৈ। লাইফ চাইজৰ

আইনা খনৰ কাষত ঠিয়হৈ নিজৰ বুকুখনলৈ চালে। চায়েই সি নিজে নিজে চক্ খাই উঠিল। আৰে এইবোৰ কৰ পৰা লাগিল ? মই পিন্ধি থকা বগা গেঞ্জিটোৰ বুকুত আজাৰ ৰঙৰ দাগ কৰ পৰা লাগিল ? এডাল দুডাল নহয়, অঠালি পথালিকৈ অসংখ্য দাগ। কিহৰ দাগ হব পাৰে এইবোৰ ? দীপাই ওঁঠত লিপ্ষ্টিক ঘঁহি আহিছিল নেকি বাৰু ? ভাবি ভাবি তাৰ মূৰটো গৰম উঠি গ'ল। হাঁহ চোৰৰ মূৰত পাখি, কঠাল চোৰৰ আঠাই সাখী। তাৰো আজি এই দাগ কেইটাই সাক্ষী হ'ল। সি কি কৰে এতিয়া। ইন্দুৰ চকুত ধৰা পৰা বিপদটোৰ পৰা পৰিত্ৰাণৰ উপায় এটা বিচাৰি পাই নেকি সি খৰধৰকৈ চিন্তা কৰিবলৈ ধৰিলে। বহুত পৰ ভবাৰ পিচত অৱশেষত উপায় এটা বিচাৰি পালে। সি আজি পিন্ধি থকা গেঞ্জিটোৰ আচলতে তাৰ নহয়, সেইটোকে প্ৰমাণ কৰি দেখোৱাব পাৰিলে সি বাচি যাব। সি আপদিয়া গেঞ্জিটো খুলি বাতৰি কাগজ এখনেৰে ভালকৈ মেৰিয়াই টেবুলখনৰ ওপৰত ৰাখিলে। তাৰ পিচত খৰ খেদাকৈ জাল চিঠি এখন লিখিলে -

মৰমৰ দোস্ত আক্ৰাম,

মৰম লবি। কালি মই তই নথকা অৱস্থাত তোৰ ঘৰত সোমাই ডাঙৰ ভুল কাম কৰিলোঁ। অৱশ্যে তাৰ বাদে মোৰ অন্য উপাইও নাছি । যাৰে তাৰে ঘৰত লেট্ৰিন বিচাৰি সোমোৱাটো বৰ লাজৰ কথা। যেই কি নহওক মই লেট্ৰিন কৰি উঠি খৰখেদাকৈ গা মূৰ ধুই কাপোৰ কানি পিন্ধি গুছি আহিলো। তোৰ নৱ বিবাহিতা পৰিবাৰে মোক চাহ এটোপা খাই আহিবলৈ অনুৰোধ কৰিছিল। কিন্তু মোৰ কামলৈ যাব বাবে পলম হোৱাৰ বাবে চাহ খাবলৈ নৰৈ গুছি আহিলো। তাৰ বাবে তই বেয়া নাপাবি। এইখিনিলৈকে সকলো ঠিকেই আছিল। কিন্তু খৰখেদা কোবত যে মই মোৰ গেঞ্জিটো এৰি তোৰ গেঞ্জি এটাকে পিন্ধি আহিলো, মই মনেই কৰা নাছিলো। আমাৰ ইন্দু ভণ্টীৰ চকুতহে কথাটো ধৰা পৰিছে। তাই বা মোক কি বুলি ভাবিছে ঠিক নাই। গতিকে মোৰ অধিক বিপদ হোৱাৰ আগতেই তোৰ এই কালৰূপী গেঞ্জিটো ৰহিমৰ হাততে পঠাই দিলো। তই তোৰ গেঞ্জিটো ভালকৈ মেলি চাবিচোন, গেঞ্জিটোৰ বুকুৰ ফালে কি লাগি আছে। তোৰ নৱ পত্নীয়ে ওঁঠত ঘঁহা লিপষ্টিকৰ দাগ নহয়নে সেইবোৰ! তোৰ নৱ পত্নীৰ মৰম লভিলি তই, কিন্তু তোৰ সেই গেঞ্জিটোকে পিন্ধি আহি কৰোবাৰ চকুত বদনামী হ'লো মই। ইয়াকে কয় বোলে "খাই কাৰশলা ডালত উঠিল, কাঠিচেলেকাৰ মৰণ মিলিল ৷" বেছি নিলিখো। মোৰ এৰি অহা গেঞ্জিটোও তোকে দিলো। কি ঠিক, সেইটোকো অত পৰে চাগে মই পিন্ধিব নোৱাৰা অৱস্থা বনালি। হব দে, তহঁতিয়েই সুখী হ। পুনৰ মৰম লবি। ফটেমাকো মোৰ মৰম জনাবি।

ইতি

তোৰ দোস্ত 'ফুলবৰ'

চিঠিখন লিখি শেষ কৰে মানে ৰাতি আহাৰৰ সময় হ'ল। ইন্দুৰে কিবা বুজাব নোৱাৰা বেদনাত বিচনাতে চট্‌ফটাই থাকি মাকক পেটৰ অসুখ বুলি ফাঁকি মাৰি ভাত খাবলৈ নগ'ল। ফুলবৰে তাই নোখোৱা কথাটো বুজিব পাৰিছিল তাৰো খাবলৈ মন যোৱা নাছিল। কিন্তু সিও নাখালে কথাটো বেয়া হ'ব বুলি চিন্তা কৰি চুপ চাপ নাকে কাণে দুটামান গুজি বিচনাত পৰিলগৈ। দুইটাই দুখন বিচনাত খৰমৰাই খৰমৰাই থাকি ৰাতিটো পাৰ কৰি দিলে। ৰাতি পুৱা সোনকালে শুই উঠি সি ৰাতিয়েই লিখি থোৱা চিঠিখন পুনৰ এবাৰ চকুফুৰাই চাইলৈ ভালকৈ জাপি নুৰিয়াই ৰখা গেঞ্জিটোৰ তলতে ৰাখিলে। তাৰ পিচত মুখহাত ধুই শুই থকা ইন্দুৰ কাষ পালেগৈ। ভয়ে ভয়ে ইন্দুক তাইৰ পেটৰ অসুখ কেনে পাইছে সুধিলে। তাই "মই সাৰে আছো কিন্তু তোমাক নামাতো" ভাব বুজাবৰ কাৰণে কোনো উত্তৰ নিদি বাগৰ সলাই পুনৰ শুই থাকিল। সি "মই বাৰু ঘূৰি আহোতে তোমালৈ পেটৰ অসুখৰ পিল কেইটামান ফাৰ্মেচিত সোমাই লৈ আহিম" বুলিকৈ তাৰ পৰা ওলাই আহি গাড়ীখনলৈ দীপাইঁতৰ ঘৰলৈ গুছি গ'ল।

আজি সি আঠ বজাতে দীপাহঁতৰ ঘৰৰ পৰা ঘুৰি আহি ঘৰ সোমালেহি। ইন্দুৰ বাবে সি পেটৰ অসুখৰ ঔষধৰ পৰিবৰ্তে তাইৰ প্ৰিয় চকলেট কেইপেকেট মানলৈ আহিল। গাড়ীৰ পৰা নামিয়েই সি ভিতৰ সোমাই গৈ দেখে যে সিং দাদা, দাদীমা আৰু অমৰ কৰবালৈ যাবৰ বাবে পিন্ধি উৰি ৰেডিহৈ আছে। তাক দেখা পাই দাদীমাই ক'লে "ফুল আমি ডিগবৈলৈ যাওঁ। অমৰৰ খুৰাকৰ অসুখ বুলি খবৰ পাইছো। তোমাক ইন্দুৱে ভাত পানী বাঢ়ি দিব। তুমি কামলৈ আজি মটৰ চাইকেল খনকে নিবা। কামত পলম নকৰিবা। ইন্দুৱে ঘৰত অকলে ভয় কৰিব। খুৰাকৰ বেমাৰ টান যেন দেখিলে আমি আজি ঘূৰিব নোৱাৰিব পাৰো। গধুলি সাজ তোমালোক দুয়ো ধৰা মেলাকৈ সিজাই পকাই খাবা।" সিহঁত খিনিকে দিহা পৰামৰ্শ দি সিহঁত গাড়ীখনলৈ গ'লগৈ। ফুলবৰে নিজৰ কোঠাটোলৈ সোমাই গৈ দেখে যে সি টেবুলৰ ওপৰত থৈ যোৱা গেঞ্জিটোৰ লগতে চিঠিখনো নাই। সি ইন্দুৰ ওচৰলৈ গৈ সুধিলে "ইন্দু, মই টেবুলৰ ওপৰত থৈ যোৱা আক্ৰামৰ গেঞ্জিটো আৰু চিঠিখন কি হ'ল?"

ইন্দুৱে তালৈ ঘূপাকৈ চাই ক'লে "আপুনি ঠগিবলৈ আৰু মানুহ বিচাৰি নাপালে? মই আপোনাৰ গেঞ্জিটো চিনি নাপাও বুলি ভাবিছে নেকি? নে গেঞ্জিটোত লাগি থকা আপোনাৰ গাৰ গোন্ধটোকে বুজি নাপাওঁ? গেঞ্জিটো মই ধুই দিলো। চিঠিখন ফালি পেলালো। এই অঞ্চলত কোনো আক্ৰাম নামৰ মানুহ নাই। সেই গেঞ্জিত লাগি থকা লিপষ্টিকৰ দাগবোৰ, আপোনৰ কাল্পনিক সৃষ্ট আক্ৰামৰ নৱ বিবাহিতা ঘৈনীয়েকৰ নহয়। এয়া আমাৰ ক্লাচৰ সঙ্গীতা আই মিন দীপাৰ ওঠৰ লিপষ্টিকৰ দাগ। নহয় বুলি কওঁক? পাৰিব, মোৰ গা চুই নহয় বুলি কব?"

ইন্দুৰ স্পষ্ট জেৰাত উত্তৰ দিব নোৱাৰি ফুলবৰ মৌন হৈ তলমূৰ কৰি ৰ'ল। "এতিয়া ধৰা পৰি অকৰাটি হৈ দেখাব নালাগে। সোনকালে ভাত পানী খাই লওকহি। কামলৈ যাবলৈ পলম হৈ যাব। কামৰ পৰা ঘূৰি আহোতে দীপাৰ ঘৰত সোমাই মতা হাতীটো বান্ধি থৈ মাইকী হাতীজনীক মটৰ চাইকেলৰ পিচচিটত বহোৱাই লৈ এইটো চোলাৰ পিচফালে লিপ্‌ষ্টিকৰ দাগ লগাই আনিবলৈ নাপাহৰিব।" বুলি ফুলবৰক বাৰুকৈ একাট মাৰি পাকঘৰলৈ সোমাই গ'ল। সি তাই পিচে পিচে চোৰৰ খোজেৰে আগুৱাই গৈ ইন্দুক পিচফালৰ পৰা সাৱট মাৰি ধৰি মৰমেৰে ক'লে, "ইন্দু, তুমি মোক এই বাৰলৈ ক্ষমা কৰি দিয়া। দীপাজনীয়ে ইমান চৰিত্ৰহীনা ছোৱালী মই ভাবিবই পৰা নাছিলো। তোমাৰ গাত ধৰি মই শপত খাইছো, তাইক আৰু মই কোনো দিন ফুৰাবলৈ নিনিওঁ।"

ইন্দুৱে তাৰ বাহু বন্ধনৰ পৰা ওলাই যাবলৈ অলপো চেষ্টা নকৰি ক'লে— "নিজে এনে চৰিত্ৰবানজন? ঘৰত কোনো নথকা সুযোগলৈ গাভৰু ছোৱালী এজনীক সাৱটি ধৰা মানো কেনে ধৰণৰ চৰিত্ৰবান? মই যিহেতু আপোনাৰ প্ৰেমিকা বা পত্নী নহওঁ, মোৰ ওচৰত ক্ষমা খোজাৰ প্ৰশ্নই উঠিব নোৱাৰে। আপুনি এতিয়া স্বাধীন। সকলোকে মৰম বিলাই ফুৰিব পৰা অধিকাৰ আপোনাৰ আছে। এতিয়া এৰি দিয়ক। মই ভাত বাঢ়ো। এইদৰে চুপতি মাৰি থাকিলে নিজে কামলৈ যাবলৈহে পলম হ'ব।"

"তুমি ইমান ভাল ইন্দু" বুলি কৈ তাইক জোৰেৰে এবাৰ সাৱটি ধৰি দুই গালতে দুটা চুমা খাই উঠি, তাই বাবে অনা চকলেট কেইটা তাইৰ হাতত গুজি দি এৰি দিলে।

ভাত খাই উঠি ফুলবৰ নৰল। মটৰ চাইকেলখন ষ্টাৰ্ট দি গুছি গ'ল।

গধুলি ঘুৰোতেও আজি পলম নকৰিলে। বেলি পৰা আগতেই আহি ঘৰ পালেহি। তাকে দেখি ইন্দুৱে ক'লে, "আজি দেখোন হেনৰ এজাত। আজি আপুনি কোনো দিন নকৰা কাম এটা কৰিলে। আজি দীপাই ইমান সোনকালে আপোনাক এৰি পঠালে নে?"

মটৰ চাইকেলখন ষ্টেন কৰি থৈ ফুলবৰে ক'লে - "দীপাৰ নামকৈ মোক আৰু লাজ নিদিবা ইন্দু। মই কেৱল তোমাৰ চিন্তাতে দৌৰি আহিছো।"

"মোৰ চিন্তাত কিয়? মইনো ঘৰত নাথাকি কলৈ পলাই যাম?" ইন্দুৱে ক'লে।

"কি ঠিক। ঘৰত কোনো নথকা সুবিধালৈ তুমি নিজেই পলাই নগলেও কোনো বাইতো পলোৱাই নিব পাৰে।" — ফুলবৰে হাঁহিলৈ ক'লে।

"তেতিয়া আপোনাৰ মনৰ আশা মনতে যাব বুলি ভয় কৰি দৌৰি আহিছে নহয় জানো?"— ইন্দুৱে প্ৰশ্ন চাই উত্তৰ দি তাৰ প্ৰতিক্ৰিয়া কি হয় পৰীক্ষা কৰি চাবলৈ বিচাৰিলে। ফুলবৰে লাজত ৰঙা-ৰঙা পৰি ঘেহাই ঘেহাই ক'লে, "তুমি আজিকালি বৰ

দুষ্ট হৈ গৈছা। দাদীমাই মোৰ ওপৰত দি যোৱা দায়িত্বহে মই পালন কৰিছো। মোক তেখেতে সোনকালে ঘৰ সোমাবলৈ কৈ গৈছে। সেইবাবে মই সোনকালে আহিছো। মই সোনকালে অহাৰ বাবে যদি তুমি বেয়া পাইছা, তেন্তে মই পুনৰ ওলাই যাওঁ। ৰাতি নাহিবও পাৰো।" এই বুলি কৈ সি মটৰ চাইকেল খনত লাপ মাৰিলগৈ। ইন্দুৱে এক্কে দৌৰে গৈ তাৰ হাত এখনত ধৰি ভিতৰলৈ টানি আনি ডাইনিং টেবুলৰ কাষত বহোৱাই দিলেহি। জলপান বাটি তাৰ সন্মুখত ৰাখি ক'লে "আপুনি আৰু মোৰ ওচৰত অভিনয় কৰিয়েই থাকিব নেকি? এতিয়া চুপ চাপ ভাল লৰাৰ দৰে জলপান কেইটা খাই লওঁক। তাৰ পিছত দুয়ো অলপ খোজেৰে ফুৰি আহো বলক। মই বহুতদিন ঘৰৰ চাৰিবেৰ বাজ হ'বলৈ লগ এটাকে পোৱা নাই। আজিয়েই আপোনাৰ লগত সন্ধ্যা ভ্ৰমণ কৰি আহো। বেয়া পাব নেকি?"

ফুলবৰে ক'লে "কিয় পাম? তোমাৰ লগত ঘুৰি ভালহে লাগিব।"

ফুলবৰে জলপান খাই উঠি বেলেগ কাপোৰ এযোৰ সলাই ইন্দুৰ হাতত ধৰি ওলাই গ'ল। প্ৰথমে দুয়ো গেছ কোম্পানীৰ গেটেদি সোমাই দুলিয়াজান কলেজৰ মুখে ঘুৰি ডেইলি বজাৰ পালেগৈ। তাতে শাক-পাচলি অলপ বজাৰ কৰিলৈ ঘৰৰ ফালে খোজ ল'লে। ঘৰ আহি পাই মানে সাত বাজিল। দুয়ো হাত ভৰি ধুই কাপোৰ সলাই প্ৰথমে ৰন্ধা-বঢ়া কামত লাগিল। বাপেক মাকহঁত ঘুৰি আহিব পাৰে বুলি ধৰিলৈ সকলোৰে বাবে ৰান্ধিলে। এঘন্টাৰ ভিতৰতে ৰন্ধা কাম শেষ কৰি দুয়ো বাহিৰলৈ ওলাই আহি বাৰান্দাত চকী দুখন পাৰিলৈ দুয়ো ওচৰা ওচৰিকৈ বহি ল'লে। সন্মুখৰ গেটৰ ফালে নজৰ ৰাখি নানান ধৰণৰ কথাবোৰ পাতি বাপেকহঁত অহালৈ বাট চালে। এবাৰ কথাৰ লাচতে ইন্দুৱে ফুলবৰক সুধিলে — "ধুনুদাদা, মা-দেউতাহঁত যদি আজি নাহে, তেন্তে মই আজি কাৰ লগত শুম? অকলে শুবলৈ মোৰ বৰ ভয় লাগে। আপোনাৰ লগতে মোক শুবলৈ দিবনে?"

ফুলবৰে উত্তৰত ক'লে, "তুমি কিবা সৰু ছোৱালী নেকি যে তোমাক মোৰ বুকুৰ মাজত সোমোৱাই লৈ টিকাত চপৰিয়াই চপৰিয়াই টোপনি অহা গীত গাই গাই শুৱাব লাগিব?"

ইন্দুৱে অভিমান কৰি ক'লে, "মোক যদি আপুনি ডাঙৰ ছোৱালী বুলি জানিছেই তেন্তে মোক ডাঙৰ ছোৱালীৰ মৰ্য্যদা নিদিয়ে কিয়? বৰ্ত্তমান মোৰ বয়স কিমান হ'ল জানে? পূৰা ওঠৰ বছৰ চাৰিমাহ।" ফুলবৰে হাঁহি হাঁহি ক'লে, "বাবৰে, এই কথাটোকে ইমান দিনে মই ভাবিয়েই চোৱা নাছিলো। তাৰ মানে ভাৰতৰ চৰকাৰী হিচাব মতে তোমাৰ বিয়াৰ বয়সতকৈ চাৰি মাহ অধিকহে হৈ গ'ল। এই বাৰ সিঙ দাদা দাদীমা আহক মই তোমাৰ সমস্যাটো কথা জনাব লাগিব।"

"মোৰ আকৌ কি সমস্যা ?"

"তোমাক বিয়া দি উলিয়াই দিয়াৰ সমস্যাটো কথা কৈছো। তেখেত সকলক মই জনাম যে আমাৰ ইন্দুক ইমান দিনে ঘৰত ৰাখি থোৱাটো উচিত হোৱা নাই। অতি সোনকালে বুঢ়া থেৰা এটা বিচাৰি উলিয়াই দিব লাগে। নহ'লে উপযুক্ত বয়সত ইন্দুৰ নতুন গৃহ সংসাৰখন পাতি নিদিলে ইন্দুৱে আদালতত গোচৰ তৰিব আৰু তাৰ ফলস্বৰূপে পিতৃ-মাতৃ দুয়োগৈ আদালতৰ কাঠ গৰাত উঠিবঁগে লাগিব। এইদৰে কৈ মই তেখেত সকলক ভয় খোৱাই দিম হ'বনে ?"

ইন্দুৱে হাঁহি মাৰি ক'লে " ইমানখন ভয়ভিত খোৱাই মোক বিয়া দি উলিয়াই দিয়াতকৈ আপুনিয়েই দেখোন মোক পত্নী হিচাবে গ্ৰহণ কৰিব পাৰে।"

ফুলবৰে ক'লে, " তোমাৰ নিচিনা ধুনীয়া মৰম লগা ছোৱালী এজনীক পত্নী হিচাবে পাবলৈ কাৰনো বাৰু মন নাযাব। পিচে বিয়া কৰোৱা বয়সৰো এটা সীমা আছে। ১৮ বছৰীয়া ছোৱালী জনীক ৭৫ বছৰীয়া বুঢ়া এটাই কেনেকৈ বিয়া কৰাওঁ ?"

"কি আপোনাৰ বয়স ৭৫ বছৰ ?"

"সত্য।"

"অসম্ভৱ।"

"সম্ভৱ। পিচে তোমালোকৰ মানুহৰ বয়সৰ হিচাপবোৰ মোৰ থিয়ৰিৰ লগত নিমিলিব। মোৰ মতে - ধৰিলোৱা হ'ল এজন মানুহৰ পৰম আয়ুস হল ১০০ বছৰ। মানুহজনে সেই জন্ম মুহূৰ্ত্তটোতহে লাভ কৰিছে ১০০ বছৰ। তাৰ পিচৰ পৰা যিমানে চেকেণ্ড, মিনিট, ঘন্টা, দিন, মাহ, বছৰ আদি কৰি সময়বোৰ পাৰহৈ গৈ থাকিব, সিমানে মানুহজনৰ এই পৃথিবীত জীয়াই থকা বয়সো কমি কমি আহি থাকিব। যেনে - ১০০, ৯৯, ৯৮, ৯৭, ৯৬ এইদৰে। মোৰ বয়স বৰ্ত্তমান ৭৫ বছৰ ১ মাহ। তাৰ অৰ্থ হ'ল মই এই পৃথিবীত আৰু ৭৫ বছৰ ১ মাহ জীয়াই থাকিবলৈ পাম। ইতিমধ্যে মই ২৪ বছৰ ১১ মাহ মৃত্যুৰ মুখলৈ আগুৱাই গ'লোঁ। এইদৰে মোৰ বয়স কমি গৈ গৈ যেতিয়া ১ ৰ ঘৰত চুবহি তেতিয়া মই বুজিব লাগিব যে মই মহা শূন্য ঘৰত মিলিবলৈ মাত্ৰ ১১ টা মাহহে বাকী। তেতিয়া মৃত্যুৰ ঘড়ীত জীৱনৰ ৱাৰ্নিং পৰাৰ সময়। বুজিছা ইন্দু, মানুহৰ বয়স জন্মৰ পৰা বাঢ়ি নাযায় কমিহে যায়।"

"আপোনাৰ মানুহৰ বয়স নিৰোপণ কৰা থিয়ৰিটো বেচ ইন্টাৰেষ্টিং। পিচে এটা কথা মই বুজিব পৰা নাই। আপোনাৰ থিয়ৰি মতে এজন মানুহৰ বয়সৰ স্কেলৰ ১০০ বছৰৰ পৰা ৯৯, ৯৮, ৯৭ কৈ কমি আহোঁতে আহোঁতে স্কেল বছৰৰ শেষৰ দাগ ০ ঘৰৰ নৌপাওঁতেই যদি মানুহজন মৃত্যু হয় তেতিয়া কি হব ? আকৌ এজন মানুহ যদি বছৰৰ

শেষ দাগ ০ ঘৰৰ মাহ, সপ্তাহ, দিন, ঘন্টা, মিনিট, চেকেণ্ড আদি অতিক্ৰম কৰাৰ পিচতো মানুহজন নমৰে তেতিয়া কি হব?" ইন্দুৱে খৰছি মাৰি জানিবলৈ বিচাৰিলে। তাৰ উত্তৰত ফুলবৰে ক'লে, "তুমি কোৱা কথাবোৰ অসত্য বা অসম্ভৱ নহয়। সেই হিচাবৰোৰ এনেদৰে কৰিব লাগিব। যেনে - ৰাম বোলা মানুহজন (শূন্য) বছৰ পূৰ হ'বলৈ ১৫ বছৰ থাকোতেই মৃত্যু হ'ল। তেতিয়া তেওঁৰ ক্ষেত্ৰত কব লাগিব ৰামে পূৰ্ণ বয়স নৌপাওঁতেই ১৫ বছৰতে মৃত্যু হ'ল। অৰ্থাৎ এই পৃথিৱীত তেওঁ আৰু ১৫ বছৰ কাৰ্য্যকাল বাকী থাকিল। আকৌ ধৰা অন্য এজন মানুহ শূন্য ঘৰ অতিক্ৰম কৰিও আৰু ২০ বছৰ জীয়াই থাকিল। সেইজন মানুহৰ বাবে হিচাবটো এনেদৰে হব - (০+১), (০+২), ০+৩+ ..... (০+২০), বছৰ। অৰ্থাৎ মানুহজনে পূৰ্ণ বয়স পাইও অতিৰিক্ত হিচাবে আৰু ২০ বছৰ পালে।"

ইন্দুক ফুলবৰে তাৰ ব্যক্তিগত জীৱন থিয়ৰিটো বুজাই থাকোতেই ৱাল ঘড়ীত ৰাতি ১০ বজাৰ সঙ্কেত দিলে। ইন্দুৱে ক'লে, "দহ বাজিল। আমি খাওঁগৈ বলক। মাহঁত অহাৰ আশা নাই। আহে যদি পিচত খাব। আমি ৰৈ নাথাকো।" ফুলবৰৰো ভোক লাগিছিল। গতিকে সি ইন্দুৰ কথাটো সমৰ্থন জনাই ভিতৰ সোমাই গ'ল। খাইবৈ উঠি শুবলৈ যোজাৰ চলাই মানে ৰাতি এঘাৰ বাজিল। বাপেক মাকহঁত অহাৰ আশা ত্যাগ কৰি ইন্দুৱে ফুলবৰক শুভ ৰাতি জনাই নিজৰ বিচনাত পৰিলগৈ। ফুলবৰেও দৰ্জা খিড়িকি সকলো বন্ধ হ'লনে নাই এপাক ঘুৰি পকি চাই নিজৰ কোঠাত সোমালগৈ। বিচনাত পৰাৰ আগ মুহূৰ্ত্তত তাৰ কোঠাৰ দৰ্জাখন বন্ধ কৰিবনে নকৰে এবাৰ চিন্তা কৰি চালে। কিবা এটা ভাবি সি দৰ্জা বন্ধ নকৰাকৈয়ে বিচনাত পৰিল। বিচনাত পৰাৰ লগে লগে তাক ভাগৰে হেঁচামাৰি ধৰিলে। বাগৰ হলাই সি চকু দুটা মুদি দিলে।

ৰাতি তেতিয়া কিমান হৈছিল সি নাজানে। কোনোবাই তাৰ কোঠাত ঘটং ঘাটাং কৰি কিবা এটা টনা আজোৰা কৰি থকা সি গম পালে। সি জাপ মাৰি বিচনাত বহি দেখে যে ইন্দুৱে তাৰ কোঠাৰ লাইটো জ্বলাই লৈ পকা মজিয়াতে তাইৰ বাবে বিচনা পাৰিবলৈ যোজাৰ চলাইছে। সি সুধিলে, "কি হ'ল ইন্দু, তুমি শুৱাই নাই নেকি? এই পকা মজিয়াত কি কৰিবলৈ বিচনা পাৰিছা?"

তাই অভিমান কৰি ক'লে, "কেনেকৈ শুওঁ? অকলে শুবলৈ ভয় নালাগে নেকি? লগত শুবলৈ নিদিলে পকাতে পৰি নাথাকি কি কৰিম?"

ইন্দুৰ কথা শুনি তাৰ বেয়া লাগিল। সি বিচনাৰ পৰা নামি গ'ল। ঘড়ীলৈ চালে ৰাতি এক বাজি গৈছে। সি বাথৰুমত সোমাল। তাৰ পৰা ওলাই আহি দেখে ইন্দুৱে আঠুৱাখন নতৰাকৈয়ে কুঁচ্ মুঁচ খাই শুই আছে। কোটিপতি সিঙদাদাকৰ আলসুৱা জীয়েক ইন্দুক সি পকা মজিয়াত মহৰ কামোৰ খাই খাই শুবলৈ দিব নোৱাৰে। সি ইন্দুক দাঙি নি নিজৰ বিচনাত শুৱাই দিলে তাৰ পাচত বিচনাৰ চাৰিওফালে আঠুৱাখন গুজি দি নিজে

ইন্দুৱে পৰা বিচনাখনত শুবলৈ বুলি বহিল। তাকে দেখি ইন্দুৱে ক'লে,— "ধুনুদাদা, বেয়া নাপাই যদি আপুনি মোৰ কাষতে শুবকহি। তাত শুব নালাগে।"

ফুলবৰে ক'লে, —"মোৰ চাকৰি খাব খুজিছা? দাদীমাই কেনেবাকৈ গম পাব লাগিলে মোৰ কি গতি হ'ব?"

"এই ৰাতিখন কথা চুবাই থাকিবলৈ সময় নাই। আহক বুলি কৈছো নহয়। নহ'লে কথা বেয়া হ'ব।" ইন্দুৱে তাক শাসনৰ সুৰত কথা কেইষাৰ ক'লে। উপায়ন্তৰ হৈ সি উঠি গৈ ইন্দুৰফালে পিঠিদি লাহেকৈ কাষতে পৰিল। ইন্দুৱে কোঠাৰ লাইটটো অফ কৰি দি তাক সাৱটি ধৰি নিজৰ ফালে মুখ কৰাই ল'লে। তাৰ পিচত তাইৰ অন্তৰত বহুত দিনৰ পৰা সাচি ৰখা কামনা বাসনাবোৰ ধুনুদাদাকৰ পৰা আদায় কৰি ল'বলৈ চেষ্টা চলালে। সি প্ৰথমে ভয় আৰু অসস্থি বোধ কৰিছিল। কিন্তু ইন্দুৰ আকুল আহ্বান পাই সি সকলো ভয় ভাব দূৰ কৰি দি ইন্দুক সাৱটি লৈ নিজৰ বুকুৰ মাজলৈ টানি আনিলে। ধুনুদাদাকৰ সঁহাৰি পাই ইন্দুৱে তাই শৰীৰটো সম্পূৰ্ণ তাৰ ইচ্ছাতে এৰি দি তৃপ্তি লভিবলৈ ধৰিলে। প্ৰায় ডেৰ ঘন্টা সময় কাহানিও নোপোৱা স্বৰ্গীয় সুখ ধুনুদাদাকৰ পৰা লাভ কৰি তাই অতি সন্তুষ্ট মনেৰে ধুনুদাদাকক সাৱটি ধৰি শুই থাকিল।

পুৱা ৭ বজাৰ ঘড়ীৰ সঙ্কেত ধ্বনি শুনি দুয়োটাই সাৰ পালে। দুয়ো নিজৰ নিজৰ বস্ত্ৰ বিচাৰি পিন্ধিলৈ বাহিৰলৈ ওলাই আহিল। খৰ-খেদাকৈ গা-মুৰ ধুই ইন্দুক মাত লগাই মটৰ চাইকেলত উঠি গজেন চৌধুৰীৰ ঘৰলৈ গুচি গ'ল। এই কেইদিন চৌধুৰীৰ ঘৰত ফুলবৰৰ বৰ বিশেষ কাম নাই। গজেনে মাজুলী ফালৰ পৰা নতুন মাউত এটা আনিছে। ফুলবৰে এই কেইদিন সেই মাউতটোকে হাতী চলোৱা, পালন কৰা কৌশলবোৰ শিকাই বুজাই কিছু পাকৈত কৰি তুলিছে। গজেন চৌধুৰীয়ে নিজেও আজিকালি হাতীটোৰ লগতে লাগি ফুৰে। গতিকে তাৰ কাম প্ৰায় শেষ হৈ আহিল। দুই এদিনতে সি পাবলগীয়া টকা কেইটা আদায় কৰিলৈ চৌধুৰী ঘৰৰ পৰা বিদায় মাগিব। আজিও সি চৌধুৰী পৰিয়ালক দেখা এটা দি নতুন মাউতটোক দৰকাৰী দিহা পৰামৰ্শ দুটামান দি ইন্দুৰ কাষলৈ ঘূৰি গ'লগৈ।

আগদিনা মাক বাপেকহঁতলৈ বুলি সিজাই থোৱা ভাতকে দুইটাই ভগাই খালে। তাৰ পিচত ফুলবৰে পিন্ধি উৰি কামলৈ ওলাই ইন্দুক ক'লে, "মই যাওঁ ইন্দু, তুমি দাদীমা অমৰহতলৈ ভাত সিজাই পকাই ৰেডি কৰি ৰাখিবা।"

ইন্দুৱে লাজ লাজ চাৱনীয়ে ধুনুদাদাকৰ মুখলৈ চাই দুষ্ট হাঁহি এটা মাৰি ক'লে, "কিয়? মাহঁত আজিও যেন ঘৰলৈ নাহক। মই সেইটোহে কামনা কৰিছো।"

ফুলবৰে খং ভাব দেখুৱাই ক'লে, "তুমি দিনে দিনে বৰ দুষ্ট হৈ গৈছা। নাপাই নহয় তেনেকৈ ক'ব।"

কথাযাৰ কৈয়েই ইন্দুৰ কোমল গালখনত চিকুট এটা মাৰি বৰ দায়িত্বশীল ব্যক্তি ৰূপত গহীন গহীন খোজ পেলাই বাহিৰত ষ্টেন কৰি থোৱা চাইকেলখন ষ্টাৰ্ট দিলেগৈ। তাৰ পিচত তাক "বাই বাই" দিবলৈ আগবাঢ়ি যোৱা ইন্দুক, "মই আজি ঘূৰি আহোঁতে অলপ পলম হ'ব। সিঙদাদাক কথাটো কৈ দিবা। ১২ নম্বৰ তেল খাটৰ লেবাৰখিনি ওচৰলৈ গৈছে বুলি ক'বা।" কথাষাৰকৈ সি যাব খুজিলে। ইন্দুৱে ঘূপাকৈ তালৈ চাই সুধিলে, "লগতে যোৱা ৰাতি আপুনি ক'ত কি ডিউটি কৰিলে তাকো জনাব লাগিব নেকি?"

ফুলবৰে আৰু ইন্দুক জোকাই লবলৈ মন নকৰি "বাই বাই" দি গেট পাৰহৈ গুচি গ'ল।

সি ঘূৰি আহোতে পলম হব বুলি ইন্দুক জনাই গৈছিল যদিও গধুলি সন্ধ্যা লগে লগে ঘৰ ওলালেহি। ঘূৰি আহোতে সি চৌধুৰী ঘৰত সোমাই সি পাব লগা টকা কেইটা আদায় কৰি আনিলে। সেই টকাৰে ইন্দুৰ বাবে এখন ধুনীয়া শাড়ী কিনি আনিছে। ঘৰত ইন্দুক অকলশৰে দেখি সি সুধিলে "অমৰহঁত এতিয়াও পোৱাহি নাই?"

ইন্দুৱে অভিমান কৰি উত্তৰ দিলে, "মোৰ প্ৰতি কাৰো চিন্তা নাই। এই দুৰ্জয় দিনটো গাভৰু ছোৱালী এজনীক ঘৰত অকলে এৰি সকলো নিজক লৈয়ে ব্যস্ত। মায়ে ভাল মানুহটোৰ ওপৰত দায়িত্ব দি মোক এৰি থৈ গ'ল।"

ইন্দুৱে অভিমানটো যে তাৰ ওপৰতে কৰিছে, বুজিব পাৰি বেগৰ পৰা শাৰীখন উলিয়াই তাইৰ হাতত গুজি দি ক'লে - "এইখন তোমাৰ বাবে আনিছো লোৱা। মোক পলম হোৱাৰ বাবে খং নকৰিবা। মই দাদীমাহঁত দুপৰিয়া ভাগতে পালেহি বুলি ভাবিছিলো। দুটা মানুহৰ কাম মই অকলেই চণ্ডালিব লগা হৈছে। সেয়েহে পলম হ'ল।" কথাষাৰ কৈ কৈ সি ইন্দুৰ কাষৰ পৰা আঁতৰি গৈ বাথৰুমত সোমালগৈ।

বাথৰুমৰ পৰা ওলাই আহি দেখে যে ইন্দুৱে সি প্ৰেজেন্ট দিয়া শাৰীখন পিন্ধি লাইফ চাইজৰ লুকিং গ্লাচ খনৰ কাষত ৰৈ শাড়ীখনে তাইক মেচ্ কৰিছেনে নাই ঘূৰি পকি চাই আছে। ফুলবৰে মনে মনে আহি তাইক সাৱটি ধৰিলৈ ক'লে, "তোমাক এই শাড়ীখনে বৰ ধুনীয়া দেখাইছে। তোমাৰ বাৰু পছন্দ হৈছেনে?"

তাই হাঁহি হাঁহি উত্তৰ দিলে, "আপোনাৰ চইচ্ কিন্তু অতি উত্তম। মোৰ ভাল লাগিছে।"

"মোৰ উপহাৰৰ বিনিময়ত তুমি মোক কি দিবা কোৱা?"

"ডাইনিং টেবুলত জলপান সজাই থৈছো, খাওঁকগৈ।"

"নহ'ব, তাৰ আগতে মই তোমাক দুটা চুমা খাম।" এই বুলি কৈয়ে সি ইন্দুৰ দুই গালত দুটা চুমা খাই জলপান খাবলৈ বহিল। সি জলপান খাই থাকোঁতেই গেটৰ মুখত

টেক্সীৰ মাত শুনিবলৈ পালে। ইন্দুৱে ওলাই গৈ গেটখন খুলি দিলে। গাড়ী গৈ গেৰেজত ৰ'লগৈ। গাড়ীৰ পৰা বাপেক আৰু অমৰক নামি অহা দেখি ইন্দুৱে সুধিলে, "মা-নাহিল নেকি দেউতা?"

বাপেকে গহীনাই উত্তৰ দিলে, "ভাইটোৰ বেমাৰ টানেই। আজি নি ডিব্ৰুগড় মেডিকেলত চিট্ দিয়ালোগৈ। খুৰীয়েৰাৰ লগত মাৰকো ৰোগীৰ ৰখিয়া হিচাবে থৈ আহিছো। কিছু আৰোগ্য নোহোৱালৈকে মাৰা আহিব নোৱাৰিব।" কথা কেইষাৰ চমুকৈ কৈ সিং ভিতৰলৈ সোমাই আহিল।

ইন্দুৱে ভায়েক আৰু বাপেকৰ কাৰণে খোৱা-বোৱাৰ দিহা কৰিবলৈ পাকঘৰলৈ গ'ল। ৰাতি আঠ নৌ বাজোঁতেই সম্পূৰ্ণ গৃহিণী এজনীৰ দৰে ইন্দুৱে সকলোকে খোৱাই বোৱাই শেষ কৰি পাকঘৰৰ কাম সামৰিলে। তাৰ পিচত বাপেকৰ বাবে বিচনা ঠিক কৰি দি অমৰক শুবলৈ মাতিলে। অমৰে জেদ ধৰিলে, "মই দেউতাৰ লগত শুম। তোৰ লগত নোশুও।" শেষত সেইটোৱেই হ'ল। বাপেকে ফুলবৰৰ লগত পাৰহৈ যোৱা দুদিনৰ কাম কাজৰ কিছু কথা আলোচনা কৰি পুতেকক লগতলৈ শুবলৈ গ'ল। ইন্দুৱে পঢ়া কোঠাত সোমাল। এঘন্টা মান পঢ়া শুনা কৰি নিজৰ শুৱনি কোঠালৈ নগৈ ফুলবৰৰ কোঠাটোলৈ গ'ল। ফুলবৰে তেতিয়া বিচনাতে পেট পেলাই পৰি লৈ কিবা আলোচনী এখন চাই আছিল। তাই কৰ্ত্তৃত্ব সুৰত ক'লে, "ইমান দেৰি বিচনাখন পাৰি ;ৰখা নাই কি মিছা মিছি আলোচনী পঢ়ি আছে উঠক।"

সি বিনা বাক্যে উঠি বাথৰুমৰ ফালে গ'ল। যাওঁতে সি ভাবিলে - "এইজনীয়ে আজিও মোক শুৱলৈ নিদিব যেন পাইছো।" সি বাথৰুমৰ পৰা ঘুৰি আহি কোঠাৰ দৰ্জাখন বন্ধ কৰি বিচনাত উঠিল। তাৰ বিচনাত নিজৰ বিবাহিতা পত্নীজনীৰ দৰে বৰ আৰামত শুই থকা ইন্দুৰ কাণৰ ওচৰত মুখখন লগাই ফুঁচ্ ফুঁচাই ক'লে- "ইন্দু, তোমাৰ দেউতাৰাই গম পালে আমাৰ অৱস্থা কি হ'ব? এবাৰ ভাবি চাইছা নে?"

ইন্দুৱে নিৰ্ভিক ভাবে উত্তৰ দিলে, "কালিৰ দৰে উৎপাত লগাই বিচনাখন ভাঙি দিওঁ যেন নকৰিলেই হ'ল।" তাই কথা শুনি সি আৰু তাই কাণৰ ওচৰৰ পৰা মুখখন ঘুৰাই আনিব নোৱাৰা হ'ল। লাহেকৈ তাই সুকোমল গাল খনত মৃদু কামুৰ এটা মাৰি দুই হাতেৰেতাইৰ শৰীৰটো সাৱটি ধৰি শুই পৰিল।

ৰাতি দুই বজাত যেতিয়া সি সাৰ পালে, তেতিয়া সি দেখে যে তাৰ বুকুত বুকু লগাই তাক সাৱটি ধৰি শুই থকা ইন্দুজনী তাৰ কাষত নাই। দৰ্জাখনো হুক নলগোৱাকৈ জপাই থৈ গৈছে। তাৰমানে তাই তাক আৰু আমনি দিবলৈ নাহে। সি বাগৰ সলাই টোপনি যাবলৈ যত্ন কৰিলে।

আকৌ নতুন প্ৰভাত আহিল। আঠ বাজিল। চাৰিওটি প্ৰাণীয়ে ভাত পানী খাই বৈ

আজৰি হ'ল। অমৃত সিঙে গাড়ী ডিব্ৰুগড় মেডিকেললৈ নিব, গতিকে ফুলবৰে মটৰ চাইকেল খনকে লৈ কামলৈ ওলাই গ'ল। চৌধুৰী ঘৰৰ লগত লেনদেন তাৰ কালিয়েই শেষ হৈছে। মাত্ৰ সামান্য কাম এটা কৰি দিবলৈ দীপাৰ মাকে তাক অনুৰোধ জনাইছে। সেই কামটো কৰি দিলেই দীপাহঁতৰ লগত তাৰ সম্বন্ধ শেষ হব। কালি দীপাৰ মাকে তাক তাৰ পাৰিশ্ৰমিকটো দি বিদায় দিবৰ পৰত কৈছিল, "বোপা, আমাৰ দীপাৰ মাহীয়েক এজনী নাহৰকটিয়াত আছে। তাই ওচৰলৈ যাবলৈ আমাৰ দীপাই মোক সদায় কুটুৰি আছে। মইনো বাৰু ঘৰখন এৰিথৈ কেনেকৈ যাওঁ। বাপেকৰো আজৰি নাই। তুমি এই কেইদিন বোলে প্ৰায়ে নহৰকটিয়াৰ ওচৰলৈকে কাম চাবলৈ যাব লগা হৈছে বুলি দীপাই মোক জনাইছে। গতিকে পাৰা যদি তুমি দুই এদিনতে তাইক তোমাৰ গাড়ীতে বহুৱাই লৈ গৈ নাহৰকটিয়াত নমাই দিবাগৈ চোন। পাৰিবা নহয়?"

সেই সামান্য কামটোকে সি নোৱাৰো বুলি ক'বলৈ টান পালে। "হব বাৰু। কোন দিনা যায়, দীপাক সাজোহৈ থাকিবলৈ ক'ব। মই আপোনাৰ ঘৰত সোমাই লৈ যাম।

দিনবোৰ গৈ থাকিল। অমৃত সিঙৰ ভায়েক দিনে দিনে ভাল হওঁক চাৰি ৰোগ টানলৈহে আহিল। পাঁচ দিনৰ দিনা মেডিকেলতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে। তাৰ পিছতো মৃতকৰ কাম কাজত অমৃত সিংহঁত ব্যস্ত থাকিব লগা হোৱাত দীপাক নাহৰকটিয়ালৈ নিয়াৰ দিন পিছুৱাই গৈ থাকিল। সম্পুৰ্ণ ন দিনৰ মূৰত দাদীমা আহি পাইছেহি। ইন্দুৱে সেই ন দিন সম্পূৰ্ণ গৃহিণী দায়িত্ব পালন কৰিব লগাত পৰিল। খুৰাকৰ সকাম খাবলৈও তাই যাব নোৱাৰিলে। খুৰাকৰ মৃত্যুৰ দুদিনৰ আগত দেউতাকৰ লগতগৈ মেডিকেলতে এপাক চাই আহিলগৈ। ইন্দুৰ মাকৰ বাবে সেই নটা দিন আছিল কষ্টদায়ক আৰু অতি বেদনা দায়ক। কিন্তু ইফালে জীয়েক ইন্দুৰ বাবে আছিল অতি আমোদজনক। একেৰাহে নটাকৈ ৰাতি ধুনুদাদাকৰ বহল বুকুৰ মাজত সোমাই থাকিবলৈ পাই অমৃত সাগৰত পৰি সাঁতুৰি নাদুৰি ফুৰা যেন লাগিছিল। কিন্তু মানুহৰ সুখ শান্তিবোৰ ভগবানে স্থায়ী ভাবে উপভোগ কৰিবলৈ নিদিয়ে। অজাতি হ'লেও ফুলবৰকে কেন্দ্ৰ কৰি তাইৰ ভৱিষ্যত জীৱনৰ এখন সুখৰ সংসাৰৰ কথা কল্পনা কৰি পেলাইছিল। এগৰাকী নাৰী জীয়াই থাকিবলৈ এজন পুৰুষৰ পৰা যিমান মৰম, আদৰ সহানুভূতিৰ প্ৰয়োজন সেই সকলোবোৰ এই অসমীয়া ডেকাজনৰ পৰা তাই পাইছিল। সেয়েহে তাই ভৱিষ্যতে সংসাৰ কৰিব লগা হ'লে তাৰ লগতে কৰিব বুলি শেষ সিদ্ধান্ত কৰি পেলাইছিল।

কিন্তু বিধিৰ বিধান তাই ভবা মতে নাছিল। মাক আহি ঘৰ সোমোৱা দিনাই দাদীমাক আৰু অমৃত সিঙৰ পৰা ৰাতিটোৰ বাবে ছুটি লৈ ফুলবৰে গাড়ীখনলৈ ওলাই গ'ল। চৌধুৰীৰ ঘৰত সোমাই দীপাক লগতলৈ সি দীপাৰ মাহীয়েকৰ ঘৰ নাহৰকটিয়া পালেগৈ। বহুত দিনৰ মূৰত ভাগিনীয়েকক পাই মাহীয়েক বৰ আনন্দিত হ'ল। মহাক নাই। আজি

দুবছৰৰ আগতে মহাক ডিউটিলৈ স্কুটাৰে ওলাই যাওঁতে বিপৰীত ফালৰ পৰা অহা এখন ট্ৰাকে মহাকক মহতিয়াই লৈ গ'ল। তাৰ পিচৰ পৰা মাহীয়েকে অকলশৰীয়া জীৱন কটাই আহিছে। মহাক জীয়াই থাকোতেই একমাত্ৰ পুতেকে বিয়া কৰাই বেলেগ হৈ গ'ল। বাপেক মৰা খবৰ পাইও অকলশৰীয়া মাকজনীক লালন পালন কৰিবৰ বাবে ঘৰ চাপি নাহিল। বাপেকৰ সকামত আলহিৰ দৰে আহি দুটা ৰাতি কটাই গুচি গ'লগৈ। এতিয়া সি নিজৰ সংসাৰখনকলৈয়ে ব্যস্ত। মাকৰ খা-খবৰ লবলৈ তাৰ আজৰি নাই। মাহীয়েকে এতিয়া গিৰিয়েকৰ পেঞ্চনৰ টকা কেইটাৰেই টাতুক-নাতুককৈ চলি আছে।

চাহ খাই থাকোতে ভাগিনীজনীৰ লগত যোৱা পাহুৱাল ডেকাটিনো কোন মাহীয়েকে জানিবলৈ বিচাৰিলে। ফুলবৰে নিজৰ পৰিচয় দিবলৈ মুখ মেলাৰ আগতেই দীপাই মাহীয়েকক তাৰ পৰিচয় দিলে এনেদৰে - "এইজন হ'ল আপোনাৰ হব লগা ভাবি ভাগিন জোঁৱাই। মোৰ ভাবি স্বামী। মোৰ বিয়াৰ আগতেই আপোনাক দেখোৱাই নিবলৈ ভাগিন জোৱায়েকক লৈ আহিছো। এতিয়া আপুনি আমি পাভ যোৱা হ'ম নে নহ'ম মতামত দাঙি ধৰিব লাগে। আপোনাৰ গ্ৰীণ চিগ্‌নেল পালেই আমাৰ ঘৰখনে মোৰ বিয়াৰ কামত আগবাঢ়িব পাৰে।"

দীপাৰ কথা শুনি মাহীয়েকে হাঁহি মাৰি ক'লে, "ৰজাই ভাল দেখে যাক ভেটী নালাগে তাক। এই ধুনীয়া ডেকাটিক তুমি নিজে পছন্দ কৰিছা, বাইদেউ, ভিনিদেউ দুয়ো যদি তোমাৰ পছন্দক সন্মতি জনাইছে তেন্তে মইনো বেলেগে মতামত দিবলৈ কি বাকী থাকিল? এনে জাকত জিলিকা ডেকা এটিক জোঁৱাই বুলিবলৈ পালে মইতো ভাল পামেই।"

মাহীয়েক ভাগিনীয়েকৰ কথোপকথনত লাজ পাই ফুলবৰৰ অৱস্থা "ফাট মেলা বসুমতী পাতালে লোকাওঁ" হৈছিল। সি চাহ আধা খায়েই বাহিৰলৈ ওলাই আহিল। বাহিৰলৈ আহি সি এবাৰ ভাবিলে দীপাক ইয়াতে এৰি সি গুছি যাবগৈ নেকি? কিন্তু পিচ মুহুৰ্ত্ততে সি সিদ্ধান্ত ল'লে, নহয় এনেকৈ পলাই যোৱাজন কাপুৰুষহে। এনে কাম পুৰুষে নকৰে। তাকলৈ দীপাহঁতৰ আচল মতলব কি ভালকৈ জানিযোৱাতো উচিত হ'ব। এই ভাবি সি বাহিৰতে অকলশৰে কিছু সময় কটালে।

মাহীয়েক ভাগিনীয়েক দুয়ো ধৰা মেলাকৈ ভাতৰ দিহা কৰিলে। গধুলি ভাগতে ভাত পানী খাই তিনিও আজৰি হ'ল। আলহিক দিবৰ বাবে মাহীয়েকে জা-জলপান যোগাৰ ৰখা নাছিল। এই গধুলি পৰলৈকে ফিকা চাহ কাপৰ বাদে একো এটাকে খাবলৈ দিব নোৱাৰি নিজৰ মনতে দুখ পাই মাহীয়েকে ভাত মুঠিকে সোনাকালে যো-জা কৰি দিলে। তাৰ পাছত তামোল চালি খাই দুই চাৰিষাৰ ঘৰুৱা কথা পাতি বিচনালৈ যায় মানে ৰাতি ন বাজিল। ফুলবৰক পুতেক বোৱাৰীয়েকে ঘৰত থাকোতে ব্যৱহাৰ কৰা পুতেকৰ

আচুতীয়া শুৱনী কোঠাটোতে ভালকৈ জাৰি জোকাৰি শুবলৈ দিলে। সেই কোঠাটো বুঢ়ীয়ে প্ৰায়ে বন্ধ কৰিয়েই ৰাখে। যি দিন ধৰি পুতেক বোৱাৰীয়েকে সেই কোঠা ত্যাগ কৰি আঁতৰি গুছি গ'ল, সেই দিন ধৰি বুঢ়ীৰ সেই কোঠাটোৰ প্ৰতি কিবা বিতৃষ্ণা ভাৱ এটা জাগিল। গতিকে কোঠাটো ঘনাই চাফ চিকণো কৰি নাৰাখে। আজি আলহিক অন্য সুবিধাজনক কোঠা নাপাই সেইটোকে দিব লগা হ'ল। মেইন ঘৰৰ পৰা দূৰত আচুতীয়া কোঠা এটা পাই ফুলবৰেও বেয়া পোৱা নাই। দীপাই ৰাতি আৱশ্যক হ'ব পৰা পানী, গ্লাচ, লেম্প, জুইশলা আদি যোগান ধৰি ঘুৰি আহোঁতে ফুলবৰক কৈ আহিল "দৰ্জা বন্ধ নকৰিব। মই শুবলৈ আহিম। মই আপোনাৰ মৰম পাবলৈকে ইমান দূৰলৈকে আপোনাক লৈ আহিছো। মাহীৰ মৰমত নহয়।" কথাষাৰ কৈয়ে তাই ওলাই গ'ল। তাই এইষাৰ কথা তাক নোকোৱা হ'লে সি দৰ্জা বন্ধ নকৰিলেহেঁতেন। কাৰণ তাইৰ মতি গতি দেখিয়েই সকলো বুজি উঠিছে। এনেয়ে তাই এই আওঁহতীয়া কোঠাটোত শুবলৈ মাতি অনা নাই। তাই স্বাৰ্থ পূৰণৰ কাৰণেই এই ব্যৱস্থা।

তাক এজনীয়ে আকাৰে ইঙ্গিতে সাৱধান বাণী শুনাই যোৱাৰ পিচত সি আৰু শান্তিৰে, সুস্থিৰে শুব নোৱাৰিলে। অৱশ্যে বেছি দেৰি অপেক্ষা কৰিব লগা নহ'ল। দীপা আহি উপস্থিত হৈয়ে দৰ্জাখন বন্ধ কৰি লাইটটো অফ কৰি ফুলবৰৰ কাষতে শুই ল'লে। তাৰ পাছত তাক সাৱটি ধৰিলৈ "মোৰ ব্যৱস্থাটোক কেনে পাইছে?" বুলি সুধিলে। সি দীঘল হুমুনিয়াহ এটা টানি ক'লে নাৰী জাতিটোক বোলে স্বৰ্গৰ দেৱতাই ও বুজি নাপালে। তেনে স্থলত আমাৰ দৰে মহা মূৰ্খবোৰে তোমালোকক বুজিবলৈ কি সাধ্য আছে। দেখাত তোমাৰ ব্যৱস্থাতো ভালেই। পিচে তোমাৰ ব্যৱস্থাৰ মাজলৈ মোক টানি আনি বৰ ভাল কাম নকৰিলা নেকি? কাৰণ তুমি হ'লা স্বৰ্গৰ আপেশ্বৰী আৰু মই হ'লো মৰ্ত্যৰ এটা তেনেই সাধাৰণ মানৱ।"

"কিয়, অথনি মাহীৰ আগত কোৱা কথাবোৰ আপুনি নুশুনিলে নেকি? আমাৰ মা-দেউতাই আপোনাক খুব পছন্দ কৰিছে। মইতো আপোনাক পাবলৈ বিচাৰিয়েই আছো।"

"কথাটো যদি সঁচা হয়, তেন্তে মোৰ সমান সুখী এই পৃথিৱীত কোনো নহব।"

"সঁচা, সূৰ্য্যৰ পোহৰৰ দৰে সত্য। মোৰ মেট্ৰিক ফাইনেল পৰীক্ষাৰ পিচতে আপোনাৰ লগত বিয়াখন পাতি দিম বুলি দেউতাই মাৰ আগত কৈ থকা মই নিজ কাণে শুনিছো। মাত্ৰ আপুনি সন্মত হলেই হ'ল।"

"তেন্তে ইমান খৰধৰ কিয়? বিয়াৰ পিচততো আমি একেলগে শুবলৈ পামেই?"

"বিয়াৰ আগতে মোৰ হ'ব লগা স্বামী জনৰ সঙ্গম ক্ষেত্ৰত বীৰত্ব কিমান প্ৰমাণ কৰি চাব খোজো।"

"তাৰ অৰ্থ?"

"তাৰ অৰ্থ তেনেই সাধাৰণ। আপুনি মোক যৌন ক্ষেত্ৰত কিমান সুখ, শান্তি, তৃপ্তি দিব পাৰিব, তাৰেই আজি পৰীক্ষা লম। পুৰুষত্বহীন এজনৰ লগত বিয়া সোমাই মোৰ গোটেই ভবিষ্যত জীৱনটোতো বৰবাদ বনাব নোৱাৰো। নহয় জানো?"

"অৰ্থাৎ আজি তুমি মোৰ পুৰুষত্বৰ প্ৰমাণ লবলৈ, মই কিমান বীৰ্য্যবান পৰীক্ষা কৰিবলৈ মাতি আনিছা নহয় জানো? যদি সফল হওঁ তুমি বিয়াত বহিবা আৰু যদি বিফল হওঁ তেন্তে দলিয়াই পেলাবা নহয় জানো?

"নিশ্চয়। এতিয়া কাম আৰম্ভ কৰক।"

"মোক পৰীক্ষা লোৱাৰ আগতে তুমি মোক তোমাৰ জীৱনত ঘটা সঁচা কথা ক'ব লাগিব। যদি কোৱা মই পৰীক্ষাত বহিম। যদি নোকোৱা তেন্তে মই এতিয়াই উঠি ঘৰলৈ যাম গৈ। কবানে নোকোৱা এবাৰ ভাবি চোৱা।"

"কি কথা কব লাগে? মই নিশ্চয় কম?"

"তোমাৰ এনে যৌন কাৰ্য্যত পৰীক্ষা দিব লগা হোৱা মই কেই নম্বৰ প্ৰাৰ্থী?"

"Number One। প্ৰথম আপুনিয়েই।"

"মিছা কথা। তুমি নিশ্চয় দুই তিনিজন বীৰ্য্যহীন পুৰুষৰ পাল্লাত পৰিছা। নহ'লে তোমাৰ অন্তৰত এনে সন্দেহ ভাৱ কিয় উদয় হ'ব? যি কেইজন তোমাক স্ত্ৰী সম্ভোগৰ শক্তি প্ৰদৰ্শন কৰি দেখোৱাব নোৱাৰিলে সেই কেইজনৰ কথা মোক কব লাগিব। নহলে মই তোমাৰ ইচ্ছা পূৰণ নকৰো।"

দীপাৰ মুখৰ মাত সৰিল। এই ডেকা জনৰ আগত তাইৰ ঘটি যোৱা সেই তিক্ত ঘটনাটোৰ কথা কেনেকৈ কয়? তাইতো ইতিমধ্যে ধৰা পৰিলেই। কথা কব নাজানি নিজে পোতা খুটিত নিজে উজুতি খাব লগা হ'ল। কি দৰকাৰ আছিল তাইৰ, এই সুমধুৰ ক্ষণত এনে কথা অৱতাৰণা কৰাৰ? চুপে চাপে আহি এই ডেকাজনৰ পৰা মৰম নিবিচাৰিলে কিয়? তাই অত দিনে যি বুদ্ধি কৌশল লগাই এই বীৰ পুৰুষ জনৰ পৰা তাইৰ দেহৰ কামনা বাসনাবোৰ পূৰ কৰি লবৰ বাবে পৰিকল্পনা চলালে, অৱশেষত সকলো পানী হৈ যায় এতিয়া।

বহুত পৰ দীপাই মনে মনে থকা দেখি ফুলবৰে কলে "তুমি যে একো নামাতিলা। তাৰ মানে তুমি মোক সঁচা কথা নোকোৱা? নালাগে ক'ব। মোক এৰি দিয়া। মই যাওঁগৈ।" ফুলবৰে তাই সাবটি ধৰি থকা দীপাৰ বাওঁ ভৰিটো আৰু বাওঁ হাতখন তাৰ গাৰ ওপৰৰ পৰা নমাই শুৱাৰ পৰা উঠি আহিবলৈ বিচাৰিলে। কথা বিষম হব যেন পাই তাই পুনৰ তাক জোৰেৰে সাবটি ধৰি কলে, "কম, আপুনি উঠি নাযাব। সঁচা কথাটো কৈ নিদিলে আপুনি মোক ভুল বুজি থাকিব।" এই বুলি কৈ তাই মনতে কথাখিনি জোকিয়াই

ল'লে। তাৰ পিচত কৈ গ'ল "মই তেতিয়া ক্লাচ এইটত। গাভৰু জীৱন লাভ কৰা ছমাহেই পূৰ হোৱা নাছিল। দেউতাই যোগাৰ কৰি দিয়া ফুকন উপাধিধাৰী যুৱকজন মোৰ ঘৰুৱা শিক্ষক। তেওঁক ঘৰুৱা শিক্ষক হিচাবে নিয়োগ কৰা দিন ধৰি মই লক্ষ্য কৰিবলৈ ধৰিলো তেওঁ মোক পাঠ্যপুথিৰ জ্ঞান দান কৰা আগ্রহতকৈ মোৰ শৰীৰটো স্পৰ্শ কৰি থাকিবলৈ বিচৰা আগ্রহটোহে প্রৱল। ফুকন ছাৰৰ বাবে চকী এখন নিৰ্দ্দিষ্ট কৰি থোৱা হয় যদিও সেইখন সদাই খালীহৈয়ে থাকে। তেওঁ মই বহা বেঞ্চখনত মোৰ গাতে গা লগাই বহি শিক্ষাদান কৰিবলৈহে বেছি ভাল পাই। প্ৰথম কেইদিনমান বৰ বিৰক্তি অনুভৱ কৰিছিলো যদিও কথাটো ক'বলৈ মই মা-দেউতাক সাহস কৰা নাছিলো। সদায় কথাটো পিচ দিনা মা-দেউতাক জনাম বুলি পিচুৱাই থৈছিলো। কিন্তু দিন বাঢ়ি যোৱাৰ লগে লগে ফুকন ছাৰে মোৰ শৰীৰটোৰ স্পৰ্শ কৰা স্থানবোৰও বাঢ়ি যাবলৈ ধৰিলে। ফলত মই মা-দেউতাক জনাম বোলা কথাটোও বাদ দিব লগা হ'ল। কাৰণ ফুকন ছাৰৰ স্পৰ্শত মই কিবা বুজাব নোৱাৰা তৃপ্তি, মিঠা মিঠা আৰাম অনুভৱ কৰিবলৈ ধৰিলো। কিতাপ বহী আগতলৈ মই সদায় ফুকন ছাৰৰ আগমনলৈ বাট চাই থকা হলো। তেওঁক নিৰ্দ্দিষ্ট কৰি দিয়া চকীখন আঁতৰাই পেলালো। দিনবোৰগৈ থাকি। সেই অমঙ্গলীয়া দিনটো আছিল আঘোণ মাহৰ শুক্রবাৰ এটা। ঘৰত কোনো নাছিল। ককা গ'ল হাতীটোৰ ওচৰলৈ। দেউতা অফিচত; মা গ'ল দাৱনীহঁতক জলপান দিবলৈ। মই অকলে ফুকন চাৰৰ বাবে বাট চাই আছো। নিৰ্দ্দিষ্ট সময়ত ফুকন ছাৰ আহিল। ঘৰখন নিজান নিটাল দেখি ঘৰত কোনো নাই নেকি তেওঁ জানিবলৈ বিচাৰিলে। মই সঁচা কথাটো কৈ দিলো। তেওঁ হয়তো অত দিনে সেইটো সুবিধাকে বিচাৰি আছিল। গতিকে সময় অপব্যয় নকৰিলে। মোক সাৱটি ধৰি দাঙি নি মোৰ শুৱনী কোঠা পোৱালেগৈ। তাৰ পিচত কোঠাৰ দৰ্জাখন বন্ধ কৰি মোৰ গোটেই শৰীৰটো পনিয়ল পিটিকা দিবলৈ ধৰিলে। মইও হয়তো বহুত দিনৰে পৰা ফুকন ছাৰৰ পৰা তেনে কোৱা ব্যৱহাৰ এটা পাম বুলিয়েই আশা পালি আছিলো। গতিকে তেওঁৰ লগত সহযোগীতাহে আগবঢ়াই গ'লো। এটা সময়ত তেওঁ মোক ওপৰলৈ মুখ কৰাই শুৱাই ললে। মইও বৰ্ণনা কৰিব নোৱাৰা তৃপ্তি পোৱাৰ পৰম আশাৰে চকু দুটা মুদি পৰি ৰ'লো। কিন্তু আশাত চেঁচা পানী ঢালি মোৰ গাৰ ওপৰৰ পৰা তেওঁ উঠি যাবলৈ বিচাৰিলে। মই এৰি নিদিলো। তেওঁও বহুতপৰ যত্ন কৰিলে, কিন্তু সফল নহ'ল। পুৰুষত্বহীন সেই ফুকন ছাৰৰ প্রতি মোৰ ভীষণ ঘৃণা ভাৱ উপজিল। অতৃপ্তি জালাত মই নিজকে শাসনত ৰাখিব নোৱাৰি, গাত লাগি ধৰা চিনা জোক্ এটাক এৰোৱাই দলিয়াই পেলোৱাৰ দৰে, ফুকন ছাৰকো মোৰ গাৰ ওপৰৰ পৰা দলিয়াই পেলোৱাই নহয়, গোৰ দুটামান মাৰি বিচনাৰ পৰা বগৰাই মাটিত পেলাই দিলো। লাজে অপমানে নপুংসটো গুছি গ'ল।" দীপাৰ জীৱনৰ ৰহস্যপূৰ্ণ কাহিনী শুনি ফুলবৰে

দীঘলীয়া উশাহ এটা টানি ক'লে - "বেচেৰা দুৰ্ভগীয়া ফুকন ছাৰটো। মোৰ বা গতি কি হয় কোনে জানে। পিচে তাৰ পিচৰ দিন বিলাকত যত্ন কৰি নাচালা?"

"নাই। সেই দিনাই শেষ। ঘৰুৱা শিক্ষকৰ পদৰ পৰা তেওঁ নিজে নিজে অৱসৰ ল'লে।"

"ফুকন চাৰৰ পিচত তোমাৰ জীৱনলৈ কোন আহিছিল? তেওঁৰ ইন্টাৰভিউ লৈ চাইছিলা নে?"

"নাই চোৱা। চাম বুলিয়েইতো মাতি আনিছো। কাৰণ দ্বিতীয়জন আপুনি নিজেই।"

এইবাৰহে মৰিলো। তাৰ মানে আজি তুমি মোৰ পুৰুষত্বৰ পৰীক্ষা ল'বাই?"

"নিশ্চয়।"

"মোৰ অৱস্থাও যদি তোমাৰ ফুকন ছাৰৰ দৰেই হয়। তেতিয়া মোৰ শাস্তিও একে হ'ব নেকি?"

"আপুনিও যদি সেই ফুকন চাৰৰ দৰেই নপুংসক, তেন্তে আগতিয়াকৈ চাৰেগুৰ কৰক। মই উঠি যাওঁগৈ। মিছাতে টোপনি ক্ষতি নকৰো।"

গৰ্ব্বীতা, অহংকাৰীণী দীপাৰ কথাত ফুলবৰৰ ভীষণ খং উঠিল। অত্যন্ত অপমান বোধ কৰিলে। সাধাৰণ ছোৱালী এজনীয়ে তাৰ পুৰুষত্বৰ প্ৰমাণ চাব বিচাৰে। তোমাক বলে নোৱাৰো বুলি কৈ তাই ওচৰত চাৰেগুৰ কৰিব লাগে। ইমান অহংকাৰী। এইক আজি এশিকনি দিবই লাগিব। নহ'লে তাই গোটেই পুৰুষ জাতিটোকে নপুংসক বুলি সেও জ্ঞান কৰিব। পুৰুষত্বক ইমান অপমান কাৰীক সি ক্ষমা কৰিব নোৱাৰিলে। পুৰুষত্ব অপমানৰ পুতক তুলিবলৈ সাজু হ'ল সি।

ফুলবৰে বৰ মৰম লগাকৈ ক'লে, "দীপা, মোৰ সোণজনী। তুমি উঠি যাব নালাগে। তোমাৰ টোপনি ক্ষতি নকৰাওঁ। তুমি নিচিন্তে ইয়াতে শুব পাৰিবা। কিন্তু তাৰ আগতে মই নপুংসক হওঁনে নহওঁ এবাৰ পৰীক্ষা কৰি চাওঁ দেই তুমি বেয়া নাপাবা। আজিলৈকে ক'তো এনে ধৰণৰ ইন্টাৰভিউত বহি পোৱা নাইতো, গতিকে ইন্টাৰভিউ নিদিয়াকৈ কেনেকৈ চাৰেগুৰ কৰো বাৰু?" বুলি কৈ দীপাক সাবট মাৰি ধৰি লৈ তাইৰ গাত থকা বস্ত্ৰবোৰ এপদ এপদকৈ খুলি ওচৰৰ চকীখনলৈ দলিয়াই দিলে। তাৰ পাচত দীপাৰ যৌন উত্তেজনা বঢ়াই তুলিবলৈ নানা ধৰণৰ শৃঙ্গাৰৰ কামত মনোযোগ দিলে। প্ৰায় আধা ঘন্টা সময় সি শৃঙ্গাৰৰ কামত ব্যস্ত থাকিল। সেই অভিমানী ছোৱালী জনীয়ে তাৰ শৃঙ্গাৰৰ জ্বলা সহ্য কৰিব নোৱাৰা হৈ আহিল, তেতিয়া সি তাইক ওপৰলৈ মুখ কৰাই শুৱাই লৈ তাইক তাইৰ ফুকন ছাৰে দিব নোৱাৰা তৃপ্তিকণ দিবলৈ ধৰিলে। ফুলবৰ নামৰ সেই পাহুৱাল ডেকাটোৰ পৰা কাহানিও নোপোৱা স্বৰ্গীয় সুখ, আনন্দ আৰু তৃপ্তিত আত্মহাৰা হৈ ফুলবৰ

কন্ধালত অতি জোৰেৰে সাবটি ধৰি চকুযোৰ মুদি দিলে। কিন্তু ফুলবৰে সেই গৰ্ব্বীতা ছোৱালীজনীক কেৱল সুখ দিয়াতে ক্ষান্ত নাথাকি তাৰ পুৰুষত্বৰ বীৰত্ব দেখোৱাবলৈ ইচ্ছা কৰিলে। দীপাই যেতিয়া চৰম তৃপ্তি লাভ কৰি ফুলবৰৰ লগত সহযোগ কৰিব নোবাৰা হৈ,আহিল তেতিয়া সি দীপাক নতুন আসনত ৰাখি নতুন উদ্যমেৰে অঙ্গ চালনা কৰিবলৈ ধৰিলে। ইফালে দীপাই ফুলবৰৰ আক্ৰমণ সহ্য কৰিব নোৱাৰি তাইক মুক্তি দিবৰ কাৰণে কাকুতি-মিনতি কৰিবলৈ ধৰিলে। তাই কাকুতি-মিনতি শুনি ফুলবৰৰ বেয়া লাগক চাৰি তাক অপমান কৰাৰ প্ৰতিশোধ স্পৃহা বাঢ়িহে গ'ল। সি সঘনে আসন সলাই সলাই সম্ভোগ কৰিবলৈ ধৰিলে। ফলত তাইৰ সেই কাকুতি-মিনতি কান্দোনলৈ ৰূপ ল'লে। পোন্ধৰ মিনিটমান তাইক কন্দোৱাই কাম চলাই থাকিল। শেষত তাই কান্দোন শুনি মাহীয়েক উঠি আহিব পাৰে বুলি ভয় কৰি সামৰণি মাৰিলে। তাইৰ ওপৰৰ পৰা নামি সি বাথৰুমলৈ গ'ল। বাথৰুমৰ পৰা ঘুৰি আহি দেখে যে তাই কান্দোন ইতিমধ্যে বন্ধ হৈছে কিন্তু এতিয়াও নিজৰ বস্ত্ৰখন টানি আনি পিন্ধি লবলৈ শক্তি গোটাব পৰা নাই। সি মিচিকীয়াই হাঁহি, "কেনে মজা? মোক নপুংসক বনাবলৈ যাৱ" ভাবত বিচনাৰ কাষতে ঠিয়হৈ চকীৰ পৰা তাইৰ বস্ত্ৰখন টানি নি তাইৰ গাত পেলাই দিলে। কোঠাৰ লাইটটো জ্বলি থাকিবলৈ দি সিও তাইৰ কাষতে শুই পৰিল। তাৰ পিছত তাইক সাবটি ধৰিলৈ তাৰ বুকুৰ মাজলৈ টানি আনি সুধিলে, "মই তোমাৰ ইন্টাৰভিউত পাচ কৰিছো নে?" দীপাই ক'লে, "আপুনি বৰ সাংঘাতিক। আপোনাৰ সকলো কামেই ভয়ঙ্কৰ।"

সি তাইৰ কাণৰ ওচৰত ফুচফুচাই ক'লে, "এবাৰতে ইমান ভাগৰি পৰিলে কেনেকৈ হব? দিয়ানা, এনেয়ে পৰি থকাতকৈ পুনৰ আৰম্ভ কৰো।"

দীপাই ক্ষমা খোজাৰ সুৰত কলে, "আপোনাক কাবৌকৈ মাতিছো, মোক আৰু আমনি নকৰিব। মই আৰু সহ্য কৰিব নোৱাৰিম। মৰি থাকিম।"

ফুলবৰে তেতিয়া সুধিলে, "মোৰ পুৰুষত্বক তেতিয়া হ'লে তুমি স্বীকাৰ কৰিছা?"

"এবাৰ দুবাৰ নহয়। শত সহস্ৰবাৰ স্বীকাৰ কৰিছো। আপোনাৰ পুৰুষত্ব শক্তি, স্ত্ৰী সম্ভোগৰ শক্তিতকৈ উৰ্দ্ধত।" দীপাই ক'লে।

"এতিয়া নিচিন্তে শুই থাকা" বুলি কৈ দুয়ো শুই পৰিল। সময় বোৰ পাৰহৈ গৈ থাকিল। ৰাতি এক বজাত ফুলবৰে সাৰ পালে। সি লাহেকৈ উঠি বাথৰুমলৈ গ'ল। তাৰ পৰা ঘুৰি আহি দীপাকো বাথৰুমৰ পৰা আহিবলৈ তাই গাত ধৰি জগাই দিলে। তাইৰ গালৈ এতিয়াও আগৰ শক্তি ঘুৰি অহাই নাই। ডেৰ দুই ঘন্টীয়া ফুলবৰৰ সম্ভোগৰ নিচা এতিয়াও তাই গাত লাগিয়েই আছে তথাপি ফুলবৰে বেয়া পাব বুলি ঢলং পলং কৈ উঠি গৈ বাথৰুমৰ পৰা আহিলগৈ। দুয়ো পুনৰ বিচনাত পৰিল। ফুলবৰে ভাবিলে আগৰবাৰ তাইক যথেষ্ট শাস্তি দি তাৰ পুৰুষত্বৰ চিনাকী দিব লগা হ'ল। এতিয়াও তাৰ প্ৰতি থকা

ভয় ভাব তাইৰ অন্তৰৰ পৰা দূৰ হোৱা নাই। এইবাৰ তাইক তাৰ কৰ্ম্মৰ দ্বাৰা বুজাই দিবলৈ মন গ'ল যে সি নাৰীক কেৱল শাস্তি দিব জনাই নহয় নাৰীয়ে বিচৰা ধৰণেই সুখ, তৃপ্তি আৰু হিয়া উপচাই মৰমও দিব জানে। তেহে তাইৰ অন্তৰৰ পৰা ভয় ভাব দূৰ হ'ব। ইয়াকে ভাবি সি দীপাক সাৱটি ধৰি কাষলৈ চপাই আনিলে। দীপাৰ মন নাছিল তথাপি ফুলবৰৰ কাৰ্য্যত বাধা নিদিলে। সি এইবাৰ দীপাক জুখি জুখি মৰমবোৰ দি গ'ল। অলপ আগলৈকে দুৰ্বলহৈ পৰি থকা দীপাজনী ফুলবৰৰ হাতৰ মৰমৰ পৰশ পাই ক্ষন্তেকৰ পিচতে সজীৱ আৰু উত্তেজিত হৈ উঠিল। আমন-জিমনকৈ পৰি থকা দীপাজনীয়ে ফুলবৰ প্ৰতিটো কাৰ্য্যতে অতি উৎসাহেৰে সহযোগ কৰিবলৈ ধৰিলে। অতি সোনকালে দুয়ো পৰস্পৰে পৰস্পৰক তেনেই ওচৰত পাবলৈ বিচাৰিলে। কাল বিলম্ব নকৰি দীপাৰ মন পৰিপূৰ্ণ হোৱাকৈ ফুলবৰে মৰম উপচাই দিলে। তাৰ পিচত দুয়ো পৰম শান্তিৰে নিদ্ৰা দেৱীৰ কোলাত শুই পৰিল। অলপ আগৰ সেই ভয়ঙ্কৰ মানুহটোৰ দয়ালু মৰম আৰু আদৰ পাই দীপাৰ হিয়া আনন্দত উপচি পৰিল। তাই টোপনিতো ফুলবৰৰ ডিঙিটো সাৱটি ধৰি থাকিল।

ৰাতি পুৱা যেতিয়া তাই সাৰ পালে, তেতিয়া তাইৰ তেনেই কাষতে শুই টোপনি গৈ থকা ফুলবৰৰ দুগালত দুটা চুমা খাই তাক আমনি নিদিয়াকৈ লাহে লাহে বিচনাৰ পৰা নামি আহিল। এঘন্টা মানৰ পলমকৈ সিও সাৰ পালে। মুখ হাত ধুই চাহ একাপ খালে। তাৰ পাচত ভাত পানী খাবলৈ নবৈ কপোৰ কানি পিন্ধি ঘৰলৈ যাবলৈ সাজু হ'ল। দীপাই দুদিনমান মাহীয়েকৰ লগত থাকিম বুলি কোৱাত সি অকলে গুছি আহিল।

অকলে গাড়ী চলাই আহি থাকোতে তাৰমনলৈ নানান চিন্তা আহিবলৈ ধৰিলে। সি জানো এনে কোৱা এটা জীৱন বিচাৰি উত্তৰ পাৰ এৰি থৈ দক্ষিণ পাৰলৈ আহিছিল? সিটো কোনো দিন ছোৱালীৰ সঙ্গ বিচাৰি ফুৰা নাই। তেন্তে ছোৱালীবোৰে তাৰ সঙ্গ বিচাৰে কিয়? একে লেঠাৰিয়ে ইজনীৰ পিচত সিজনী ছোৱালীয়ে তাক কিয় লম্ভি ফুৰিছে? চৌধুৰী পৰিয়ালে তালৈ দীপাক বিয়া দিয়াৰ পাং পাতিছে। দাদীমাৰ মতলবও সি ভাল দেখা নাই। কিবা মতলব নহলে এজনী গাভৰু জীয়েকক ন দহ দিনকৈ তাৰ লগত অকলশৰে এৰি আঁতৰি থাকিব কিয়? দুই ঘৰে তাক ঘৰ জোঁৱাই কৰিলোৱাৰ ইচ্ছা। এটা ল'ৰাই দুঘৰত কেনেকৈ ঘৰ জোঁৱাই খাটিব? সি ঘৰ জোঁৱাইৰ চাকৰিটো বিচাৰি এই পাৰলৈ অহা নাছিল। তাৰ নিজা বুলিবলৈ এতিয়া ঘৰ এখন আছে। তাৰ পিতৃ-মাতৃ এতিয়াও জীৱিত। তাৰ পিতৃ-মাতৃক চিৰ জীৱনৰ বাবে এৰি সি ইয়াত সুখেৰে ঘৰ জোঁৱাই হৈ থাকিব পাৰিব জানো? থকাতো উচিত হ'বনে? নাই সি নোৱাৰে। তাৰ সুদীৰ্ঘ ভৱিষ্যত জীৱনটো কাৰো ওচৰত বিক্ৰী কৰি দিব নোৱাৰে। সি অতি সোনকালে ইয়াৰ পৰা পলোৱাৰ বাদে অন্য উপায় নাই।

এইবোৰকে ভাবি ভাবি আহি থাকোতে সি অমৃত সিঙৰ ঘৰ পালেহি। ঘৰ আহি পায়েই সি গামোচা এখন কান্ধত পেলাই লৈ গা ধোবৰ বাবে ওলাই গ'ল। গা পা ধুই আহি সি খোৱা টেবুলত বহিল। দাদীমাই ইতিমধ্যে তাৰ খানা টেবুলত সজাই ৰাখিছিল। খাইবৈ উঠি সি কামলৈ যাবৰ বাবে কাপোৰ কানি পিন্ধিবলৈ নিজৰ কোঠাত সোমাল। কোঠাত সোমায়েই সি তাৰ বিচনাত ইন্দুক বহি থকা দেখিলে। যাক দেখা নকৰাকৈ সোনকালে পলাবৰ মনেৰে সি খৰধৰ লগাইছিল, তাই আহি তাৰ বিচনাত বহি আছেহি সি যেন বৰ ব্যস্ত, ইন্দুক মাত এষাৰ দিবলৈও যেন তাৰ সময় নাই। এই ভাব দেখুৱাই সি ইন্দুৰ উপস্থিতিলৈ গ্ৰাহ্য নকৰি পিন্ধা উৰা কামত লাগিল। তাকে দেখি ইন্দুৰে তাক কাট্ মাৰি সুধিলে, "আকৌ কেনিবা যাব হ'ল নেকি? ইমান ব্যস্ত যে। মোক মাত এষাৰ লগাবলৈও যে আপোনাৰ সময় নাইকীয়া হ'ল। কাৰণটো কি? নে দীপাৰ লগত আজিও কৰবালৈ যোৱাৰ প্ৰগ্ৰেম বনাই আহিছে?"

সি থত্ মত্ খাই উত্তৰ দিলে, "নাই, নাইতু। মই কামলৈ যাবলৈহে ওলাইছো।"

তাই হাঁহি মাৰি ক'লে, "আঠ বজাই নাই। ন বাজিবলৈ এতিয়া এঘন্টা বাকী। দীপাৰ লগত গোপনীয় প্ৰগ্ৰেম নাই যদি ইমান উথপ্ থপ কিয়? বাৰু কওঁকচোন, যোৱা ৰাতি আপুনি বহুত পৰিশ্ৰম কৰিব লগা হ'ল নেকি? একে ৰাতিৰ ভিতৰতে যে তেনেই শুকাই খিনাই ঘৰ ওলাইছেহি?"

ইন্দুৰ কথা শুনি তাৰ তাৰ গা বাজিল। সি তাৰ একো নোহোৱাতো প্ৰমাণ কৰি দেখুৱাবৰ কাৰণে ডাঙৰকৈ খোলা হাঁহি এটা মাৰিব খুজিছিল, কিন্তু তাৰ মুখত বিকৃত হাঁহি এটাহে ফুটি উঠিল। সেই হাঁহিৰেই সি ক'লে, "নাইতু, সকলো ঠিকেই আছে। তুমিনো মোক ক'ত খিনোৱা দেখিলা?"

তাই পুনৰ সুধিলে, "বাৰু কওঁকচোন, দীপাক কেনে লাগিল? মোৰ দৰেই নে মোতকৈ মিঠা - আই মিন টেষ্টটো অলপ বেলেগ?"

ফুলবৰে আচৰিত হোৱাৰ ভাও ধৰি কলে "ইন্দু তুমি এইবোৰ কি কৈছা? মইনো দীপাক ক'ত লগ পালো? মই বেলেগ এঠাইলৈ গৈছিলো।"

ইন্দুৰে তাৰ কথালৈ অলপো কৰ্ণপাত নকৰি পুনৰ সুধিলে, "দীপাক যোৱা গোটেই ৰাতিটো উপভোগ কৰি পুনৰ লগত লৈ আহিছে নে, নাই পুনৰ উপভোগ কৰিবৰ বাবে মাহীয়েকৰ ঘৰত থৈ আহিছে?"

সি খং ভাব দেখুৱাই মিছা মাতিবলৈ যত্ন কৰিলে যদিও তাৰ মুখৰ বৰণ সঘনে বদলি হ'বলৈ ধৰিলে। তথাপি সি যেঁহাই যেঁহাই কৈ চালে, "নহয় ইন্দু, তুমি মোক ভুল ভাবিছা। তুমি মোক মিছাকৈ সন্দেহ কৰিছা। তুমি পাগলী হৈছা।"

ইন্দুৱে কন্দনামুৱা হৈ ক'লে, "মই পাগলী হোৱা নাই ধুনুদা, মই থিকেই আছো। আপুনিহে দীপাৰ দেহাটো উপভোগ কৰিবলৈ পগলা হৈ ফুৰিছিল আৰু কালি তাইৰ ঘৰত সেই সুবিধা কণ উলিয়াব নোৱাৰি নাহৰকটিয়াত থকা তাইৰ বিধবা মাহীয়েক জনীৰ ঘৰলৈ নি তাইক গোটেই ৰাতি উপভোগ কৰি আহিছে। মোৰ আগত আপুনি মিছা মাতিবলৈ যত্ন নকৰিব। মই কালি আপুনি ওলাই যোৱাৰ পিচতে সকলো খা-খবৰ সংগ্ৰহ কৰিলো। মাত্ৰ তাই আজি আপোনাৰ লগত ঘূৰি আহিছেনে নাই সেইটো খবৰহে নাপাওঁ। তাইৰ পৰা আপোনাক আঁতৰাই অনাৰ উদ্দেশ্য লৈয়েই মই আপোনাক একেৰাহে ন দিনকৈ মোৰ দেহাটো দান কৰিছিলো। কিন্তু সকলোবোৰ মিছা হ'ল। মই মিছাতে মোৰ পবিত্ৰ শৰীৰটো চোৱা কৰিলো। মই মোৰ ভৱিষ্যৎ জীৱনটো ধ্বংস কৰি ল'লো।" তাই আৰু কথা ক'ব নোৱাৰা হ'ল। বিচনাখনতে বাগৰি কান্দিবলৈ ধৰিলে। সি তাইৰ কাষ চাপি গৈ মৰম কৰি দিব খুজিলে। কিন্তু তাক স্পৰ্শ কৰিবলৈ নিদি একে জাপে বিচনাৰ পৰা নামি, খঙত জ্বলি পকি উঠি ক'লে, " আপুনি মোক আৰু কোনোদিন মৰম কৰিব নালাগে। আপোনাৰ প্ৰতি মোৰ ঘৃণা ভাব ওপজিছে। আপুনি মানুহ নহয় এটা লম্পট, ঠগ, প্ৰবঞ্চক। আপোনাৰ মুখ মই আজিৰ পৰা নাচাও। আপুনি আৰু কোনোদিন ইন্দু বুলি নামাতিব। এই বুলি কৈ তাই ওলাই নিজৰ কোঠাত সোমাই দৰ্জা বন্ধ কৰি শুই পৰিল। ফুলবৰে বহুত সময় মৌন হৈ নিজৰ ৰুমতে সোমাই থাকিল। তাৰ পিচত ঘড়ীটোলৈ চাই দেখে যে চাৰে ন বাজিল। কামলৈ যাবলৈ তাৰ পলমেই হ'ল। সি খৰখেদাকৈ চোলাটো পিন্ধি বাহিৰ ওলাই আহিল। বাহিৰত সিং দাদাক যে নাই নায়েই গাড়ী খনো নাই। মটৰ চাইকেলৰ চাবিটোও কালি ওলাই যাওঁতে সি সিংদাদাকৰ হাতত দি গৈছিল। সিং দাদাক ক'লৈ ওলাই গৈছে আৰু মটৰ চাইকেলৰ চাবিটোৰ কথা দাদী মাকে জানে নেকি সুধিবৰ কাৰণে সি দাদীমাকক বিচাৰিলে। ঘৰৰ ভিতৰে বাহিৰে সকলোতে চালে। নাই। দাদীমাকও নাই। সি কি কৰো কি নকৰো বুলি ভাবি ভাবি নিজৰ কোঠা পালেহি। সি বিচনাখনতে বহি লৈ কিছু সময় ভাবিলে। অৱশেষত সি ভাবি পালে যে কালি দীপাৰ লগত গৈ নিজৰ ভৱিষ্যতটো নিজে ধ্বংস কৰি পেলালে। তাৰ লম্পট চৰিত্ৰৰ কথা ইতিমধ্যে এই ঘৰখনৰ সকলোৱে জানি গৈছে। তাৰ ওপৰত আৰু এই ঘৰখনৰ কাৰোৱে আস্থা নাই। সেয়েহে সি থকা অৱস্থাতো সিংদাদাই নিজেই কামলৈ ওলাই গ'ল। তেখেত সকলে মুখেৰে একো নকলেও কামে কাজে বুজাই দিছে যে তাৰ প্ৰয়োজন আৰু এইখন ঘৰত নাই। সি আৰু অধিক চিন্তা কৰি সময় খৰচ কৰিবলৈ মন নকৰিলে। কাগজ কলম যোগাৰ কৰিলৈ চিঠি এখন লিখিলে।

পূজনীয় সিংদাদা আৰু দাদীমা,

মোৰ সেৱা গ্ৰহণ কৰিব। কালি সেই চৌধুৰী পৰিয়ালটোৰ অনুৰোধ

ৰক্ষা কৰিবলৈ গৈ মই আপোনালোকৰ মৰম, স্নেহ, বিশ্বাস, আস্থা সকলো হেৰুৱালো। মোৰ প্ৰয়োজন চাগে আপোনালোকে নাই বুলিয়ে ধৰি ল'লে। গতিকে মইনো আৰু ইয়াত কি লৈ জীয়াই থাকিম। মই যাওঁ মোৰ সৰ্ব্ব দোষ ক্ষমা কৰি দিব।

ইতি আপোনালোকৰ 'ফুল'

চিঠিখন লিখি সি টেবুলৰ ওপৰতে থলে। তাৰ পিচত নিজৰ কাপোৰ কানি কেইডুখৰ কাগজ এখনেৰে মেৰিয়াই লৈ কোঠাটোৰ পৰা ওলাই গ'ল। ইন্দুৱে শুই থকা কোঠাটোলৈ চকু দিলে। দৰ্জা বন্ধ হৈয়ে আছে। যাবৰ পৰত শেষ বাৰৰ কাৰণে ইন্দুক মাত এষাৰ লগাই যাওঁ বুলি সি আগুৱাই গৈ ইন্দুৰ কোঠাৰ দৰ্জাখনৰ কাষতে ৰ'ল। দৰ্জাখনত হেঁচা এটা মাৰি চালে। ভিতৰৰ পৰা বন্ধ কৰি থোৱা আছে। সি বাহিৰৰ পৰাই তিনি চাৰিবাৰমান ইন্দু ইন্দু বুলি মাতিলে। কিন্তু ইন্দুৱে তাক কোনো সহাৰি নজনালে। সি ক'লে, "ইন্দু, মই যাওঁ। যাবৰ পৰত তোমাক মাত এষাৰ দি যাওঁ বুলি আহিছিলো। বিদায় ইন্দু। মোৰ টেবুলতে চিঠি এখন আছে। সিংদাদাক দিবা। পাৰিলে মোক ক্ষমা কৰি দিবা।" কথা কেইষাৰ কৈয়েই সি খৰ খোজেৰে ওলাই গৈ গেট পাৰহৈ তেল নগৰীৰ জনতাৰ লগত মিলি ফুল নামৰ ডেকাটোৰ অস্তিত্ব হেৰাই গ'ল। বহুত দূৰত ধুনুদা, ধুনুদা বুলি চিঞৰা সি শুনিছিল। কিন্তু ঘূৰি নাচালে।

বাটত উঠি সি পুনৰ ডিব্ৰুগড়ত উপস্থিত হ'লগৈ। বাচ ষ্টেণ্ডৰ পৰা সি ঘাটৰ ফালে আগবাঢ়িল। সুপ্ৰিয়াহঁতৰ ঘৰলৈ গৈ পুনৰ জঞ্জাল কিছুমান চপাই লবলৈ তাৰ মন নগ'ল। মানুহবোৰ ইপাৰ সিপাৰ হোৱা দৃশ্যবোৰকে চাই চাই সি পশ্চিম আকাশত বেলিটো ডুব যোৱালৈকে ঘাটতে বহি থাকিল। গধুলি পৰত সৰু হোটেল এখনত ভাত দুটামান খাই সেই হোটেলতে বেঞ্চ এখনত শুই বহি ৰাতিটো কটাই দিলে। পিচ দিনা তাৰ সঞ্চিত টকা কেইশ মান খৰচ কৰি ব্ৰহ্মপুত্ৰ নদীৰ পাৰতে ঘাটলৈ অহা যোৱা কৰা যাত্ৰীয়ে চাহ মিঠাই খাব পৰা সুবিধাৰ ঠাই এটুকুৰা নিৰ্ব্বাচন কৰি সৰুকৈ চাহ মিঠাইৰ দোকান এখন খুলিলে। এদিন দুদিনকৈ দিনবোৰ পাৰ হ'ল। তাৰ ব্যৱসায়েও দিনে দিনে উন্নতি ঘটিল। গ্ৰাহকৰ চাহিদা অনুসৰি সি এদিন হোটেলৰ কলেবৰটো বহলাই চাহৰ লগতে ভাত খাব পৰাও ব্যৱস্থা কৰিলে। লাহে লাহে সি দুই তিনিটা হোটেল বয় আৰু এটা কাৰিকৰও ৰাখিব পৰা হ'ল। এটা সময়ত তাৰ হোটেলখন এখন নামী হোটেললৈ ৰূপ ল'লে। ঘাটলৈ আহি পাৰ হ'ব নোৱাৰি বিপদত পৰা মানুহক আশ্ৰয় দিব কাৰণে সি তাৰ হোটেলত চাৰি পাঁচজন মানুহ থাকিব পৰাকৈ কেইটামান আচুতীয়া কোঠাও ব্যৱস্থা কৰি দিলে। এদিন দেখা গ'ল তাৰ হোটেলৰ সন্মুখত "বাবা ব্ৰহ্মপুত্ৰ হোটেল" বুলি লিখা এখন নাম ফ্লক ও ওলমিল। এইদৰে এবছৰ দুবছৰ কৰি ফুলবৰৰ হোটেল মেনেজাৰ জীৱন সাতটা বছৰ পাৰ হ'ল। এই সাতটা বছৰত সি বহুত টকাই উপাৰ্জন কৰিলে। সেই হোটেল খনে

দিয়া উপাৰ্জনেৰেই সি তাৰ বাকী জীৱনচোৱা সুখে শান্তিৰে কটাব পাৰিলে হেঁতেন। কিন্তু বিধিৰ বিধান সি ভবা মতে নাছিল। বিধিয়ে তাক কতো সুখ শান্তিৰে কটাবলৈ নিদিয়ে। এই সাত বছৰ কোনো যুৱতীৰ পাল্লাত পৰি সি খেদা খাব লগা নহল যদিও তাৰ হোটেলৰ সন্মুখত আৰি থোৱা নামটোৰেই খেদিলে। বাৰিষা ফেনে ফুটুকাৰে বিৰাট বিৰাট ঢৌ খেলি খেলি নাচি বাগি অহা ডেকা ব্ৰহ্মপুত্ৰই ও তাক খেদাব নোৱাৰিলে। কিন্তু খৰালি গাৰ চাল টোটোৰা টোটোৰ পৰা বাবা ব্ৰহ্মপুত্ৰই নদীখনৰ পাৰ খহাই খহাই আহি আহি এদিন ফুলবৰৰ হোটেল খনো খহাই লৈ গ'ল। তাৰ মনতো একেবাৰে ভাগি পৰিল। সি আৰু দক্ষিণ পাৰত থাকিবলৈ ইচ্ছা নকৰিলে। তাৰ হোটেলৰ কামত সহায় কৰা কৰ্ম্মী কেইজনক দিব লগা দৰমহা কেইটা আদায় দি পিচদিনা দক্ষিণ পাৰৰ পৰা উত্তৰ পাৰলৈ পাৰ হ'বৰ মনেৰে ফেৰিত উঠিল। ❖❖

# আঠ

বহুত বছৰৰ মূৰত ঘৰৰ পৰা ভাগি যোৱা পুতেকটোক পুনৰ ঘুৰাই পাই বাপেক মাক দুয়োয়ে তাক আদৰি ল'লে। দুদিন মানলৈ ককায়েক বৌৱেকেও তাক উপকৰা মৰম চেনেহ কৰি দেখুৱালে। দিন পুৰণি হোৱাৰ লগে লগে ককায়েক বৌৱেকৰ আচল স্বৰূপটো ওলাই পৰিল। পেটে পেটে সিহঁত দুটাই ফুলবৰ পুনৰ ঘৰলৈ ঘুৰাতো আশা কৰা নাছিল। হয়তুবা ইমান দিনে সি কৰবাত মৰিল বুলি ভাবিলৈ সুখী হৈছিল। ক'া নাই বতৰা নাই হঠাৎ এদিন ফুলবৰটো ফাটুংকৈ আহি ওলাই দিলত ককায়েক বৌৱেকৰ অন্তৰখনত বেদনাৰ ডাৱৰে ঘাটুংকৈ খুন্দা মাৰি দিলে। গতিকে এটা সপ্তাহ পাৰ নৌ হওঁতেই বৌৱেকে তাক হকে-বিহকে দুই এটা টান কথা শুনাই, থেকেচ্-নেকেচ্ খন লগাবলৈ ধৰিলে। গৰম ভাত সিজাই সিহঁতৰ পৰিয়ালে খাই, তাক কৰকৰা পইটা একাহি ঠেলা মাৰি দি তাৰ মনত আঘাট দিবলৈ ধৰিলে। কথাটো তাৰ মাক বাপেকেও লক্ষ্য নকৰাকৈ থকা নাছিল। দিনৰ দিনটো হালকোৰ মাৰি, খৰি খেৰ যতনাই দিয়াৰ উপৰি ককায়েকৰ প্ৰতিটো কামতে সহায় কৰি দিয়াৰ পিছতো বৌৱেকৰ পৰা মৰমৰ মাত এষাৰ নাপাই, দুদিনতে তাৰ মন ভাগি পৰিল। সেয়েহে এদিন সি মাক-বাপেকক তাৰ ভাগত পাব লগা পিতৃ সম্পত্তি আৰু মাটি বাৰী কেইডৰা ভাগ কৰি দিবৰ বাবে খাটনি ধৰিলে। বাপেকেও সৰু-পুতেকৰ কথাত সন্মত হৈ এদিন গধুলি খাই বৈ উঠি দুটা পুতেকেকে ওচৰত বহুৱাই লৈ ক'লে, "বোপাইহঁত, আমি বুঢ়া বুঢ়ীহালনো জীয়াই থাকিম কেইদিন। আমাৰ লগৰ দুই চাৰিজন সিফলিয়া হলেই। আমাৰোবা কোন দিনা পাল পৰে ঠিক নাই। গতিকে দুই এদিনতে মোৰ মাটি বাৰী আৰু সম্পত্তি বোৰ তহঁত দুই ককাই ভাইৰ মাজত ভগাই দি আমি আজৰি হওঁ বুলি ভাবিছো, কথাটো তহঁতি কেনে দেখ? নে আমি মৰাৰ পিছত দুইটাই মকামিলাকৈ ভগাই লম বুলি ভাবিছ? শহুৰেকে কথাষাৰ কৈ শেষ কৰিবলৈ নাপালেই বোৱাৰীয়েকে টেকেচ্কৈ মাত লগালে, "ফুলবৰে বাপেকৰ মাটিবাৰী ভাগ খাবলৈ নাহো বুলি ফুটনি মাৰি ঘৰৰ পৰা ওলাই গৈছিল নহয়, এতিয়ানো তাক কি কাৰণে মাটিবাৰীৰ ভাগ দৰকাৰ হ'ল?"

বাপেকে বোৱাৰীয়েকৰ প্ৰশ্নৰ উত্তৰ বৰ পুতেকেই দিব বুলি ভাবি বহুত পৰ বৰপুতেকৰ মুখলৈ চাই ৰ'ল। কিন্তু বৰ পুতেকে ঘৈণীয়েকৰ প্ৰশ্নটো সমৰ্থন জনাই

মৌনহৈ বহিহে থাকিলে। বাপেকে আৰু কথা বহলাই ৰাতিখন কাজিয়া এখন সৃষ্টি কৰি লবলৈ ইচ্ছা নকৰিলে। বোবাৰীয়েকৰ একেষাৰ কথাতে আৰু বৰপুত্ৰৰ মৌন ব্ৰতত বুঢ়াই সকলো বুজি পাই গ'ল। তেওঁৰ মৃত্যুৰ পিচত মাটিবাৰী ভগাই খাবলৈ থলে পুতেকহালৰ কি গতি হব তাকো বুজি পালে। তিৰোতা সেৰুবা বৰ পুতেকক টানকৈ দুষাৰমান শুনাবলৈ বুঢ়াৰ মন গৈছিল, কিন্তু 'কুৰে কাটি গহনী' চপাই লবলৈ মন নকৰিলে। বুঢ়াই লাহেকৈ উঠি বিচনাত পৰিলগৈ। বোবাৰীয়েকৰ মুখৰ খজুৱতি মুখতে থাকিল।

ৰাতিপুৱা শুই উঠিয়েই বাপেক মিলায়ে গাওঁবুঢ়া আৰু দুই এজন গাওঁৰ মুখীয়াল মানুহ মাতি আনি ঘৰৰ সম্পত্তি আৰু বাৰী আৰু ৰূপীতলি মাটি সকলো সমানে দুভাগ কৰি দুই পুতেকক ভগাই দিলে। গাওঁৰ ৰাইজ আৰু বাপেকে বাৰী মাটি কেইডৰা সমানে ভগাই দিছিল যদিও সি ফুলবৰে তাৰ ভাগ নলৈ সম্পূৰ্ণ ককায়েককে দি দক্ষিণ পাৰত উপাৰ্জন কৰি অনা টকাৰে গাওঁখনৰ এমূৰত বাৰী মাটি কেইবিঘামান কিনি সম্পূৰ্ণ ঘৰৰ পৰা আঁতৰি গ'ল। বৌৱেক জনীৰ ওচৰত তাৰ থকাৰ ইচ্ছা নাই। ভাগ বিতৰণৰ সময়ত অলপ যে ঠোঁটা মোজা লগা নাছিল এনে নহয়। লাগিছিল। কিন্তু গাওঁৰ মুখীয়াল সকলৰ সহযোগত সকলো মিতমাত হৈ গ'ল। বুঢ়া মিলায়ে সম্পত্তিবোৰ দুটা ভাগ কৰো বুলি কওঁতেই গাওঁবুঢ়াই কৈছিল, "বান্ধৈ, মাটি কেইডৰা দুটা ভাগ কৰিলে কিন্তু কাম নচলিব। তিনিটা ভাগ কৰিলেহে যুগুত হব। কথাটো এতিয়াই চিন্তা কৰি নললে আপোনালোক বুঢ়া বুঢ়ীহালে পিচত পস্তাব। কাৰণ আজি কালি লৰাবোৰৰ মতি গতি ভাল নহয়। আপোনাৰ দুটা পুৰ ভিতৰত বুঢ়া বুঢ়ীহালক লালন পালন কৰিবলৈ এটা পুত্ৰ যদি আগবাঢ়ি নাহে তেন্তে আপোনালোক দুইজনৰ অৱস্থা কি হ'ব? গতিকে এটা ভাগ নিজলৈ ৰাখি থোৱা উচিত হব।"

গাওঁ বুঢ়াৰ সেই কথা শুনি ফুলবৰে জনালে "গাওঁ বুঢ়া দদাইদেউ, আপুনি উচিত চিন্তাকে কৰিছে। কিন্তু মই আপোনালোক সকলোৰে আগত কথা দিছো যে তৃতীয় ভাগটো নোপোৱাকৈয়ে মই মা-দেউতাক লালন পালন কৰাৰ দায়িত্ব লম। যদিহে মা-দেউতাই মোৰ লগত থাকো বুলি কয়। গতিকে দেউতাই ভাগ দুটা কৰো বুলিছে যেতিয়া দুটাকেই কৰক।"

তেতিয়া গাওঁৰ মুখীয়াল কেইজনে বুঢ়াৰ বৰ পুতেকলৈ চাই সুধিলে, "বোপা মোহন, ভায়েৰাই উপৰঞ্চি ভাগ এটা নিবিচৰাকৈয়ে বাপেক মাকহালক পোহপাল দিবলৈ মন মেলিছে, তাত তোমাৰ মতামত কি?"

মোহনে ও-আ কৰিবলৈ নাপালেই। গিৰিয়েকটোৰ কাষত বহি থকা ঘৈণীয়েকেই মোহনৰহৈ মাত লগালে, "বাপেক মাকহালৰে সৰু পুতেকলৈ মৰম চেনেহবোৰ বেচি। গতিকে তেওঁলোক সৰু পুতেকৰ লগত নাথাকি আমাৰ লগত থাকিবনে? সৰু পুতেকে

দায়িত্ব লওঁ বুলিছে, লওঁক। তাত আমাৰ মাতিব লগা একো নাই।”

মিলাই বোবাৰীয়েকৰ কথাবাৰ শুনি গাওঁ বুঢ়াৰ নীতি বচন এফাঁকিলৈ মনত পৰি হাঁহি উঠি গ'ল। তেওঁ মনতে ভু-ভোৰালে 'সিদ্ধি দিব খুজন্তে দোবাবে পাইলে পথ।' গা এৰা দিবলৈ বিচাৰি ফুৰা মানুহজনীয়ে বৰ সুবিধাতো পাই গ'ল। তেওঁ হাঁহি হাঁহিয়ে মন্তব্য কৰিলে, “ঠিকেই কৈছা বোবাৰী! সাপো মৰিল আৰু লাঠিও নাভাগিল। বৰ পোনা হৈ তুমিয়েই উত্তৰটো দিলা যেতিয়া সেইটোৱেই হওঁক। আমাৰনো তাত মাতিবলৈ কিটো আছে? নহয় জানো ডাওৰীয়া সকল?” মুখীয়াল সকলে 'হয়' বুলিলে।

এইদৰেই দুই ককাই ভাইৰ মাজত মাটি-বাৰী, সা-সম্পত্তিৰ ভাগ বিতৰণ হৈ গ'ল। ফুলবৰে এমাহৰ ভিতৰতে নতুনকৈ কিনিলোৱা মাটিটুকুৰাত ঘৰ-দোৱাৰ বনাই বেলেগ হৈ গ'ল। মাক-দেউতাককো তাৰ লগতে লৈ গ'ল। বেলেগহৈ যাবৰ দিনা দিনৰ ভাগত ভকতৰ দ্বাৰা নাম কীৰ্ত্তন কৰালে আৰু ৰাতিলৈ গাওঁৰ ৰাইজক মাতি ভোজ ভাত খোৱালে। ককায়েক বৌৱেকক সি নিজে গোৱা-পাণ আগবঢ়াই নিমন্ত্ৰণ কৰি গৈছিল যদিও শেহতীয়াকৈ ল'ৰা-ছোৱালী কেইটাক লগত লৈ ককায়েক উপস্থিত হ'লগৈ। কিন্তু বৌৱেকে খন্তেক দেখা দিবলৈও ন'গল।

কৰ্ম্মী ফুলবৰে কেইমাহ মানৰ ভিতৰতে বাপেকৰ সহযোগত নতুন বাৰীখনত নানান ধৰণৰ গছ পুলি ৰুই দেখনীয়া কৰি পেলালে। বাৰীখনৰ চাৰিও সীমাত ওখকৈ ঢাপ মৰাই লোৰ ফেন্‌চিং দি বাৰীত গৰু-ছাগলী সোমাব নোৱাৰা কৰি ললে। ওখকৈ ভঁৰাল এটা বনাই ল'লে। নতুন ঘৰত এবছৰ দিন বাস কৰিবলৈ নৌ পাওঁতেই মাকে পুতেকক বিয়াখন পাতি দিবলৈ ইচ্ছা কৰিলে। মাকৰ মনৰ ভাবটো সুবিধা বুজি এদিন পুতেকৰ আগত প্ৰকাশ কৰিলে। তাৰ উত্তৰ পুতেকে জনালে যে তাৰ বিয়া পতাত আপত্তি নাই। কিন্তু ছোৱালী মাক-বাপেকেই পছন্দ কৰি দিব লাগিব। সি মাত্ৰ দৰা সাজি ছোৱালী আনিবলৈহে যাব। আগতীয়াকৈ ছোৱালী চাবলৈ নাযায়। ছোৱালীয়ে যদি তাক চাবলৈ আহে তেন্তে তাৰ আপত্তি নাই আৰু লগতে জনালে যে তাৰ বাবে তেওঁলোকে এনেকুৱা ছোৱালী এজনী চাব যাতে পিচলৈ “তোৰ ঘৈণীয়েজনী আমোক হে, তোৰ ঘৈণীয়েজনী তামোক হে আদি মাত কথা সি শুনিব লগা নহয়। তাতোতকৈ ডাঙৰ গুণটো লাগিব যিজনী ছোৱালীয়ে নিজৰ মানুহটোতকৈ নিজৰ শহু-শাহুৰ আৰু আলহি অতিথিক বেছি শুশ্ৰূষা, ভক্তি কৰিব জানিব।

সৰু পুতেকৰ কথা শুনি বাপেক-মাক হালে জলকা লাগিল। সি বিচৰাৰ দৰে এনে সৰ্ব্বগুণী ছোৱালী এজনী এতিয়া সিহঁতি বিচাৰি উলিয়াই ক'ত? তথাপি সিয়ে বিয়া পাতিবলৈ মন মেলিছে সেয়েই বহুত বুলি ধৰিলে, মাক বাপেক দুয়ো ছোৱালী বিচৰাত লাগিল। বহুত বিচাৰ কোচাৰ কৰাৰ অন্তত ধেমাজিৰ এখন গাওঁত এজনী

ছোৱালীক পছন্দ কৰিলেগৈ। ছোৱালী খোজা মেলা কৰাৰ পিচত মানুহ ঘৰে ছোৱালী বিয়া দিবলৈ বাজি হ'ল কিন্তু তাৰ আগতে ল'ৰাটো চাবলৈ বিচাৰিলে। ছোৱালী খুজিবলৈ যোৱা মানুহ কেইজনৰ আগত দিন বাৰ দি ছোৱালীঘৰে ফুলবৰক মাতি পঠালে। ফুলবৰে আকৌ তাৰ বৈনায়েকটোক দূত হিচাবে ছোৱালী ঘৰলৈ পঠাই জনালে যে তাৰ বাপেক মাকে পছন্দ কৰা ছোৱালীজনীক সি ঘুৰাই চাবলৈ নাযায়। বিয়াৰ আগতে ছোৱালীয়ে যদি তাক চাবলৈ আহে আহিব পাৰে। ছোৱালী ঘৰৰ অন্য মানুহ অহাতো বাধা নাই। দূতৰূপী লৰাৰ বৈনায়েকৰ মুখে এই খবৰ পাই, ছোৱালীৰ বাপেক মাক আৰু বৰ জোঁৱায়েক তিনিও এই অহমক ভাবি জোৱাঁয়েকটোনো কেনেকুৱা চৰিত্ৰৰ মানুহ এবাৰ চাই আহো বুলি সিদ্ধান্ত লৈ এদিন ফুলবৰৰ ঘৰ ওলালেহি। তেওঁলোক আহি ভাবি জোঁৱায়েকৰ ঘৰ দোৱাৰ, মাটিবাৰী বিশেষকৈ ভাবি জোৱাঁয়েকটোৰ ৰূপ-গুণ, আচাৰ-ব্যৱহাৰবোৰ দেখি বুজি ছোৱালী নিদিও বুলি কব নোৱাৰিলে। ঘুৰি যাবৰ মনেৰে ঘৰৰ পৰা ওলাই অহা ছোৱালী ঘৰীয়া মানুহ তিনিজন ফুলবৰৰ ঘৰতে দুৰাতি কটাই বিয়াৰ দিন বাৰ একেবৰে চিঙিয়েই পেলালে। সকলো মিলি বিয়াৰ দিন বাৰ চিঙা কটা কৰি ছোৱালীৰ বাপেক মাকহঁত ঘৰলৈ গ'লগৈ।

- নিৰ্দ্দিষ্ট দিন তাৰিখ মতেই বিয়াৰ আয়োজন হ'ল। সেই দিনত বিয়াৰ উৎসব সাতদিন জুৰি চলিছিল। গাঁৱৰ সকলো ৰাইজ, মিতিৰ কুটুম মিলি ছয় দিন বৰ উলহ-মালহেৰে দৰা আৰু ছোৱালী দুই ঘৰতে বিয়া উৎসৱ চলাই ৰংতামাচা কৰি কটাইছিল। সপ্তম দিনা গাওঁৰ সকলো ডেকা-গাভৰুৱে মিলি ছোৱালী আনিবলৈ খোজেৰেই যাত্ৰা কৰিছিল। খোজেৰেই যাব লগা হোৱাৰ বাবে দুৰ বাট হ'লে দিনে পোহৰেই যাত্ৰা কৰিছিল। সামৰ্থ্য থকা ঘৰে লগত দুই চাৰিখন গৰু, ম'হ বা হাতী গাড়ীও নিছিল। ফুলবৰে বিয়া পতাৰ সময়ত উত্তৰ পাৰ বিশেষকৈ ধেমাজি জিলাত কোনো মটৰ গাড়ী চলা নাছিল। কাৰণ চৰকাৰী ৰাস্তা বুলিবলৈ একোৱেই নাছিল। মানুহৰ বসতিও তেনেই সেৰেঙা আছিল। এখন গাওঁৰ পৰা মানুহ অন্য এখন গাওঁলৈ লগত দুই তিনিজন নহলে নগৈছিল। দুখন গাওঁৰ মাজৰ হাবি-জংঘল, জান-জুৰি পাৰহৈ যাওঁতে দিনতে বাঘ, ভালুক, বনৰীয়া মহ আদি হিংস্ৰ প্ৰাণীবোৰে মানুহক আক্ৰমণ কৰিছিল। ফুলবৰে বিয়া পাতি আনিবলৈ বিচৰা ছোৱীজনীৰ ঘৰলৈ যোৱাও মুখৰ কথা নহয়। ত্ৰিশ কিলোমিটাৰ ৰাস্তা হাবিৰ তলে তলে, অনেক জান-জুৰি পাৰহৈ চাৰি পাঁচখন বনৰীয়া জীৱ-জন্তুৰে গিজ্ গিজাই থকা জয়াল হাবি পাৰহৈ যাব লাগিব। তথাপি জীৱনৰ লগৰীজনীক আনিবলৈ যাবই লাগিব বেতিয়া ফুলবৰহঁতে আবেলি ভাগতে যাত্ৰা আৰম্ভ কৰিলে। বৰযাত্ৰীৰ হৈ গাওঁৰ সকলো ডেকা-গাভৰু, দহ বাৰজন মান গাওঁৰ মুখীয়াল পুৰুষ-মহিলা, দুই চাৰিজন মিতুৰ-কুতুম্বৰ সমনিতে ছয়/সাতটা ঢোল, গগণা, তাল আদিৰে সুসজ্জিত 'বন বিৰিণাৰ

পাত' নামৰ বিহুৱা পাৰ্টিটোও লগত ওলাল। দুখন হাতী গাড়ী, দুখন ম'হৰ গাড়ী আৰু এখন গৰু গাড়ীও লগত ল'লে। অতি উলহ-মালহ আৰু ফুৰ্ত্তি-ফাৰ্ত্তা কৰি গৈ গৈ ৰাতি এঘাৰ বজাত ছোৱালী ঘৰৰ কলগুৰিৰ সন্মুখত উপস্থিত হলগৈ। কন্যা মাকৰ লগত আয়তী সকল যেতিয়া দৰাক আদৰিবলৈ আহি দৰাৰ সন্মুখত উপস্থিত হ'লহি, সেই সময়তে ছোৱালীঘৰীয়া কেইটামান দুষ্ট প্ৰকৃতিৰ ডেকাই আমৰলী পৰুৱাৰ ডাঙৰ বাহ দুটামান দৰাক ধৰি থকা ছাতিটোৰও পৰতে জোকাৰি দিলে। হাজাৰ হাজাৰ আমৰলী পৰুৱাই দৰাৰ লগতে দৰাঘৰীয়া ছোৱালীঘৰীয়া মানুহবোৰক কামুৰিবলৈ ধৰিলে। কন্যাৰ মাক আৰু আয়তী সকলো সেই কামুৰৰ পৰা হাত হাৰিব নোৱাৰিলে। দৰাঘৰীয়া মানুহ মখাই দৰাক কলগুৰিতে এৰি পিনা পিন দি যেনিয়ে তেনিয়ে দৌৰি গৈ নিজৰ চোলা, চুৰিয়া, মেখেলাৰ তলত সোমাই লৈ কামোৰা আমৰলী পৰুৱাবোৰৰ পৰা নিজক ৰক্ষা কৰিবলৈ যত্ন কৰিলে। কন্যাৰ মাক আৰু আয়তী সকলৰো একে অৱস্থা হ'ল। দৰা আৰু দৰাৰ বন্ধুবেক জনে দাঁত মুখ কামুৰি কিছুপৰ ধৈৰ্য্যৰে ঠিয় হৈ আছিল। কিন্তু কিমান পৰ? ধৈৰ্য্যৰো এটা সীমা আছে। ছোৱালী ঘৰীয়া মানুহৰ অভদ্ৰ আৰু উদ্ধত আচৰণে দৰাক উত্তেজিত কৰি তুলিলে। সি তেওঁক আদৰিবলৈ সাজু কৰি ৰখা লুটা, চৰিয়া, ঘিঁউৰ চাকি সহ কাঁহৰ ডাঙৰ কাঁহিখন দূৰলৈ দলিয়াই দিলে আৰু কলপুলি দুটাত দুগোৰ মাৰি ভাঙিথৈ ৰাস্তালৈ ওলাই আহিল। তাৰ অৱস্থা দেখি তালৈ চাই হাঁহি থকা ছোৱালী ঘৰীয়া ডেকা কেইটা মানক কাণতলীয়া চৰ কেইটামান দি সেইখিনিৰ পৰাই দৰা অদৃশ্য হৈ গ'ল।

এঘণ্টা মানৰপিচত দৰাঘৰীয়া আৰু ছোৱালী ঘৰীয়া মানুহ বিলাক যেতিয়া শান্ত অৱস্থালৈ আহিল দৰা ক'ত, বিচাৰ ল'লে। দৰা নাই। দৰা ক'ত গৈছে কোনেও ক'ব নোৱাৰে। ঘটনাটো ঘটি থকা সময়তে ছোৱালীঘৰীয়া দুটামানে দৰাটোক দেখিছিল। ছোৱালী ঘৰীয়া ডেকা দুটামানক দৰাই দুই থাপৰ মান মৰা দুই চাৰিজনে দেখিছিল। তাৰ পিচৰ পৰা এই এঘণ্টা সময় কোনেও দৰাকহে নালাগে দৰাৰ ছাঁটোকো দেখিবলৈ পোৱা নাই। দুই ঘৰে মিলি বহুত বিচাৰিও যেতিয়া দৰাৰ কোনো সুং সূত্ৰকে উলিয়াব নোৱাৰিলে তেতিয়া দুইঘৰৰ মানুহ ৰভাতলত বহিলৈ কিবা এটা সিদ্ধান্ত লবলৈ স্থিৰ কৰিলে। প্ৰথমে দোষী ডেকা কেইটাক ছোৱালী ঘৰীয়া মানুহ পঠাই ধৰাই অনালে। সিহঁতৰ নিজ মুখে দোষ স্বীকাৰ কৰোৱাই ৰাইজৰ মাজত আঠুলোৱাই কোনো দিন এনে কাম নকৰো বুলি শপত খোৱালে। ইয়াৰ পিচত উলিয়াই দিব লগা ছোৱালীজনীকলৈ আলোচনা চলিল। দৰাঘৰে ওভতি ধৰিলে যে ছোৱালীঘৰীয়া মানুহৰ দোষতে দৰা কৰবালৈ গৈছেগৈ। গতিকে দৰাক বিচাৰি দিয়াৰ দায়িত্বও তেওঁলোকে ল'ব লাগিব আৰু দৰাঘৰীয়া ইমানবোৰ মানুহ ছোৱালী নিম বুলিহে আহিছে। তেওঁলোকে ছোৱালীক লগত নিনিয়াকৈ ঘুৰি

নাযায়। সদৌ শেষত দৰা নোহোৱাকৈ ছোৱালী উলিয়াই দিবলৈ বাধ্য হ'ল। কোনো নিয়ম নীতি পালন নকৰাকৈয়ে, বাটত পাই ধৰি অনা ছোৱালী এজনীৰ দৰে ফুলবৰৰ নতুন কন্যা জনীক দাঙি আনি হাতীগাড়ীত বহোৱাই দিলেহি। ছোৱালীক থবলৈ ছোৱালী ঘৰীয়া মানুহ কোন কেনেকৈ যাব, সোনকালে আহি গাড়ীত বহিবলৈ দৰাৰ ককায়েক মোহনে আহবান জনালে। খৰখেদাকৈ ছোৱালীৰ লগত দিব বিচৰা মাল বস্তুবোৰ গাড়ীত উঠোৱা হ'ল। ৰাতি এক বজাত ছোৱালীৰ ঘৰৰ পৰা দৰা ঘৰৰ অভিমুখে যাত্ৰা আৰম্ভ কৰি দিলে। দৰাহীন বিয়াত কাৰোৰে মনলৈ ফুৰ্ত্তিভাব নাহিল। দৰাজনবা কলৈ গ'ল? এই ভাবলৈয়ে সকলোৱে মৌন হৈ আহি থাকিল। দৰা নাই বাবে ছোৱালী উঠা গাড়ীখনকে আগত আহিবলৈ অনুমতি দিয়া হ'ল। এইদৰে নিমাও মাও কৈ বহুত জান-জুৰি পাৰ হৈ আহি আহি ভাল ৰাস্তা এটা ওপৰত উঠিলহি আৰু কিছু দূৰ গ'লে হাঁহ খোৱা আলিত উঠিবগৈ পাৰিব। সেই আলিত উঠাৰ লগে লগে এচোৱা ভাল বাট পাব। তাৰ পিচত কুমতীয়া ঘাট পাৰ হোৱাৰ পিচত আৰু চিন্তাৰ কাৰণ নাই। এইদৰে বৰযাত্ৰী সকলে ভাবি ভাবি আহি থাকোতে এঠাইত ৰৈ দিব লগা হ'ল। কাৰণ আগত যোৱা গাড়ী কেইখন কিবা বাধা পাই ৰৈ দিছে। যাত্ৰী সকলৰ শেষ যাত্ৰী হিচাবে কেইজন মান আদহীয়া মানুহৰ লগত কথা পাতি পাতি মোহন আহিছিল। দৰাৰ ককায়েক হিচাবে তেওঁৰ দায়িত্ব বহুত। গাড়ীবোৰে কি বাধা পাই ৰব লগা হ'ল, খবৰ এটা কৰিবৰ মনেৰে মোহন আগবাঢ়ি আহিল। ৰাস্তাটো তেনেই ঠেক। গতিকে গাড়ীবোৰৰ দাতিয়েদি হাবিয়ে বননিয়ে উজত মুজত খাই আগবাঢ়ি আহোতে তাৰ বহুত সময় লৈছিল। নৱ কন্যাক উঠাই অনা গাড়ীখন পাৰ হৈয়ে সি দেখিলে মানুহ কেইজনমানে গাড়ী আগবাঢ়িবলৈ নিদি বাধাদি ৰাখিছে। মানুহ কেইজননো কোন চাবৰ মনেৰে তাৰ লগত অনা হাত লেমটো দাঙি মানুহ কেইজনৰ ওচৰ পালেগৈ। গাড়ী বাধাদি ৰখা মানুহ কেইজনৰ মুখ কেইখন দেখি তাৰ পিলাই চমকি উঠিল। তাৰ স্বয়ং পিতৃ দেৱতাই মানুহ দুজনমান লগতলৈ এই শেষ ৰাতিখন গাড়ী আগবঢ়াত বাধা দিছেহি। বাপেকে লাখুটিডাল জোকাৰি জোকাৰি হাতীৰ ওপৰৰ পৰা মাউতটোক নমাই আনি লগত অনা মাল মটঙেৰে হৈতে ন-ছোৱালীক ঘৰত ঘুৰাই থৈ আহিবলৈ নিৰ্দেশ দি আছে আৰু মাউতটোৱে একো উত্তৰ দিব নোৱাৰি মেহেঙা মেহেংকৈ ৰৈ আছে। মোহনে ভয়ে ভয়ে বাপেকক সুধিলে, "দেউতা, আপোনালোক এই ৰাতিখন ইমান দূৰ ৰাস্তা আগুৱাই আহি কিয় গাড়ী যোৱাত বাধা দিছেহি?"

বাপেকে বৰ পুতেকৰ প্ৰশ্ন উত্তৰ নিদি ঘুৰাই প্ৰশ্ন কৰিলে - "এই প্ৰথমখন দেখোন ছোৱালীৰ গাড়ী। দৰাৰ গাড়ী ক'ত? দৰাক পিচৰ গাড়ীত অনা তই কোনখন সংবিধানত পাইছিল?"

মোহনে পানী ডুবা মানুহৰ দৰে কাউ-বাউ কৰি উত্তৰ দিলে, "দৰা গাড়ী পিচত

অহা নাই দেউতা। দৰা, ছোৱালী ঘৰৰ পৰাই কেনিবা পলাল। আমি......।"

"পলাল? কেনেকৈ পলাল? কিয় পলাব লগীয়া হ'ল? দৰা পলাল যদি ছোৱালীজনী কাৰ মুৰটো কৰিবলৈ লগত লৈ আহিছ?" বাপেকৰ প্ৰশ্ন কৰা মূৰ্ত্তি দেখি মোহনৰ চুৰ্ত্তি হেৰাল। সি কঁপা কঁপা মাতেৰে ক'লে, "সি কালিলৈ দিনে পোহৰে ওলাবহি বুলি আশা কৰি ছোৱালীজনী লৈ আহিছো।" বাপেকে পুনৰ সুধিলে, "ওলাবহি বুলি আশা কৰি আনিছ। কিন্তু যদি নোলাই? আগৰ বাৰৰ দৰে যদি ১৫/১৬ বছৰ ঘৰ এৰি দূৰত আঁতৰি থাকে তেতিয়া কি কৰিবি?"

এই প্ৰশ্ন উত্তৰ বৰ পুতেকে দিব নোৱাৰিলে। বাপেকে কোৱা কথাটোও মিছা নহয়। অসম্ভৱ জেদী আৰু একাচেকা স্বভাৱৰ ভায়েকটোৱে আগতে ঘৰ এৰি যোৱাৰ দৰে যদি ছোৱালী এৰি কৰবালৈ গুছি গৈছে? সি আৰু ভাবিব নোৱাৰিলে। এই কথাটো সি ছোৱালীৰ ঘৰতে ভবা উচিত আছিল।

বহুত পৰ পুতেক মৌনহৈ থকা দেখি পুনৰ বাপেকে মাত লগালে, "ছোৱালী আনিবলৈ দৰাঘৰীয়া মানুহ কিমান গৈছিল?"

পুতেকে তল মূৰ কৰি উত্তৰ দিলে, "মোক ধৰি বাষষ্ঠি জন গৈছিলো।

"ইমান মখা মানুহৰ ভিতৰত বাচি বাচি দৰাটোহে হেৰাব জানিলে নে? নে দৰাৰ ছাতি ধৰাটোও হেৰাল?"

"নাই হেৰুৱা। বাকী সকলো আছো। মাত্ৰ সিহে কেনিবা গ'ল?"

"তহঁতি বাষষ্ঠিটা মানুহ কাৰ কাৰণে গৈছিলি?"

"দৰাটোৰ কাৰণে।"

"তেন্তে তহঁতি গোটেই মখা অপদাৰ্থ, দায়িত্বজ্ঞানহীন মানুহ গালেই গৈছিলি। এই দৰাৰ ওপৰত বাষষ্ঠীটা মানুহে চকু ৰাখিব নোৱাৰিলি? এই অপদাৰ্থ গালকেই মই আজি ছয় সাত দিন ভোজে ভাতে খোৱাই বোৱাই হাজাৰ হাজাৰ টকা খৰচ কৰি পুহি দৰাৰ লগত পঠালো। এই দুপৰ ৰাতি, ত্ৰিছ কি'লমিটাৰ ৰাস্তা, ভয়ঙ্কৰ জয়াল হাবি অতিক্ৰম কৰি অকলশৰে দৰা কিয় ঘৰ ওলাবহি লগা হ'ল? তাৰ ওপৰত এটাইও চকু ৰাখিব নোৱাৰিলি কিয়? এতিয়াও যা। ছোৱালী ঘুৰাই দি আহগৈ। এইজনী ছোৱালীক সি গ্ৰহণ নকৰো বুলিয়েই গুছি আহিছে।

ইমান খিনিলৈকে কৈ বুঢ়াই মাউত আৰু গাৰুৱান কেইটাক গাড়ী ঘুৰাবলৈ নিৰ্দ্দেশ দিলে। এনেতে ছোৱালীৰ লগত অহা সদাৰাম নামৰ গজলুৱা ডেকাজন আহি বুঢ়াৰ ভৰিত দীঘলদি পৰি ক'লে," দেউতা, মই ছোৱালীৰ ভায়েক। মই আপোনাৰ চৰণত পৰি শৰণে পশিছো। আমাৰ সৰ্ব্ব দোষ ক্ষমা কৰি দিয়ক। দয়া কৰি আমাক ইয়াৰ পৰা

ঘূৰাই নপঠাব। দৰাৰ ককায়েকৰ গাত কোনো দোষ নাই। আমি স্বইচ্ছাই আপোনাৰ ঘৰলৈ আহিছো। আমাক আপোনাৰ ঘৰ পাবলৈ দিয়ক। ঘৰ পাই আমি ভিনিদেউক আমাৰ সৰ্ব্ব দোষৰ বাবে ক্ষমা ভিক্ষা মাগি বাইদেউক গ্ৰহণ কৰিবলৈ কম। যদি ভিনিদেৱে আমাক ক্ষমা নকৰে আৰু বাইদেউক গ্ৰহণ নকৰে তেন্তে আমি নিজেই বাইদেউক লৈ ঘূৰি যাম। তাৰ বাবে আপুনি চিন্তা কৰিব নালাগে। মাত্ৰ আপুনি আমাক আপোনাৰ ঘৰত উপস্থিত হ'বলৈ অনুমতি দিয়ক।"

ছোৱালী ভায়েকৰ মিনতিত বুঢ়া সন্তুষ্ট হ'ল। গাড়ী দৰা ঘৰৰ অভিমুখে আগবাঢ়িবলৈ অনুমতি দিলে। আগবেলা ভাগতে সকলো আহি দৰাৰ ঘৰত উপস্থিত হ'লহি। ছোৱালীক নঙলা মুখৰ পৰা আদৰি অনা নহ'ল। আলহী এমখাক মাতি অনাৰ দৰে ছোৱালীঘৰীয়া মানুহখিনিক মাতি আনি চৰাঘৰতে বহোৱালে। ইফালে ন-কন্যাক সোমোৱাবলৈ ধুনীয়াকৈ সজাই পৰাই ৰখা কোঠাটোত দৰাই ভিতৰ ফালৰ পৰা দৰ্জা বন্ধ কৰি নিচিন্তে শুই আছে। মাকে পুতেকক বাহিৰ ফালৰ পৰা দৰ্জাত ঢকিয়াই ভুকুৱাই বহুবাৰ চিঞৰিও জগাব নোৱাৰিলে। দৰাৰ লগত যোৱা ৰাইজ সকলৰ লগতে ছোৱালী ঘৰীয়াকো ভাত পানী খাবলৈ দিলে। ছোৱালী আৰু ছোৱালী ভায়েকক বহুত অনুৰোধ কৰিও খোৱাব নোৱাৰিলে। বাকী সকলে ৰং মনেই ভাত মুঠি ধৰিলে।

দিনৰ ন-মান বজাত দৰা ভিতৰৰ পৰা নিজেই ওলাই আহিল। তাক দৰাঘৰীয়া-ছোৱালীঘৰীয়া আৰু মাক-বাপেক সকলোৱে মিলি বহুত বঢ়াই বুজাই কাকুতি মিনতি কৰি ছোৱালীৰ ওচৰত বহুৱালে। মাক, বাপেক, মিতিৰ কুটুম্ব সকলোৰে অনুৰোধ এৰাব নোৱাৰি সি কন্যাৰ পাণি গ্ৰহণ কৰিলে। পিছে ঘৰ উঠা, আঠ মঙ্গলা খোৱা আদি নিয়মবোৰ পালন কৰিব নোৱাৰিম বুলি দৰাই দৃঢ় মত প্ৰকাশ কৰিলে। ছোৱালীৰ ভায়েক আৰু লগত অহা মানুহ খিনিয়ে দৰাই যে ছোৱালীজনীক পত্নীৰূপে গ্ৰহণ কৰিলে সেয়ে বহুত বুলি ধন্য মানি গুছি গ'ল।

ফুলবৰে আঠমঙ্গলা; ঘৰ উঠা আদি নিয়ম নীতিতো পালন নকৰিলেই আনকি ঘৈণীয়েক পেচনক তিনি বছৰলৈ ঘৰলৈ যাবলৈ নিদিলে। অৱশ্যে পেচনেও কোনোদিন ফুলবৰৰ ওচৰত মাকৰ ঘৰলৈ যাবৰ বাবে অনুমতি বিচাৰি আবেদন কৰা নাছিল। তিনি বছৰৰ মূৰত যি দিনা পেচনক মাকৰ ঘৰলৈ যাবৰ বাবে অনুমতি দিলে সিও এটা ৰহস্যৰেই নহয় অতি দুখ লগা কাহিনী।

সম্পূৰ্ণ তিনিবছৰৰ মূৰত অতি নিদাৰুণ খবৰ এটা দিবৰ বাবে পেচনৰ ভায়েক সদাৰাম ফুলবৰ ভিনিহিয়েকৰ ঘৰলৈ আহিছিল। পিচে সদাৰামৰে কপাল বেয়া। সি আহিও তিনিবছৰ দিন নেদেখা বায়েক জনীক দেখা এটা কৰিবলৈ নোপোৱাকৈয়ে আদ বাটৰ পৰাই ঘূৰি যাব লগা হ'ল। বায়েকৰ ঘৰ পাবলৈ মাত্ৰ এক কি'লমিটাৰ মান থাকোতেই

বাটতে ভিনিহিয়েকক লগ পাই গ'ল। সি চাইকেলৰ পৰা নামি ভিনিহিয়েকক জনালে যে যোৱা কালি আবেলি পৰত তাৰ মাক শৌচ বমি হৈ মৃত্যু হ'ল। সেই দুখ লগা খবৰটোকে ভিনিয়েকইঁতক সি দিবলৈ আহিছে। লগতে বায়েকক লগতলৈ যাবৰ বাবে নিমন্ত্ৰণ জনাই যাবলৈ আহিছে। খুলশালিয়েকৰ মুখে সেই বেয়া সংবাদটো শুনি ফুলবৰে তাক ক'লে, "মইনা সদা, এই দুখ লগা খবৰটো মোক বাটতে লগ পাই জনাই তুমি বৰ ভাল কাম কৰিলা। এই খবৰটো মোক লগ নাপাই বায়েৰাৰ আগত জনোৱাগৈ হেঁতেন বৰ বেয়া কথা হ'লহেঁতেন। তোমাৰ মুখে এই খবৰ পাই কান্দি কাটি বায়েৰাজনী তেনেই আউলী বাউলী হ'লহেঁতেন। এতিয়া তুমি ইয়াৰ পৰাই ঘৰলৈ ঘুৰা। বায়েৰাৰ ওচৰলৈ যাব নালাগে। তিলনিৰ দিনা আমি যাব নোৱাৰিম। দহাৰ আগদিনাই ওলামগৈ। ঘৰত কথাটো কৰা। বায়েৰাক দেখা নকৰাকৈ তুমি ইয়াৰ পৰাই ঘুৰিব লগা হোৱাৰ বাবে বেয়া নাপাবা। মই তোমাৰ বায়েৰাৰ চকুত চকুপানী ওলোৱাতো কোনোদিন নিবিচাৰো। তুমিও চাগৈ বায়েৰাজনী কান্দি কাটি তেওঁ স্বাস্থ্য হানী হোৱাতো কামনা নকৰা নহয় জানো মইনা?"

"হয়, ভিনিদেউ" বুলি দুখ মনেৰে কৈ চাইকেল ঘুৰালে। বেচেৰা সদাৰামটো। বৰ দুৰ্ভগীয়া সি। তিনিবছৰৰ মূৰত বায়েকজনীক দেখা পাম বুলি কমটো আশা লৈ অহা নাছিল। লগতে যোৱা বছৰ জন্ম দিয়া মৰমৰ ভাগিনীয়েক জনীৰ মুখখনো এবাৰ চাই যাবলৈ পাম বুলি ভাবিছিল। ভিনিহিয়েকে পঠোৱা দূত এটাৰ মুখেৰেহে বায়েকৰ সেই সু-খবৰটো পাইছিল। পিচে, ভাবি অহাৰ মতে তাৰ একো কামেই নহ'ল। আধা বাটৰ পৰাই ঘুৰিব লগা হ'ল।

শাহুৰেকৰ দহাৰ আগদিনা ফুলবৰে নিজৰ গৰু গাড়ীখনত জহা চাউল এবস্তা, নিজৰ বাৰীৰে নানা তৰহৰ শাক পাচলি, তামোল, পাণ আদিৰে গাড়ীখন ভৰ্ত্তি কৰিলে। তাৰ পাচত গাওঁৰে গাভৰু ছোৱালী দুজনীক মাতি আনি ঘৈণীয়েকৰ ওচৰত বহোৱাই লৈ ক'লে "ৰংমলা মাক, তুমি তোমাৰ মাৰাৰ ঘৰলৈ নোযোৱা কেইবা বছৰো হ'ল। তোমাৰ চাগৈ মোৰ ওপৰত খঙেই উঠিছে। আজি তুমি এই বেলাতে এই ভনী দুজনীক লগতলৈ যোৱা গৈ। আমাৰ গৰু গাড়ীখন মই দুই এপদ বস্তু ভৰাই বেডি কৰি ৰাখিছোৱেই। এই গাড়ীতে তিনিও উঠি যোৱাগৈ। তিনি চাৰি দিন মান আইৰ ঘৰত থাকি ফুৰি চাকি আহিবা। ঘৰ পাই আকৌ জীয়েৰালৈ চকু কাণ দিবলৈ নাপাহৰিবা। গাড়ীৰ লগত বানেশ্বৰক পঠাইছো। সিওঁ এই কেইদিন তোমালোকৰ ঘৰতে থাকিব। নহ'লে তোমালোক ঘুৰি আহিবলৈ অসুবিধা নহব জানো? তাক সেই কেইদিন গৰু কেইটা পেট ভৰাই চ'ৰাবলৈ কবা।" সিমানখিনিলৈকে দিহা পৰামৰ্শ দি সি বাহিৰলৈ ওলাই গ'ল। আজি হঠাৎ তাইৰ বাবে স্বামীদেৱতাৰ ইমান সদয় ভাব কিয় উপাজিল, ভাবি তাই আচৰিত হ'ল। তাইক ফুৰিবলৈ মাকৰ ঘৰলৈ পঠাইছে। কিন্তু এগাড়ীকৈ তামোল, পাণ, শাক-পাচলি, চাউল

আদিবোৰ কিয় তাই লগত লৈ যাব লাগে? তাইৰ মাকৰ ঘৰত এইবোৰ বস্তু নাই বুলি ভাবিছে নেকি বাৰু? তাইৰ অন্তৰত এনে ধৰণৰ বহুত প্ৰশ্নই উদয় হৈছিল। কিন্তু সেই আখে নোপোৱা মানুহ জনক সুধে কেনেকৈ? কিবা বিপদৰ গোন্ধ এটা পোৱা যেন পালে তাই। তথাপি তিনিবছৰৰ পিচত মাকৰ ঘৰলৈ যাবলৈ অনুমতি পোৱাৰ আনন্দত খৰ খেদাকৈ লাগতীয়াল কাম বনবোৰ কৰি সকলোকে খোৱাই বোৱাই আজৰি হৈ পুৱা সাত বজাতে শহু-শাহু আৰু স্বামীদেৱতাক সেৱা জনাই গাড়ীত উঠি বহিল। বেচেৰী জনীক ফুলবৰে নিজৰ মাকজনীৰ মৃত্যুতো স্বামী গৃহত চকুপানী এটুপাল উলিয়াবলৈ সুবিধা কণ নিদিলে।

ফুলবৰ মানুহ জননো কেনে প্ৰকৃতিৰ, পাতিৰ তিৰোতা হৈও পেচনে কোনোদিন বুজিব নোৱাৰিলে। মাকৰ দহা কাজ খাই ঘূৰি আহি ঘৰ সোমোৱাৰ দহ দিন মানৰ পিচত এদিন পুৱা বেলা পেচনে কণমাণি জনীক চোতালৰ মূৰতে গা-ধোৱাই আছিল। এনেতে পোন্ধৰ বিশজনমান নেপালী মানুহ, হাতে পতি জগ, বাহৰ চোঙা আদি আঁৰিলে ফুলবৰৰ চোতালত উপস্থিত হ'লহি। ঘৰত পেচনৰ বাদে কোনো নাছিল। শহুৰেক-শাহুৰেক পথাৰত ধান চাবলৈ ওলাই গৈছে। ফুলবৰ ওলাই গৈছে গৰু গাড়ীখন লৈ। গাওঁৰ এমূৰৰ এই নিজান ঘৰটোত পোন্ধৰ বিশজন বেলেগ জাতৰ মানুহ একেলগে তাইৰ ঘৰত উপস্থিত হোৱা দেখি ভয়ত তাই সিহঁতৰ বহিবলৈ মেলিবলৈ নিদিয়াকৈ কণমানী জীয়েক জনীক আধা গাধোৱাকৈয়ে গামোচা এখনেৰে মেৰাই লৈ দৌৰ মাৰি ভিতৰ সোমাল আৰু পিচ দোৱাৰে ওলাই ৰাস্তাত উঠিলগৈ। ৰাস্তাত যাকে লগ পালে তাকে তাইৰ বিপদৰ কথা বৰ্ণনা দি দি গাওঁবুঢ়াৰ ওচৰলৈ ঢাপলি মেলিলে। ভাগ্যে গাওঁ বুঢ়াক বাটতে লগ পাই গ'ল। তেখেত কেনিবা যাবলৈ ওলাই আহিছিল। ফেফাই জুফাই গাওঁ বুঢ়াক তাই বিপদটোৰ কথা জনাই ক'লে, "কালি মোৰ মানুহজনে নৈ সীপাৰলৈ গৈ নেপালী খুটি চাপৰিৰ সেই জয়াল হাবিদৰাৰ পৰা নাঙল এটা কাটি আনিছিলগৈ। তাতে কিবা খং খাই বিশটামান নেপালী মোৰ মানুহজনক বিচাৰি আহিছে। মানুহজনো ঘৰত নাই। ইফালে দেউতা আইতাও কেনিবা ওলাই গ'ল। মই এতিয়া মানুহজনীয়ে কি কৰো? দয়া কৰি আপুনি মোৰ বাবে অকণমান সময় খৰচ কৰি আমাৰ ঘৰলৈ গৈ মানুহ কেইটাক বুজাই-বঢ়াই কিবা এটা কৰি দিয়কহি। কালি মানুহজনেনো কি জগৰ লগাই আহিল, মোকো একো জনাই থৈ নগ'ল। "তোমাৰ মানুহটো জানো কম। কৰ নগৰত জগৰখন লগাই ফুৰিব। মই এফালে ওলাই আহিছিলো, তুমি আহি সকলো পণ্ড কৰি দিলা। বলা বাৰু, কি জগৰ লগাই আহিলনো বুজলৈ আহো।" দুয়ো আগবাঢ়িল। গাওঁবুঢ়া আৰু পেচন আহি ঘৰ পাই মানে গাঁৱৰ বুঢ়া, ঠেৰা, ডেকা-গাভৰুৱে ফুলবৰৰ চোতাল নধৰা হ'ল। গাওঁবুঢ়া গৈ নেপালী কেইজনৰ সন্মুখত থিয়হ'লগৈ। পেচনে গাওঁবুঢ়াক বহিবলৈ দিবৰ বাবে পিৰা এখনো বিচাৰি নাপাই নতুন গামোছা এখনকে পাটিত পাৰি দি বহিবলৈ ক'লে। গাওঁবুঢ়া

বহি লৈ নেপালী কেইটালৈ চাই সুধিলে, "তোমালোক ইমান কেইজন মানুহ ফুলবৰক বিচাৰি কিয় আহিলা আমাক জনাব লাগে।" তেতিয়া এজন নেপালীয়ে ফুলবৰ মিতা ঘৰত নাই নেকি জানিব বিচাৰিলে। গাওঁবুঢ়াই নাই বুলি জনালে। তেতিয়া আন এজনে ক'লে, "কালি মিতাই সেই নৰখাদক ঢেকিয়াপতিয়া বাঘটো মাৰি আমাৰ বৰ উপকাৰ কৰিলে। সেই বাঘটোৱে আমাৰ গৰু মহ বহুত বধ কৰাৰ উপৰিও তিনিটাকৈ জোৱান ডেকা ল'ৰাকো খালে। এতিয়া মিতাই সেই বাঘটোক মাৰি পেলোৱাৰ পিচত আমি নিষ্কন্টক হ'লো। সেইবাবে মিতাৰ মৰমতে তেওঁক আমি উপহাৰ হিচাবে দিবলৈ এইবোৰ এজগ এজগ গাখীৰ আৰু পাঁচ সেৰ ঘিঁউ লৈ আহিছো। মিতা নাই যদি মিতিনীয়ে নি ভিতৰত থওঁকগৈ। আমি আহিছিলো বুলি মিতাক কব। আমি জগবোৰ বেলেগ এদিনা আহি লৈ যামহি।" বস্তুবোৰ পেচনৰ ফালে আগবঢ়াই দিলে।

সিহঁতৰ কথা শুনি পেচন, গাওঁবুঢ়াৰ লগতে তাত উপস্থিত থকা সকলো আচৰিত হ'ল। পেচনৰ অন্তৰত সোমোৱা ভয়ভাব দূৰহৈ আনন্দ আৰু গৰ্বত মন ভৰি পৰিলে। গাওঁবুঢ়াই নেপালী কেইটালৈ চাই সুধিলে, "ফুলবৰে অকলেই বাঘটো মাৰিলেনে? কেনেকৈ মাৰিলে? ক'ত মাৰিলে?" গাওঁবুঢ়াৰ প্ৰশ্ন শুনি এজনে সুধিলে, "কিয় আপোনালোকে নাজানে নে কি? আপোনালোকক মিতাই ইমান ডাঙৰ কাম এটা কৰি আহিও একো জনোৱা নাইনে?"

তেতিয়া পেচনে ক'লে, "আপোনালোকৰ মিতাজন কিবা বেলেগ ধাতুৰে গঢ়া মানুহ। কিবা এটা শুনি আহিলেও কাকো নকয় আৰু কিবা এটা কৰি আহিলেও কাকো জানিবলৈ নিদিয়ে। লাগিলে যিমান ডাঙৰ ঘটনাই নহওঁক। মোৰ মাৰ মৃত্যুৰ খবৰ দহদিনৰ আগত পাইও মোক এদিনো জানিবলৈ - নিদিলে। মাৰ দহা দিনা আকৌ মাক চাবলৈ ঘৰলৈ পঠাই দিছে। সেইজন মানুহে এইবোৰ কথা ক'ত আমাক ক'ব?" এই বিষয়ে গাৱঁৰ কোনেও একো নাজানে বুলি যেতিয়া বুজি পালে, তেতিয়া নেপালী সকলৰ মাজৰ মুৰব্বীজনে ক'লে, "কালি মিতাই ৰাতিপুৱা ভাগতে আমাৰ খুটিলৈ গৈছিল। হাতত মাত্ৰ দীঘল মিট দাখন লৈ গৈছিল। হাবিত নাঙল এটা কাটিবলৈ আমাৰ পৰা কুঠাৰ এখন খুজিলৈ হাবিত সোমাল। হাবিডৰাৰ কাষতে আমাৰ গৰু ম'হবোৰ চৰি আছিল। আমি দহ-পোদ্ধৰটা মান মহৰ গোৱালে নদীৰ কিনাৰৰ টঙি এটাত বহি টাচ্ খেলি ফুৰ্তি কৰি আছিলো। তেনেতে গৰু মহবোৰ কিবা দেখি ভয়ত উঝাৰ খাই নেজ ভাঙি ভাঙি দৌৰি আহি আমাৰ কাষ পালেহি। আমি কি হ'ল বুলি ভাবি টাচ খেল সামৰি হাতে হাতে দা, টুকুনলৈ আগবাঢ়ি গ'লো। গৰু ম'হবোৰ দৌৰা লক্ষণ দেখি আমি বুজিলো যে কৰবাত বাঘ ওলাইছে। আমি অতি সাৱধানে আটাইকেইটা একে লগহৈ আগবাঢ়িলো। কাৰণ আজি তিনিদিনৰ আগত আমাৰ লগৰ এটাই শৌচ কৰিবলৈ হাবিডৰাৰ ফালে আগবাঢ়োতেই বৰ ডাঙৰ ঢেকীয়াপতিয়া বাঘ এটাই তাৰ ডিঙিত ধৰি একে কামোৰে

মাৰি - পিঠিত উঠাই হাবিৰ মাজলৈ লৈ গৈ খাই পেলালে। আমি লগৰবোৰে দেখি মাত্ৰ চাইহে থাকিলো। একো কৰিব নোৱাৰিলো। তাৰ আগতেও সেই বাঘটোৱে আমাৰ চকুৰ আগতেই আমাৰ লগৰ ডেকা দুটাক তিনিদিনৰ অগা পিচাকৈ মাৰি নি হাবিত সোমোৱাই খাই পেলালে। আমি পিচত গাওঁৰ মানুহ সকলোৱে বিচাৰি গৈ সিহঁতৰ হাড়, মুৰ আৰু চোলা পেন্ট কেইটাহে পালোগৈ। গতিকে কালিও সেইটো বাঘেই ওলাইছে বুলি ধৰি লৈ ভয়ে ভয়ে হাবিৰ ফালে আগবাঢ়িলো। অলপ দূৰ গৈয়ে দেখিলো আমাৰ এই মিতাই কান্ধত নাঙল এটা পেলাই লৈ আমাৰ ডমৰা মহ এটা খেদি খেদি আহি আছে। মিতাক দেখি আমাৰ সাহস বাঢ়িল। আমি খৰ খোজেৰে আগবাঢ়ি গৈ মিতাক সুধিলো, "কি হ'ল মিতা ? ম'হটো কিবা হ'ল নেকি ?" মিতাই হাঁহি মাৰি ক'লে, "বিশেষ একো হোৱা নাই। মহটো বাচিল। ডিঙিটোত দাঁত দুটা বহিছে। ভালকৈ কামুৰিবলৈ নাপালে। ইয়াক ভালকৈ কামুৰাৰ আগতেই মই তাক শেষ কৰিলো।"

"কি শেষ কৰিলা মিতা ?" আমি প্ৰশ্ন কৰিলো। তেওঁ ক'লে, "বাঘটোক। সৌ ডাঙৰ উৰিয়াম জোপাৰ তলতে তিনিচেউ কৰি পেলাই থৈ আহিছো।" এই বুলি কৈয়ে মিতাই আমাৰ পৰা নিয়া কুঠাৰ খন আমাৰ হাতত দি গুছি আহিল। আমি দৌৰি দৌৰি গৈ কাটি পেলাই থোৱা বাঘটো চালোগৈ। কিন্তু কেনেকৈ মাৰিলে নাজানো।"

ফুলবৰৰ এই বাঘ বধৰ দীঘলীয়া কাহিনীটো কৈ শেষ কৰি পেচনলৈ চাই ক'লে, " মিতিনী মিতাক লগ নাপালো। আমাক বেয়া পাবলৈ নকব। আমি এতিয়া যাওঁ। নেপালী কেইটাই যাওঁ বুলি কোৱাতহে পেচনৰ হুচ আহিল। তাই অতপৰে নিজৰ মানুহজনৰ বীৰত্বৰ কাহিনীহে শুনি আছে। খাবলৈ তামোল এখনো দিয়া নাই। তেওঁ নেপালী কেইটাক ক'লে, "মিতা সকল আপোনালোকক কিবা চাহ -তাহ এটুপা খোৱাই নপথালে আপোনালোকৰ মিতা আহি মোক খং কৰিব। গতিকে ভিতৰলৈ আহঁক। লগতে গাওঁবুঢ়া দেউতাও আহক।"

তেওঁলোক ভিতৰ সোমাই গ'ল। বাকী গাওঁৰ ৰাইজ ঘৰাঘৰি গ'ল। নেপালী কেইটাই অনা গাখীৰেই সকলোকে জলপান খাবলৈ দিলে। খাই বৈ তেওঁলোক ৰং মনে গ'লগৈ। গধুলি ঘৈণীয়েকৰ মুখে কথাবোৰ শুনি ফুলবৰে মাত্ৰ মিচিকিয়াই হাঁহিলে। একো মন্তব্য নিদিলে। তাৰ এমাহ মানৰ পিচতে ফুলবৰে আন ঘটনা এটা ঘটালে। সেইদিনা আছিল ডাৱৰীয়া বতৰ। পুৱাৰে পৰা ৰাতি এপৰলৈকে কিনকিনীয়া বৰষুণ পৰি আছিল। ফুলবৰৰ ৰঙা ডমৰা গৰু এটা সন্ধ্যা ভগালৈকে গোহালি চপাহি নাই। বৰ হলৌ চোলা এটা পিন্ধি সি ওলাল গৰুটো বিচাৰি। হাতত এপাত হালোৱা এচাৰি। বাহিৰত একেৰাহে বৰষুণ পৰি আছে যদিও সি ছাতি জাপি একো নললে। সি সেইবোৰ লৈ ফুৰিবলৈ বেয়া পায়। টৰ্চ লাইটটোত বেটাৰী নাই। তথাপি সি গৰুটো নিবিচৰাকৈ

থাকিব নোৱাৰিলে। ঘৰৰ পৰা ওলাই গৈ এঘৰ দুঘৰ কৈ প্ৰতিঘৰ মানুহৰ গোহালিৰ কাষে কাষে আন্ধাৰে মোন্ধাৰে জুমি জুমি চাই ফুৰিবলৈ ধৰিলে। নাই, এঘৰ মানুহৰ বাৰীতো তাৰ হেৰুৱা ডমৰাটো নাই। আৰু মাত্ৰ তিনি ঘৰমান মানুহৰ বাৰী আৰু গোহালি চেক্ কৰিবলৈ বাকী আছেগৈ। চাবলৈ বাকী থকা দুই নম্বৰ ঘৰত কীৰ্ত্তন পাঠ কৰি থকা শুনিহে তাৰ মনত পৰিল। সেই মানুহ ঘৰত আজি নাম গোৱা আছে। তাকো ৰাতি পুৱাই তামোল-পাণ এটা আগবঢ়াই গৃহস্থ নিজেই গৈ নামগোৱালৈ নিমন্ত্ৰণ জনাই আহিছে। গতিকে নাম গোৱালে নাহিলে কথাটো বেয়া হব। খৰধৰকৈ সি বাকী থকা ঘৰকেইটা চাই ঘৰলৈ গৈ সাউতকৈ গাটো তিয়াই নামগোৱালৈ আহিবগৈ লাগিব। ডমৰাটো নাপালেও নাই । এই ৰাতিখন আৰু বিচাৰি নোফুৰে। এই বুলি ভাবি সি কীৰ্ত্তন পাঠ কৰি থকা মানুহ ঘৰত সোমাই বাৰীখনৰ সিটো মূৰত থকা গোহালিটোৰ ফালে আগবাঢ়ি গ'ল। গোহালিটোৰ চাৰিওফালে জাহাজীকল গছেৰে বেৰি আছে। কলগছ দুজোপাৰ মাজেদি গোহালিটোৰফালে জুমি চাই তাৰ মনটো ভাল লাগি গ'ল। আছে তাৰ হেৰুৱা ৰঙা ডমৰাটো ইয়াতে আছে। বেচেৰাই বৰষুণত তিতি বুৰি গোহালিটোৰ ফালে চাই ৰৈ আছে। নিজৰ ধুনীয়া গোহালি ঘৰ এটা থাকোতে ইয়াত তিতি বুৰি কিহৰ আশাত মৰিছহি? তই যে তিতিছ তিতিছই মোকো তিয়াই মাৰিছ। ৰহ ইয়াৰ মজাপালি তোক এতিয়া দিম। সি হালুৱা এচাৰি পাত ওভতাই টানকৈ মুঠি মাৰি ধৰি ল'লে। তাৰ পিচত চুপে চাপে গৰুটোৰ ফালে আগবাঢ়ি গৈ গোটেই পিঠিটো ভেজাকৈ হেপাহ পলোৱাই লগত লগত দুই কুব বহোৱাই দিলে। হঠাৎ কি হ'ল তত ধৰিব নোৱাৰি তিতিবুৰি পাম খাম বুলি আশা পালি ৰৈ থকা গৰুটোৱে দেখোন 'আঔক' কৰি জাপ মাৰি উঠিল। একে জাপে গৈ গৃহস্থৰ চোতালপাই পলাবলৈ বাট বিচাৰি নাপাই গৃহস্থই মেলি থোৱা দোৱাৰেদি সোমাই কীৰ্ত্তনৰ ৰাগ টানি থকা ভকত বৈষ্ণৱ সকলক মহতীয়াই থৈ, পাতি থোৱা শৰাই সঁফুৰা গছকি ফেনেকি পাৰ হৈ গৈ, একেবাৰে পিছ দোৱাৰে দি ওলাই লৰ মাৰিলে। পিচে পিচে খেদি অহা ফুলবৰে ভকত বৈষ্ণৱ সকলৰ অৱস্থা দেখি দুখ প্ৰকাশ কৰিলে। তাৰ পিচত নিজৰ দোষ স্বীকাৰ কৰি ক'লে, "বাপ সকল মোক ক্ষমা কৰি দিয়ক, মই মোৰ ৰঙা ডমৰাটো বুলি ভাবিহে বাঘটোৰ পিঠিতে দুকুব সোধালো। সি যে কুব খাই ভকত সকলক এনেখন কৰি থৈ যাব, মইনো বাৰু কেনেকৈ জানো। ভাগ্যে যেনিবা কাকো কামোৰ এটা নমৰাকৈয়ে গুছি গ'ল। সেইটোকে বহুত বুলি ধৰি লওক। এতিয়াও নতুনকৈ শৰাই পাতি পুনৰ কাম আৰম্ভ কৰক। মইও ঘৰৰ পৰা গাটো তিয়াই আহোঁগৈ।"

ভকত বৈষ্ণৱ সকলে ভেবা লাগি ফুলবৰৰ মুখলৈ কেবল চাইহে থাকিল। তেখেত সকলে ফুলবৰক একো সুধিবও নোৱাৰিলে আৰু উত্তৰ দিবও নোৱাৰিলে। ❖❖

# ন

শাওন মাহ। বাৰিষা বতৰ। অসমৰ চাৰিওফালে বানপানী। অসমখন বাৰিষা বানপানীৰ বাবে বিখ্যাত ৰাজ্য। এই ৰাজ্যত প্ৰতিবছৰে বানপানী হৈ ধ্বংস লীলা খেলা দেখিবলৈ নোপোৱাটো হ'লেহে আচৰিত কথা হ'ব। তাৰ ভিতৰত অবিভক্ত লক্ষীমপুৰ জিলাখন বানপানীৰ বাবে অতি চহকী আৰু নামকৰা জিলা। এই জিলাত বাৰিষা ৰুদ্ৰ মূৰ্ত্তি ধাৰণ কৰি উত্তৰ ফালে থকা সৰু ডাঙৰ অসংখ্য পৰ্ব্বত পাহাৰৰ পৰা বাগৰি অহা কোবাল সুঁতে মথাউৰী, মানুহৰ ঘৰ-দুৱাৰ, ঘৰচীয়া জীৱজন্তুৰ লগতে মানুহকো উটাই লৈ যোৱাটো তেনেই সাধাৰণ ঘটনা। খেতিয়কে কেঁচা ঘাম মাটিত পেলাই কৰি থোৱা খেতিবোৰৰ ধবংস লীলা চলি থাকোতেই ফুলবৰ এদিন ওলাই গৈছিল দূৰ সম্পৰ্কীয় ককায়েক এজনক জৰুৰী খবৰ এটা দি ঘূৰি আহিবলৈ। দূৰ সম্পৰ্কীয় ককায়েক হ'লেও তেওঁ ফুলবৰৰ অতি আপোন। অতি শ্ৰদ্ধাৰ পাত্ৰ। তেওঁ হ'ল ফুলবৰৰ বাল্যকালৰ বন্ধু ডাঃ প্ৰশান্ত কছাৰীৰ ককায়েক জীৱন কছাৰী। ডাঃ কছাৰীয়ে ডিব্ৰুগড় মেডিকেল কলেজত মানসিক বিভাগত চাকৰি এটা যোগাৰ কৰি লৈ ডুলিয়াজানত মাটি কিনি ঘৰ-দুৱাৰ বনাই তাতে থিতাপি লৈছে। ভায়েক ডুলিয়াজানলৈ গুছি যোৱাত জীৱন কছাৰী এই উত্তৰ পাৰতে অকলশৰীয়া হৈ পৰিল। পঢ়ি থকা কালতে এই ঘৰ মানুহৰ প্ৰতি যি মৰম সোমল সেই মৰম ফুলবৰে আজিও পাহৰিব পৰা নাই। ইমান সংকট পূৰ্ণ ৰাস্তাত, কষ্টকো কষ্ট নুবুলি খবৰটো দিবলৈ যাব লগা হৈছে। লগতে বহুদিন খা-খবৰ নোপোৱা বন্ধুৱেকৰো খা-খবৰ এটা পোৱাৰ ইচ্ছা। সি ডুলিয়াজান এৰি আহিও সিপাৰতে সাত বছৰ কটালে। সেই সুদীৰ্ঘ সাত বছৰৰ ভিতৰত এটা দিনো বন্ধুৱেকৰ বাবে খৰচ কৰিবলৈ সময় উলিয়াব নোৱাৰিলে। অৱশ্যে তাৰো কাৰণ নথকা নহয়। সি ডুলিয়াজান এৰি মোহনা ঘাটত থিতাপি লোৱাৰ এবছৰৰ পিচতেই ভনীয়েক সুপ্ৰিয়াৰ লগত বন্ধুৱেকৰ বিয়াৰ দিনবাৰ চিঙা-কটা কৰা খবৰটোৱে তাক একেবাৰে দুৰ্বল কৰাই নহয়, কুঙা কৰি পেলালে। প্ৰস্তাৱটো অৱশ্যে চন্দ্ৰ প্ৰসাদক চিঠি যোগে সিয়েই উত্থাপন কৰিছিল। তাৰ প্ৰস্তাৱটো নাকচ নকৰি চন্দ্ৰ প্ৰসাদে হাতে কামে লাগি যোৱাত সি অতি আনন্দিত হোৱাহে

উচিত আছিল। কিন্তু কিয় জানো তাৰ ইচ্ছাক বাস্তৱত ৰূপ দিবলৈ বিচৰা চন্দ্ৰ প্ৰসাদ, ইলা, সুপ্ৰিয়াৰ লগতে বন্ধুৱেক প্ৰশান্তৰ প্ৰতি তাৰ অন্তৰত প্ৰবল শত্ৰুতা ভাব জাগি উঠিল। সুদীৰ্ঘ পাঁচ বছৰে অতি আলফুলে তাৰ বুকুৰ ওমদি মৰম বিলাই অহা ভনীয়েক সুপ্ৰিয়াজনীক বন্ধুৱেকৰ বুকুৰ মাজলৈ ঠেলি পঠোৱা কাৰ্য্যত নিজে গৈ সহযোগ কৰিবলৈ সৎ সাহস কন গোটাব নোৱাৰিলে। বিয়াৰ পিচতো এদিন ভনীয়েকক দেখা কৰি আহিবলৈ তাৰ বিবেকে তাক বহুবাৰ উদ্‌গনী দিছিল। কিন্তু তাৰ মনে প্ৰতিবাৰেই যোৱাত বাধা প্ৰদান কৰিলে। ফলত সাত বছৰৰ ভিতৰতো এদিনো যোৱাটো হৈ নুঠিল। এইবোৰ কথা চিন্তা কৰি আহি থাকোতেই সন্মুখত বৰ ডাঙৰ খাল এটা দেখি সি চাইকেলৰ ব্ৰেগ মাৰি নামিব লগা হ'ল। পি ডব্লিউ ডি ৰাষ্টাৰ অৱস্থা দেখি তাৰ এই ডিপাৰ্টমেন্টটোলৈ পুতৌ ওপজিল। এই ডিপাৰ্টমেন্টটোলৈ মনত পৰাৰ লগে লগে দুৰ্নীতি পৰায়ন মন্ত্ৰী, এম. এল. এ. লগতে অসমৰ প্ৰগতিৰ কথা টেটু ফালি মিটিঙে-মাটাঙে চিঞৰি ফুৰা নেতা পালিনেতা সকললৈও মনত পৰি গ'ল। তেন্তে এয়াই নেকি অসম ৰাজ্যৰ প্ৰগতিৰ নমুনা? গাড়ী মটৰটো বাদেই অসমৰ গড়কাপ্তানি বিভাগে নিৰ্মাণ কৰি দিয়া ৰাষ্টাইদি চাইকেল খনো চলাই যাব নোৱাৰি। চাইকেলত লাপটো মাৰি ভালকৈ টিকাটো বহুৱাবলৈকে সময় নাপাওতেই ব্ৰেগমাৰি নামিব হয়েই। চাইকেলত ব্ৰেগডাল ঠিক নাথাকিলেতো সৰ্ব্বনাশ, মুখ ঠেকেচা খাই দাঁত কেইটা যাব। ফুলবৰে মুখেৰে কিবা ভুনভুনাই কাৰোবাক গোৱাল গালি পাৰি চাইকেলখন কান্ধত উঠাই লৈ খুপি-খুপি খালটো পাৰহৈ চাইকেলখন ঠেলি ঠেলি কিছু দূৰ গৈয়ে দেখিলে এডাল সাঁকো। কোনোবা যুৱক সংগঠনে পি ডব্লিউৱেদি অহা-যোৱা কৰা মানুহ পাৰহবলৈ বাঁহৰ খুটি কেইটামান পুতি তাৰ ওপৰত দীঘল বাঁহ দুডাল পেলাই দি তৰা ৰচিৰে বন্ধা এডাল দুৰ্ব্বল সাঁকো। দুৰ্নীতি পৰায়ণ ঠিকাদাৰ ইঞ্জিনীয়াৰে বন্ধা দুৰ্বল ৰাষ্টাৰ টুকুৰা এটা পানীৰ সোঁতে খহাই লৈ গৈছে। খহাইলৈ যোৱা নহয় উটাই লৈ তাত এখন নদী সৃষ্টি কৰি লৈছে। সেই চিগা টুকুৰাত তৎ কালিন ভাবে কিবা এটা সুব্যৱস্থা কৰি দি ৰাইজৰ সুবিধা কৰি দিয়াতো, ডিপাৰ্টমেন্টৰ কৰ্ত্তব্য নহয় বুলিয়েই ভাবে। চৰকাৰেও এই বিষয়ে চিন্তা-চৰ্চ্চা কৰি মূৰ ঘমোৱাৰ নিয়ম এই অসমত নাই। গতিকে বানপানীয়ে চেপা মানুহ খিনিকে ঘূৰাই বেতেৰী চেপন দি দুপইচা ঘটিবৰ কাৰণে কেইটামান ডেকা লৰাই গোটপিট খাই বাঁহ দুডাল পাৰি মানুহ অহা যোৱা কৰিবলৈ সুবিধাকণ কৰি দিছে। সেইডাল বগাই খালী মানুহটো পাৰ হ'লে পাঁচ টকা ভৰিব লাগিব, আকৌ কান্ধত চাইকেলখন পেলাই লৈ কপি-জপি পাৰ হ'ব পাৰিলে ভৰিব লাগিব দহ টকা। গড়কাপ্তানী ৰাষ্টাত তেনে সাঁকো এডাল নহয় অলেখ।

গতিকে ঘূৰি আহিম বুলি গৈছিল যদিও ফুলবৰে এইকণ ৰাস্তাতে ছয়-সাতখন সাঁকো পাৰহৈ যাঠি সত্তৰ টকা ভৰি মানুহঘৰ পাই গৈ মানে বেলি ডুবিবই হ'ল। চাইকেলখন লগত নি মিছাতে সালমালখন হ'ল। চলাবলৈকে সুবিধা নাপালে। কথাযাৰ কৈয়ে ঘূৰি

যাবলৈও কৃষ্ণপক্ষৰ আন্ধাৰ ৰাতি। তাতে বাটত আছে ছয়-সাতডাল যমৰ সাঁকো। এইটো ৰাস্তাত ৰাতি ঘৰলৈ ঘূৰি যাবলৈ চিন্তা কৰা মানে যমৰ নগৰীলৈ যাত্ৰা কৰাহে হ'ব। গতিকে সাতে পাঁচে বাৰ কৰি শেষত মানুহ ঘৰত ৰাতিটো কটোৱাটোকে ফুলবৰে সিদ্ধান্ত কৰিলে।

ইমান কষ্ট কৰি বাটকুৰি বাই আহিও, অহাৰ আচল উদ্দেশ্যটো ফুলবৰৰ সাৰ্থক নহ'ল। যিজন মানুহক লগ কৰিবলৈ আহিছিল, সেই মানুহজন আজি আগবেলাই গাঁৱৰে কেইজন মান মানুহ লগতলৈ নগা পাহাৰৰ ফালে যাত্ৰা কৰিলে।

জীৱন কছাৰীয়ে বছেৰেকত দুই তিনি বাৰকৈ বৰ মুগা পোহে। সেই মতে সফলো হৈছে । বছৰেকত খুব কমেও বাৰ-পোন্ধৰ হাজাৰ টকা মূগা খেতিতে উপাৰ্জন কৰে। তেখেতৰ নিজা ববিয়াকৈ প্ৰায় সাত-আঠ বিঘা মাটিত এখন ডাঙৰ চুমনি আছে। তাতে তেখেতে কতিয়া, আহিনীয়া, জেঠুৱা, এহেৰুৱা, জাৰোৱা আটাই কেইবাহেই মূগা পোহে। গতিকে জীৱনৰ ককায়েকে ফুলবৰক এদিন লগ পাই তেওঁলোকৰ ফালে যদি ভদীয়া মূগাৰ বাবে ভাল জাতৰ মূগাৰ খবৰ পায় তেন্তে তেওঁলৈ খবৰটো যেনে-তেনে পঠাবলৈ কৈছিল। সেয়েহে ফুলবৰে উখমাটিৰ ফালে তেনে উত্তম জাতৰ মূগা পকা খবৰটো পাই কক্যায়েকক দিবলৈ গৈছিল। পিছে খবৰটো দিবলৈ নৌ পাওঁতেই তেওঁ গ'লগৈ। ডাঃ প্ৰশান্ত দক্ষিণ পাৰলৈ গুছি যোৱাৰ পিচত বুঢ়া-বুঢ়ীহালো এবছৰৰ অগাপিছাকৈ মৃত্যু হ'ল। এতিয়া ঘৰখনত মানুহেই নাই বুলিব পাৰি। জীৱন, তেওঁৰ পৰিবাৰ জেউতী, বিশ বছৰীয়া জীয়েক মাধুৰীমা। সেই তিনিটিয়েই প্ৰাণী। মানুহহাল এতিয়াও ডেকা-গাভৰু হৈয়ে আছে। মাধুৰীমা জন্মৰ পিচত আৰু সন্তান তেওঁলোকে নিবিচাৰিলে। জীৱন ককাইদেউৰ মতে আজিৰ যুগত এটি সন্তানেই যথেষ্ট। জী আৰু পুৰ মাজত কোনো পাৰ্থক্য নাই। মিতিৰ কুটুম আৰু লগৰ বন্ধু বৰ্গই তেওঁলোকক আৰু সন্তান দুই এটা জন্ম দিবলৈ উচতনী দিছিল। কিন্তু জীৱন ককাইদেৱে এটিতকৈ অধিক সন্তান জন্ম দিয়াই নিজৰ মানুহজনীক ঘুনীয়া কৰিবলৈ ইচ্ছা নকৰিলে। মৃত্যুৰ পিচত পিণ্ড দিবলৈও তেওঁ পুত্ৰ এটি কামনা নকাৰলে। কাৰণ তেওঁ মুগা বিচাৰি দহ ঠাই, দহ দেশ ঘূৰি ফুৰা মানুহ। এই দৰে ঘূৰি পকি ফুৰোতে তেওঁৰ বহুত অভিজ্ঞতা হৈছে। চাৰি-পাঁচটা পুত্ৰ জনম দিও বৃদ্ধ বয়সত এটা পুত্ৰৰ ওচৰতো স্থান নাপাই আলৈ আথানি হৈ জীৱন কটোৱা বহুত পিতৃ-মাতৃ তেওঁ লগ পাইছে। বিয়াৰ আগ মুহূৰ্তলৈকেহে পুত্ৰই পিতৃ-মাতৃক চিনি পায়। এজনী বিয়া কৰাই দিয়াৰ পিচত সেই পুত্ৰই পিতৃ-মাতৃক শত্ৰুৰ জ্ঞান কৰি আঁতৰি যোৱাৰ উদাহৰণ তেওঁৰ হাতত অলেখ আছে। গতিকে তেওঁ হা-পু, হা-পু বুলি মিছাতে হাবাথুৰি খাই বৃদ্ধ কালছোৱাত অশান্তি মাতি আনিবলৈ নিবিচাৰিলে।

ৰাতি আঠমান বজাতে তিনিও খাই বৈ উঠিল। তাৰ পিচত তামোল-চালি খাই

খাই তিনিও কথা পাতিবলৈ বহিল। অলপ দেৰি কথা পতাৰ পিচত মাধুৰীমাৰ টোপনি ধৰাত তাই শুবলৈ গ'লগৈ। তাই শুবলৈ যোৱাৰ আগতে নিজৰ কোঠাৰ বিচনাখন আলহি ফুলবৰক শুবৰ বাবে ভালকৈ কোবাই মেলি ঠিকথাক কৰি দি মাকৰ বিচনাতে মাক জীয়েক দুয়ো একেলগে শুম বুলি ফুলবৰৰ পৰা বিদায়লৈ গৈ বিচনাত পৰিলগৈ। জীয়েক উঠি যোৱাৰ পিছত জেউতীয়ে দেউৰেক ডাঃ প্ৰশান্তৰ বিয়াৰ কথা উলিয়ালে। তেওঁ ফুলবৰলৈ চাই ক'লে, "তুমি হয়তো নাজানাই তোমাৰ বন্ধু প্ৰশান্তই বিয়া পাতিলে নহয়। বিয়া পতাও আজি প্ৰায় ছয়-সাত বছৰেই হ'ল। ল'ৰা এটিও আছে। তাৰ মাকে পুতেকৰ নাম ৰাখিছে "পুষ্পক"। চোৱাচোন তোমাৰ নামৰ লগত কিমান সাদৃশ্য আছে? প্ৰশান্তৰ বিয়াত আমি তিনিও গৈ পোন্ধৰ দিন থাকি ডিব্ৰুগড় আৰু ডুলিয়াজানখন ফুৰিমেলি আহিলো। ডিব্ৰুগড় আৰু ডুলিয়াজানৰ প্ৰায় মানুহেই তোমাক চিনি পায়। প্ৰায়বোৰ মানুহৰ মুখতেই তোমাৰ অনেক গুণানুকীৰ্ত্তন শুনি আহিলো। অমৃত সিং নামৰ পঞ্জাবী এজনে যে তুমি তেওঁক একো জানিবলৈ নিদিয়াকৈ হঠাৎ বতাহৰ লগত হেৰুৱাদি হেৰাই যোৱাৰ কাৰণে অন্তৰত বৰ আঘাট পাইছে। আমাৰ আগত কথাবোৰ কওঁতে তেওঁৰ দুই চকুৰে চকুপানী বৈ অহা দেখিলো। তেওঁৰ জীয়েকজনীৰ নাম কি নাজানো, সুধিবলৈও নহ'ল। তাই তোমাৰ কথা সুধিছে। বৰ্তমান তুমি ক'ত কি কৰি আছা, আমাৰ পৰা জানিবলৈ বিচাৰিছিল। আমি তোমাৰ বিষয়ে একো নাজানো, বহুত বছৰ তোমাৰ লগত দেখা সাক্ষাৎ হোৱা নাই বুলি জনালত তাই একেবাৰে মন মাৰি পেলালে। "তুমি সেই পঞ্জাবীৰ পৰিয়ালটোক ভালকৈ চিনি পোৱা"? ফুলবৰে হঠাতে তাক বৌৱেকে কিবা প্ৰশ্ন কৰিব বুলি সি ভবাই নাছিল। মাত্ৰ সি বৌৱেকৰ মুখে পুৰণি কথাবোৰ শুনি আগৰ স্মৃতিবোৰ মনত পেলাই আনমনা হৈ আছিল। বৌৱেকে তাক কৰা প্ৰশ্নটোৰ উত্তৰ দিবলৈ গৈ সি প্ৰথমে ঠট্-মট্ খাই গৈছিল। তাৰ পিচত বৌৱেকে কি প্ৰশ্ন কৰিছে অলপ ভাবিবলৈ ধৰিলে আৰু ক'লে " কি বৌ, ইন্দুক চিনিপোৱা কথা সুধিছা? পাওঁ পাওঁ। সিহঁতৰ ঘৰতে দুবছৰ আছিলো।"

বৌৱেকে তাৰ অৱস্থাটোৰ কথা লক্ষ্য কৰি খুক্ খুক্ কৈ হাঁহি ক'লে, "পঞ্জাবী জনৰ জীয়েকৰ নাম তেন্তে ইন্দু? ভালেই হ'ল দিয়া, বিনাকষ্টে ছোৱালীজনীৰ নামটো জানি গলো। পঞ্জাবী ছোৱালীও অসমীয়া ডেকাৰ প্ৰেমত পৰিছিল যেন পাইছো। ফুলবৰে ক'লে, "নাই বৌ, তাই, মোক চাকৰি দিওতা মালিকৰ ছোৱালী আছিল।"

বৌৱেকে হাঁহি মাৰি ক'লে " হ'ব দিয়া। সেইবোৰ তোমাৰ ডেকা কালৰ কথা। এতিয়াতো তাই, ইন্দুৱে তোমাক আমনি কৰিবলৈ নাহে। বেছেৰীজনীৰ সেইদিনৰ অৱস্থাটোৰ কথা মনত পৰাতহে তোমাক কথাষাৰ কলো, বেয়া নাপাবা। পিছে ফুল, তুমি নিজে বন্ধুৱেৰা আৰু সুপ্ৰিয়াৰ মাজত বিয়াৰ সম্বন্ধ ঘটাবলৈ সুপ্ৰিয়াৰ দেউতাকৰ

ওচৰত প্ৰস্তাৱেই উত্থাপন কৰিছিলা, কিন্তু তুমি নিজে সেই বিয়াত উপস্থিত নাথাকি একেবাৰে অদৃশ্য হৈ দিলা কিয় ? প্ৰশান্ত আৰু সুপ্ৰিয়াহঁতে বিয়াৰ শেষ মুহূৰ্তলৈকে তোমাক বিচাৰিও কতো তোমাৰ ছাঁটোকে দেখা নাপালে। ইয়াৰ অৰ্থ কি মোক জনাবানে ?"

ফুলবৰে দীঘল হুমুনিয়াহ এটা এৰি দি ক'লে, — "বৌ, তুমি মোক যি দৰে জেৰা কৰিবলৈ আৰম্ভ কৰি দিছা, মই যেন সেই কনাই লোৱা সুপ্ৰিয়া নামৰ ভনীজনীক বন্ধু প্ৰশান্তলৈ বিয়া দিবলৈ বিচৰাত মনত আঘাট পাইহে পলাই দিলো। পিছে, আচলতে তুমি ভবাৰ দৰে নহয়। মই সেই সময়ত তাত নাছিলোৱেই। বিয়াৰ কথা কেনেকৈ জানিম ?"

বৌৱেকে পুনৰ ক'লে,— "ফুল, তুমি আজি নিজে আহি মোৰ ওচৰত ওলাই দিলাহি মই খুউব সুখী হৈছো। আজি অত বছৰ তোমাৰ কোনো খা-খবৰ নাপাই তুমি অসম এৰি কোনোবা দূৰ দেশলৈ গুছি গলাগৈ বুলি ভাবিছিলো। সৌ সিদিনা ককায়েৰাৰ মুখে তোমাৰ খবৰটো শুনিহে নিচিন্ত হলো। তুমি ঘৰলৈ ঘূৰি আহি বোলে বিয়াখনো পাতিলা। বিয়ালৈও আমাক নামাতিলা। নামাতিলা যদিও তোমাৰ খবৰটো পাই এদিন গৈ আহিমগৈ বুলি মনত গুণা-গঠা কৰি আছিলো। এনেতে তুমি আহি নিজেই ওলাই দিলাহি যেতিয়া মই ভাল পাইছো। মোৰ মনত উদয় হোৱা ভাব কিছুমান দূৰ কৰি লব পাৰিম। ফুলবৰে ক'লে, — "জানা বৌ, তুমি মোৰ পৰা কি জানিব বিচাৰিছা মই একো বুজিব পৰা নাই। তুমি যিদৰে কথাৰ পাতনি মেলিছা, মোৰ ভয়েই লাগিছে। তুমি আজি মোক শুবলৈ নিদিবা যেন পাইছো। মোৰ বিয়াত তোমালোকক খবৰ নিদিয়াৰ বাবে বেয়া পাইছা ? কিন্তু বৌ, মোৰ বিয়াখন মা-দেউতাই জোৰ কৰি পাতি দিলে। বিয়াৰ শেষ দিনালৈকে বিয়াখন যে হবগৈ মই ভাবিবই পৰা নাছিলো। সেয়েহে তোমালোকক খবৰটো দিয়া নহ'ল। বেয়া নাপাবা।" বৌৱেকে হাঁহি মাৰি ক'লে— "হব ফুল, আমাক নমতাৰ বাবে আমি অলপো বেয়া পোৱা নাই। আমাক বিয়ালৈ নামাতিলেও আমি সদায় তোমালোকৰ মঙ্গল কামনা কৰিয়েই আহিছো আৰু কৰিও যাম। পিছে তোমালোকৰ মঙ্গল চিন্তা কৰি যাওঁতেও তোমাৰ বন্ধুৱেৰা আৰু সুপ্ৰিয়াৰ মাজত পুষ্পক জন্ম হোৱাৰ পিচৰ পৰাই মাজে মাজে খুট-খাট লাগি থাকে বুলি খবৰটো পাইহে মোৰ মনটো ভাল নলগা হৈছে। স্বামী স্ত্ৰীৰ মাজত যদি অনবৰতে হাই কাজিয়া হৈ থাকে তেন্তে সেইখননো কেনেকৈ এখন সুখৰ সংসাৰ হ'ব বুলি আশা কৰিব পাৰি ?"

বৌৱেকৰ কথা শুনি ফুলবৰ চক্‌খাই উঠিল, তাৰ গা বাজিল। বৌৱেকে আজি তাৰ পৰা কি জানিবলৈ বিচাৰি বন্ধুৱেকৰ বিয়াৰ কথা উলিয়াইছে। সি একো নজনাহে দেখুৱাবৰ কাৰণে সুধিলে, "বৌ, সিহঁতহালৰ মাজতনো কিহক লৈ ইমান খুট-খাট্ আৰম্ভ হৈছে?"

বৌৱেকে দুখ মনেৰে ক'লে, " মই বিশেষ একো নাজানো। নাজানো বাবেই তোমাৰ মুখৰ পৰা কিছুমান জনাৰ আশাৰে এইবোৰ কথা উলিয়াইছো। বিয়াৰ দুদিনৰ

পিচত সুপ্ৰিয়াই মোক বহুবাই লৈ তোমাৰ বিষয়ে বহুত কথা ক'লে। তোমাৰ গুণ গৰিমা গাই গাই তেওঁ এটা সময়ত কান্দিয়েই দিলে। তাইৰ বিয়াৰ সেই শুভ মুহূৰ্তত ককায়েকটোক অৰ্থাৎ তোমাক কাষত নাপাই তেওঁ একেবাৰে অধৈৰ্য্য হৈ পৰিছিল। সেইদিনা তোমাৰ মুখখন এবাৰ দেখা পোৱা হ'লেও তেওঁ কিছু শান্তি পালেহেঁতেন। বিয়াৰ দিনা দেখা নিদিলা নাই। এতিয়াও কোনো এদিনা গৈ তেওঁক দেখা কৰি আহিবা। লগতে তেওঁৰ পাঁচ বছৰীয়া 'পুষ্পক'টোকো একোলা লৈ আহিবাগৈ। ল'ৰাটি একেবাৰে তোমাৰ দৰেই তজবজীয়া শকত আৰত ধুনীয়াটি হৈ পৰিছে বুলি প্ৰশান্তই আমাক জানিবলৈ দিছে। প্ৰশান্তই নিজেই নিজৰ পুতেকটোক নিজৰ দৰে নহৈ, তোমাৰ দৰে হৈছে বুলি জনোৱাৰ অৰ্থটো মই আজিও বুজিব পৰা নাই। মই এইখিনিতে তোমাৰ পৰা জানিবলৈ বিচৰা আচল প্ৰশ্নটো সুধো, তুমি বেয়া ধৰণেৰে ভাবি নলবা দেই। সুপ্ৰিয়াই বাৰু তোমাক প্ৰাণভৰি ভাল পাইছিল নেকি? তুমি তাইৰ অন্তৰৰ কথা কিবা উমান পাইছিলানে? এইটোৱেই তোমাৰ পৰা মই জানিব বিচৰা শেষ প্ৰশ্ন। তুমি মিছা নামাতিবা।"

ফুলবৰ বহুত পৰ মৌন হৈ ৰ'ল। তাৰ দুগালেদি দুধাৰী চকুলো বাগৰি আহিল। তাৰপিচত কান্ধত থকা গামোচা খনেৰে চকুপানীখিনি মুচি লৈ উত্তৰ দিলে, "মই নাজানো বৌ, হয়তো পাইছিল"। এই চমু উত্তৰটো দি সি তলমূৰকৈ বহিল। বৌৱেকে ক'লে, "হয়তো পাইছিল নহয় ফুল, মই বুজিব পাৰিছো, তেওঁ তোমাৰ কেৱল প্ৰাণভৰি ভাল পোৱাই নহয়, তোমাৰ প্ৰতিছবিও তাইৰ অন্তৰত সুৰক্ষিত অৱস্থাত স্থাপন কৰি ৰাখিছে, যাতে তাই প্ৰতি মুহূৰ্ততে তোমাক স্মৰণ কৰিব পাৰে। সেয়েহে তাই গৰ্ভধাৰণৰ সময়তো গিৰিয়েক প্ৰশান্তৰ ঠাইত তোমাক কল্পনা কৰিহে গৰ্ভধাৰণ কৰিছিল। ফলত তেওঁৰ সন্তানটি বাপেকৰ দৰে নহৈ তোমাৰ আকৃতি-প্ৰকৃতি ললে। সেই কথাটো নিশ্চয় প্ৰশান্তইও বুজি উঠিছে। সেয়েহে সিহঁত দুটাৰ মাজত ইমান খুটখাট্ চলিছে। ভগৱানে সিহঁত হালক সুমতি দিয়ক।"

কথাখিনি কৈ শেষ কৰি জেউতীয়ে তামোল এখন মুখত সোমোৱালে। ফুলবৰে লাহেকৈ উঠি এৰিথৈ অহা দিনবোৰৰ কথা ৰোমন্থন কৰি কৰি মাধুৰিমাই যতনাই থৈ যোৱা বিচনাখনত পৰিলগৈ। কোঠাটোৰ দৰ্জাখন মাৰিবলৈকে পাহৰিলে। বিচনাত দীঘল দিয়াৰ পিচত কথাটো মনত পৰিছিল যদিও উঠিবলৈ তাৰ মন নগল। বাহিৰত ফেৰ-ফেৰিয়া বতাহ আৰু কিনকিনীয়া বৰষুণ পৰি থকাৰ কাৰণে শীত অনুভৱ কৰি এৰি চাদৰ খন গাই মূৰে মেৰাই লৈ টোপনি যাবলৈ যত্ন কৰিলে। দুপৰ ৰাতি ফুলবৰে শুই থকা বিচনাখনৰ কাষতে মানুহ দুটামানে ফুচফুচাই কথা পতা শুনি সাৰ পাই গ'ল। চকু দুটা মেলি চালে। চাৰিওফালে ঘোপমৰা আন্ধাৰ একো মনিব নোৱাৰি। ৰাতি কিমান হ'ব পাৰে ফুলবৰে অনুমান কৰিব নোৱাৰিলে। বাহিৰত কেইটাইনো এই গেলা বতৰত ৰাতিখন ক'ত কথা পাতিছে জানিবৰ কাৰণে লাহেকৈ মূৰত মেৰাই লোৱা এৰিচাদৰ খন অলপ

তললৈ খহাইদি কাণ দুখন উলিয়ালে। সেই সময়তে সি শুই থকা কোঠাটোৰ দৰ্জাখন বন্ধ কৰাৰ শব্দ এটা শুনিলে। কোনেনো তাৰ কোঠাৰ দৰ্জাখন বন্ধ কৰিছে গাৰুটোৰ পৰা মূৰটো ঘূৰাবলৈ নাপালেই। কিবা ফটাকানী জাতীয় কাপোৰ এসোপা তাৰ মুখখনৰ ওপৰত পেলাই লৈ তাৰ মুখখন হেঁচা মাৰি ধৰিলে। লগে লগে আন এটাই ওপৰলৈ মুখ কৰি শুই থকা ফুলবৰৰ ওপৰত তললৈ পেট পেলাই পৰিলৈ সাবট মাৰি ধৰিলে। সেই মুহূৰ্তত তেওঁ অন্য চিন্তা বাদ দি তেওঁৰ প্ৰাণ ৰক্ষাৰ কথা চিন্তা কৰিলে। এয়া দেখ দেখকৈ কোনোবাই তাক আক্ৰমণ কৰিছে। এই আক্ৰমণকাৰী তাৰ বৌৱেকেই হওঁক বা আন কোনোবাই হওঁক কাকো সি ৰেহাই নিদিব। তাৰ ওপৰত উঠি থকা প্ৰাণীটোৱে ইতিমধ্যে তাৰ গাত মেৰাই লৈ থকা এৰিচাদৰ খন খহাই পেলাবলৈ টনা-টনি কৰিছে। তাৰ শিতান মনিত ৰৈ তাৰ মুখত হেঁচা মাৰি ধৰি থকা প্ৰাণীটোৱে তাৰ মুখৰ ওচৰলৈ হাউলাই আনি তাৰ গালতে কামোৰ এটা দিছে। সেই চেগতে ফুলবৰে তাৰ গালত কামোৰা প্ৰাণীটোক তাৰ সোঁহাতখনেৰে জোৰেৰে চেপা মাৰি ধৰি সি শুই থকা গাৰুটোত হেঁচামাৰি ধৰিলে। ওপৰত উঠি থকাটোৱে এইবাৰ তাৰ গাৰ এৰি চাদৰখন টানি দূৰলৈ দলিয়াই পেলাই দি তাৰ দুই ভৰিৰ মাজত আঠুকাঢ়ি বহিলৈ সি পিন্ধি থকা লুঙিখনৰ গাঠিয়ো খুলিবলৈ খপজপ লগাইছে। সেই সুযোগতে ফুলবৰে লাহেকৈ তাৰ ভৰি এটা কুচাই আনি আঠু লৈ বহি থকা প্ৰাণীটোৰ পেটলৈ বুলি অনুমানতে হেপাহ পলুৱাই গোৰ এটা সুধাই দিলে। একে গোৰে মানুহটো বিচনাৰ পৰা কৰ্ফাল খাই বেৰ খনত খুন্দা এটা মাৰি ধুপুচকৈ মাটিত বাগৰি পৰা শব্দ এটা সি শুনিবলৈ পালে। এইবাৰ ফুলবৰে অতি ক্ষিপ্ৰতাৰে বিচনাখনত বহিলৈ ডিঙিত হেঁচা মাৰি ধৰি ৰখা প্ৰাণীটোক শিতানমণিৰ পৰা চুচৰাই বিচনাত পেলাই লৈ চকুৱে, কানে, মুখে ঘোচাৰ পিচত ঘোচা লগাবলৈ ধৰিলে। সিমানতো হেঁপাহ নপলোৱাত বিচনাৰ ওপৰৰ পৰা দৰ্জাখনৰ ফালে পুতলা এটাক ডাঙি দলি মৰাৰ দৰে দলি মাৰি পঠালে। প্ৰাণীটো মাটিত নপৰি আন এটা প্ৰাণীৰ ওপৰত পৰিলগৈ। সেই প্ৰাণীটোৱে 'মৰিলো ঐ' বুলি চিঞৰ এটা মাৰি দৰ্জাখন খুলি ওলাই লৰ মৰা ফুলবৰে গম পালে। ওলাই দৌৰ মৰা প্ৰাণীটোৱে বোধকৰো প্ৰথম দুটাই মৌজোলকণ খাই শেষ কৰাৰ পিচত, মৌ সিতাকণ চুপিম বুলি দৰ্জাৰ কাষতে জোপলৈ বহি আছিল। ফুলবৰ শুই থকা কোঠাত মানুহৰ চিঞৰ শুনি জেউতী আৰু মাধুৰীমাই দুয়ো দুটা চাকি জ্বলাই লৈ তাৰ কোঠাত উপস্থিত হলহি। চাকিৰ পোহৰত ফুলবৰে দেখিলে দুইটা প্ৰাণী অচেতন হৈ পৰি আছে। দৰ্জা মুখত পৰি থকা মানুহটোৰ মুখ আৰু নাকেদি তেজৰ সোত বাগৰিব লাগিছে। আনটো সম্পূৰ্ণ উলঙ্গ অৱস্থাত কাটিহৈ পৰি আছে। ফুলবৰে খৰধৰকৈ আগুৱাই গৈ তাৰ কাষতে সিয়েই ফুলবৰৰ গাৰ পৰা এৰুৱাই দলিমাৰি মাটিত পেলাই দিয়া এৰি চাদৰ খন নগ্ন দেহাটোৰ ওপৰত পেলাই দি নাক আৰু বুকুত হাতখন দি মানুহটো মৰিল নেকি পৰীক্ষা কৰি চালে। জীয়াই আছে বুলি জানিব

পাৰি সুখী হ'ল। আনটোকো পৰীক্ষা কৰি জীয়াই আছে বুলি জানিব পাৰি বৌৱেক আৰু মাধুৰীমালৈ চালে। মাধুৰীমাই জ্বলা চাকিটো হাতত লৈ ঠক্‌ঠক্‌কৈ কঁপি কঁপি মাকক এখন হাতেৰে গাবোটা মাৰি ধৰি আছে। মাকে শিলৰ মূৰ্ত্তি এটাৰ দৰে একেঠৰে ঠিয় হৈ পৰি থকা মানুহ দুটালৈ চাই আছে। ফুলবৰে বৌৱেককৈ চাই সুধিলে, "বৌ, তুমি মানুহ দুটা চিনি পাইছা নেকি?" বৌৱেকে ক'লে, "পাইছো, এই দুটাই আজি দহদিন মানৰ আগতে আমাৰ মাজনীক বাটত আগছি ধৰিছিল। সেইদিনা ইহঁতৰ কলেজত কিবা ফাংচন পাতিছিল। লগৰ বাকীবোৰ ছোৱালী আগত গুছি আহিল। পিছত এই অকলেই আহি ঘাট পাৰ হবলৈ নাঁৱৰ বাবে কিছু সময় ঘাটত ৰব লগা হৈছিল। সেইকণ সময়তে এই দুটা কৰবাৰ পৰা আহি এইক আগছি ধৰি টকাৰ লোভ দেখুৱাই নদীৰ পাৰৰ হাবিডৰালৈ যাবলৈ বেয়া মতলবৰ ইঙ্গিত দিছিল। খণ্ডত এই স্থান, কাল, পাত্ৰ পাহৰি ভৰিৰ চেন্দেল খুলি দুইটাৰ গালতে দুটা চৰ লগাই দিছিল। তাৰ ফল শুভ নহৈ অশুভহে হ'ল। চৰখাই দুইটাই হিংস্ৰ ৰূপ ধাৰন কৰি বাঘে গৰু ধৰাৰ দৰে এইক হাবিৰ মাজলৈ চুচৰাই নিছিল। ভাগ্যক্ৰমে আমাৰ গাঁৱৰ ল'ৰা কেইটামানে ঘাট পাৰ হবলৈ আহি সেই সময়তে উপস্থিত হৈছিলহি। সিহঁতৰ পিছে পিছে খেদি গৈ এইক উদ্ধাৰ কৰি আনিলে, কিন্তু এই দুটাক ধৰিব নোৱাৰিলে। এইক হাবিৰ মাজতে পেলাই থৈ সিহঁত দুটা ডাঠ হাবিত সোমাই পলাল। লগে লগে থানাত খবৰ দিয়া হ'ল। কিন্তু পুলিচে আজি পৰ্য্যন্ত এই দুটাক বিচাৰি উলিয়াই এৰেষ্ট কৰিবলৈ সক্ষম নহ'ল। আজি নিজে আহি আমাৰ ঘৰতে ওলাই দিছেহি। এই হালক আৰু মই আজি জীয়াই থাকিবলৈ নিদিও।" এই বুলি কৈয়েই হাতৰ চাকিটো মাটিতে ঠেকেচা মাৰি থৈ দৌৰ মাৰি ভিতৰ সোমাই গৈ কুঠাৰ এখন আনি দৰ্জাৰ মুখতে লাংখাই পৰি থকাটোৰ ডিঙিটোলৈ বুলি লক্ষ্য কৰি ঘাপটো মাৰিব খুজিছিল। কিন্তু ফুলবৰে জেউতীৰ মনৰ কামনা পূৰ হবলৈ নিদিলে। জাপ মাৰি গৈ বৌৱেকৰ হাতৰ কুঠাৰখন থাপ মাৰি ধৰি কাঢ়িলৈ আহিল। তাৰ পিছত মাক-জীয়েক দুয়োকে হাতত ধৰি কোঠাটোৰ পৰা বাহিৰলৈ টানি লৈ আহিল। মাক-জীয়েক হালৰ মূৰ্ত্তি দেখি ফুলবৰে বুজি পাইছিল যে প্ৰথম দুটাকৈ মানুহ সিহঁতৰ নিজৰ ঘৰৰ ভিতৰত আধামৰাহৈ পৰি থকা দেখি ভয় খাই কঁপি উঠিছিল। কিন্তু পিচ মুহূৰ্ততে যেতিয়া মানুহ দুটাৰ মুখ দুখন দেখি, সিদিনাৰ সেই গুণ্ডা দুটাই এই দুটা বুলি চিনিব পাৰিলে, তেতিয়া মাক-জীয়েক দুই জনীৰ অন্তৰত ওপজা ভয়ৰ ঠাইত প্ৰতিশোধৰ ভাব জাগি উঠিছে। গতিকে সেই দুটাৰ সন্মুখত মাক-জীয়েকহালক থাকিবলৈ দিলে কিবা অঘটন ঘটাই দিব পাৰে বুলি ভাবিয়েই মাক-জীয়েক হালকে কোঠাটোৰ বাহিৰলৈ টানি লৈ আহিল। মনত জাগি উঠা ক্ৰোধ, প্ৰতিশোধ স্পৃহা, ঘৃণা ভাব সম্বৰণ কৰিব নোৱাৰি কোঠাটোৰ বাহিৰলৈ আহিয়েই দুইজনী মজিয়াতে বহি পৰিল। দুইজনীকে তেনেকৈ বহি থাকিবলৈ দি ফুলবৰে চাকি এটা হাতত লৈ পুনৰ কোঠাটোৰ ভিতৰলৈ সোমাই গৈ গুণ্ডা দুটাক বান্ধি থবলৈ

কৰবাত ৰচি এডাল পোৱা যাব নেকি কোঠাটোৰ চাৰিওফালে বিচাৰিবলৈ ধৰিলে। এনেতে মাটিত্তে পৰি থকা মোনা এটা দেখা পালে। মোনাটো খুলি চাওঁতেই তাৰ ভিতৰত সি বিচাৰি ফুৰা বস্তুপদ পাই গ'ল। দীঘল এডাল প্লাষ্টিকৰ গৰু এবাল। সেইডাল টানি বাহিৰ কৰি উলিয়াই অনাৰ পিচত দেখা পালে মোনাটোৰ ভিতৰত আৰু কেইপদমান বস্তু আছে। তিনিটা খালী মদৰ বটল, দুখন দীঘল চুৰী কটাৰী। সেই কেইপদ বস্তু তাতে থাকিবলৈ দি এবালডালেৰে দুইটাকে হাতে ভৰিয়ে মেৰাই বান্ধি পেলালে, যাতে সিহঁতহালে জ্ঞান ঘূৰাই পোৱাৰ পিচত পলাই সাৰিবলৈ যত্ন কৰিব নোৱাৰে। কামখিনি শেষ কৰি কোঠাটোৰ বাহিৰ ওলাই আঁহোতে ফুলবৰে ভাবিলে সেই নঙঠা হৈ পৰি থকা মানুহটোৰ পেটলৈ বুলি লক্ষ্য কৰি গোৰটো মাৰোতে তাৰ গোৰটো ছাঁগে পেটত নালাগি আথানত পৰিল, সেয়েহে সি ইমান পৰেও জ্ঞান ঘূৰাই পোৱা নাই। বেচেৰাটোৱে মোক মাধুৰীমা বুলি ভাবিলৈ তাৰ হিংস্ৰ কামনা পূৰ কৰিবলৈ একেবাৰে নাঙঠ হৈ নিজকে সাজু কৰি লৈছিল।

বাহিৰলৈ ওলাই আহি বৌৱেকৰ কাষতে পিৰা এখন টানি আনি বহিলৈ বুজনি সুৰত ক'লে, "বৌ, মই বুজিব পাৰিছো সেই গুণ্ডা দুটাক দুঘাপমান দিবলৈ নাপাই তোমাৰ খঙ উঠিছে। কিন্তু বৌ, ভাবি চোৱাচোন, ককাইদেউ ঘৰত নাই। এনে অৱস্থাত যদি তুমি দুটা মানুহ তোমাৰ ঘৰৰ ভিতৰত শেষ কৰি দিয়া, তেন্তে তাৰ ফল কি হবগৈ পাৰে? বিচাৰৰ শেষত ফলাফলে কি ৰূপ লব সেইটো পিচৰ কথা। প্ৰথম প্ৰথম দুটাকৈ মানুহ খুন কৰাৰ অপৰাধত তোমালোক দুইজনীক ধৰিনি পুলিচে হাজোতত সোমাৱাই থবগৈ। তেতিয়া ঘৰখনৰ অৱস্থা কি হব? নভবা নিচিন্তাকৈ কোনো কামত হাত দিয়া উচিত নহয়। মই অকলেই সেই দুটাক শেষ কৰি পেলাব পাৰিলোহেঁতেন। কিন্তু তোমালোকৰ কথা চিন্তা কৰিয়েই সিমানতে এৰিলো। এই হালৰ লগত আৰু এটা আহিছিল। সি পলাই সাৰিল। বোধহয়, সি আপোনালোকৰ ঘৰটো চিনাকী কৰি দিছে আৰু মাধুৰীমা কোনটো কোঠাত শুৱে দেখোৱাই মেলি দিছেহি। গতিকে পলাই যোৱা ল'ৰাটো আপোনালোকৰ ঘৰলৈ ঘনাই আহি থকা ল'ৰা হ'ব। বাৰু বৌ, আপোনালোকৰ গাওঁবুঢ়াজনৰ ঘৰলৈ কিমান দূৰ হ'ব?"

মাধুৰীমাই ক'লে "বেছি দূৰ নহয়, আমাৰ ঘৰৰ পৰা পূবলৈ পাঁচঘৰ এৰিয়েই গাওঁবুঢ়াৰ ঘৰ।" তেতিয়া ফুলবৰে ক'লে, "ৰাতি পুৱাবলৈ এতিয়াও বহুত সময় বাকী আছে। এতিয়া আপোনালোক দুয়ো গৈ গাওঁ বুঢ়াক মাতি আনি ঘটনাটো বেলেগ ধৰণেৰে সজাই পৰাই কব লাগিব। এই কাম মই কৰিছো বুলি ঘুণাক্ষৰেও উচ্চাৰণ নকৰিব। মই এই দুটাক এনে অৱস্থাত ৰাখিছো বুলি কব লাগিলে, পুলিচে বেলেগ সন্দেহ কৰিব। গৃহস্থজন নথকাৰ সুযোগলৈ মাক-জীয়েকহাল লগলাগি কৰবাত গুণ্ডা এটা আনি পোঁহাহে বদনাম পাব। দোষী কেইটা দোষৰ পৰা মুক্তি পাব। আপোনালোকে জানো দোষীয়ে

শাস্তি পোৱাটো নিবিচাৰে? মাধুৰীমাই ক'লে, "বিচাৰো, সিহঁতক তিল তিলকৈ শাস্তি দি মৰাতো বিচাৰো।"

ফুলবৰে ক'লে "তেন্তে, গাওঁবুঢ়া আৰু পুলিচৰ আগত কবা যে দেউতা ঘৰত নথকাৰ কাৰণে মা আৰু মই দুয়ো মোৰ কোঠাতে শুই আছিলো, ৰাতি একমান বজাত বতাহ বৰষুণৰ সুযোগ লৈ এই গুণ্ডা দুটাই কিবা প্ৰকাৰে দৰ্জা খুলি আমাৰ দুইজনীৰ ওপৰত পাশৱিক অত্যাচাৰ চলাব খুজিছিল। আমি আমাৰ প্ৰাণ ৰক্ষাৰ কাৰণে দুইজনীয়ে দুটাক মৰিয়াই ভুকুৱাই এই অৱস্থা কৰি সিহঁতি লগত অনা ৰচিডালেৰেই সিহঁতকে বান্ধি পেলালো। এইহালৰ লগত আৰু এটা আহিছিল। সি পলাল। বচ্ ইমানখিনি ক'লেই হব। বাকী পুলিচৰ কাম পুলিচে কৰি যাব। সুফল পাবলৈ হ'লে টকা কেইটামান খৰচ কৰিব লাগিব। কিন্তু টকা নাপালে আজিকালি একো কামেই নহয়। কথাটো মনত ৰাখিব। যাওঁক এতিয়া। প্ৰথমে গাওঁবুঢ়াক মাতি আনি সকলো দেখাই বুজাই লওঁক। তাৰপিচত পোহৰ হোৱাৰ লগে লগে গাওঁবুঢ়াক লগতলৈ থানাত সবিশেষ জনাবগৈ। আপোনালোক আহি পোৱাৰ আগে আগে মই যামগৈ। গাওঁবুঢ়াক মই দেখা নকৰো।"

সিহঁত দুজনী আহি পোৱাৰ আগে আগে ফুলবৰ যামগৈ বুলি কোৱাত, দুইজনীয়ে ভয় খালে। বৌৱেকে ক'লে, "আমাক আকৌ বিপদত পেলাই থৈ তুমি কিয় যাবাগৈ?"

ফুলবৰে এই বিপদৰ সময়তো হাঁহি এটা মাৰি ক'লে, "আপোনালোকে নিজৰ বিপদ নিজে মাতি আনিছে। মই মাতি অনা নাই বৌ, আপোনালোকেনো মোক কিয় মাধুৰীমাই শুৱা বিচনাখনত শুবলৈ দিছিল? সিহঁতি মোক বিছাৰি অহা নাছিল নহয়। মাধুৰীমাকহে বিচাৰি আহিছিল। গোটেই ৰাতিটো তিনিওটাই অদল-বদল কৰি হেপাহ পলোৱাই তাইৰ দেহাটো উপভোগ কৰিলৈ, ৰাতি পুৱাৰ সময়ত সিহঁত দুটাক বান্ধি থোৱা গৰু এৰালডালেৰে মাধুৰীমাৰ দেহাটোক বান্ধি লৈ নদীত পেলাই দিলেগৈ হেঁতেন। তেতিয়া সিহঁতো মুক্ত আৰু আপোনালোকো বিপদৰপৰা মুক্তি পালেহেঁতেন নহয় জানো?"

ফুলবৰে যে সিহঁতৰ কথাত কিবা আঘাট পাইছে বুজিব পাৰি ক'লে, "নহয়, ফুল, তুমি আমাক বিপদত পেলাইছা বুলি কবলৈ যোৱা নাই। বৰঞ্চ মোৰ ছোৱালীজনীৰ জীৱনটো বচাই দিয়াৰ কাৰণে আমি তোমাৰ ওচৰত চিৰ কৃতজ্ঞ হৈছো। ইতিমধ্যে আচল বিপদৰ পৰা ৰক্ষা পালোৱেই। বাকীখিনি কামো যদি তুমি কৰি গলাহেঁতেন, আমি নথৈ সুখী হলোহেঁতেন।" ফুলবৰে ক'লে, "নহয় বৌ, এতিয়া কথা পাতি সময় খৰচ কৰাৰ সময় নহয়। মোক তোমালোকৰ ঘৰত গাঁৱৰ ৰাইজে নেদেখাতো বিচাৰিছো। মই যোৱা ৰাতিয়ে তোমালোকৰ ঘৰত কটোৱা নাই, এই কথা প্ৰমাণ কৰি দেখোৱাবৰ কাৰণেই কোনেও নেদেখাকৈ ৰাতিয়ে পলাব খুজিছো। এই গুণ্ডা কেইটা বা পুলিচৰ ভয়ত নহয়। বৰঞ্চ তোমালোক দুজনীৰ মঙ্গলৰ বাবেহে। পলম নকৰিব্য যোৱা। ভিতৰত সেয়া ধমধমনী উঠিছে। সিহঁতহালে বোধহয় জ্ঞান ঘূৰাই পাইছে। মই সিহঁত দুটাৰ ওচৰলৈ

যাওঁ"। ফুলবৰ বহাৰ পৰা ঠিয় হ'ল। জেউতী আৰু মাধুৰীমাই তিতি বুৰি জুলা চাকি এটা হাততলৈ ওলাই গ'ল।

ফুলবৰে প্ৰায় দুই তিনিমাইল মান খেপিয়াই খেপিয়াই আন্ধাৰ ফালি আগুবাই যোৱাৰ পিচত পূব আকাশত পোহৰ হৈ অহা দেখিবলৈ পালে। কষ্টক কষ্ট নুবুলি আহোতে আহোতে দিনৰ বাৰ বজাত ঘৰ আহি সোমালহি। গা-পা ধুই ভাত পানী খাই দিয়াৰ পিচত দুৰ্ঘোৰ ভাগৰ এটাই ফুলবৰক হেঁচা মাৰি ধৰিলে। অলপ কাটি হওঁ বুলি বাহিৰৰ বিচনা খনতে দীঘল দি পৰি দিয়াৰ অলপ পিচতে টোপনি গ'ল। তাৰ চিৰলগৰী পেচনে তাইৰ বৈবাহিক জীৱন চোৱাত দেখি নেপোৱা এটা দৃশ্য দেখিবলৈ পালে। একে লেঠাৰিয়ে তিনি চাৰিদিন টোপনি খতি কৰিলেও, গোটেই দিনটো অতিমাত্ৰাত শাৰীৰিক পৰিশ্ৰম কৰি আহিলেও যিটো মানুহে দিনত শুৱাতো বাদেই, জিৰণি কাক বোলে চিনি নাপাই, তেনেটো মানুহে আজি এফালৰ পৰা আহিয়েই বিচনাত দীঘল দিয়াই নহয়, টোপনিও গ'ল। আজিৰ দিনটো পেচনে মনত ৰাখিব লগা দিন। পিচদিনাৰ পৰা আকৌ ফুলবৰ আগৰ ৰূপত যান্ত্ৰিক মানৱ এটাৰ দৰে লেঠাৰি নিছিগা কৰ্মত ব্যস্ত। ৰাতি নৌ পুৱাবৰ পৰা ৰাতি বাৰ বজালৈকে কামৰ পৰা জিৰণি লবলৈ তেওঁৰ সময় নাই। এইদৰেই ফুলবৰৰ কৰ্মময় জীৱন চলি থাকিল। দিন গ'ল, নতুন দিন আহিল, শাওন মাহ শেষহৈ ভাদ মাহ সোমাল।

এই ভাদ মাহতে এদিনা আবেলি পৰত ফুলবৰহঁতৰ ঘৰত জীৱন জেউতী আৰু মাধুৰীমা আহি ওলালহি। সেই সময়ত ফুলবৰ ঘৰত নাছিল। মাহ সিচিবৰ কাৰণে মাটি উলিয়াবলৈ গৈ ঘৰ সোমোৱাহি নাই। গতিকে নতুন আলহি দেখি পেচনে প্ৰথমে অলপ থত্‌মত্‌ খাইছিল যদিও শাহুৱেকে পৰিচয় কৰাই দিয়াত আথে-বেথে বহিবলৈ দি চাহ তামোল খাবলৈ দিলে। পেচনৰ মুখে জানিব পাৰিলে যে সন্ধ্যাৰ আগত তেওঁ ঘৰ আহি পোৱাৰ আশা নাই। অৱশ্যে তেওঁ আহি পোৱাত পলম হলেও জীৱনহঁতৰ একো অসুবিধা নহয়। কাৰণ পৰিয়ালৰ ল'ৰা দুটাক ঘৰ ৰখীয়া দি দুৰাতি ফুলবৰৰ ঘৰত কটাম বুলি সাজু হৈয়ে আহিছে। তথাপি যাক লগ কৰাৰ উদ্দেশ্য লৈ ইমান দূৰৰ পৰা বাটকুৰি বাই আহিছে, আহি পায়েই যেতিয়া মানুহজন ঘৰত নেদেখিলে। তেওঁক লগ পাবলৈ কমেও চাৰি ঘন্টা অপেক্ষা কৰিব লাগিব বুলি শুনিলে, তেওঁলোকৰ উৎসাহটো কিছু দমি গ'ল। অপেক্ষা নকৰি উপাইও নাই। তেওঁ নিজে নাহিলে মাতি আনিবৰ কাৰো সাহস নাই। পথাৰখনো আছে চাৰি পাঁচ মাইল মান দূৰত। গতিকে এই চাৰি ঘন্টা সময় এনেয়ে কটোৱাতকৈ আলহিয়ে চাহ, জলপান খাই উঠি চোতালতে বহি পেচন, পেচনৰ শাহুৱেকৰ লগত মেলমাৰি সময় কটোৱাৰ ব্যৱস্থা কৰিলে।

জেউতীহঁতে ভাবিছিল, আজি বিশ বাইশ দিনৰ আগত ফুলবৰে তেওঁলোকৰ ঘৰত যি দুটা গুণ্ডাক আধামৰা আধা জীয়া কৰি থৈ আহিছিল, সেইবোৰ কথা নিশ্চয়

ঘৰত কৈছেহি। সেই ঘটনাটো শেষত কি হ'লগৈ পেচনহঁতে তেওঁলোকৰ পৰা জানিবলৈ বিচাৰিব। কিন্তু এঘণ্টা-ডেৰঘণ্টা সময় অনেক কথা পতাৰ পিচতো যেতিয়া সেই বিষয়ে এওঁলোক কোনেও নুসুধা দেখি জেউতীয়ে নিজে সেই বিষয়ে উপযাচি জনাবলৈ মন কৰি ঘটনাটো পাতনি মেলিলে। জেউতীয়ে পেচনৰ মুখলৈ চাই ক'লে, "তোমাৰ মানুহজন বাৰু বৰ সাংঘাতিক নহয় নে বাৰু?" পেচনে ক'লে, "জানো বাইদেউ, তেখেতক সৰুৰে পৰা আপোনালোকেহে পাইছে। গতিকে আপোনালোকেহে জানিব। মই কালি পৰহি অহা মানুহ জনীয়েনো কেনেকৈ জানিম?"

জেউতীয়ে ক'লে "জানিবা, কিয় নাজানিবা। মানুহক চিনি পাবলৈ বেছি সময় নালাগে নহয়। সেইদিনা ঘটনাটোকে ধৰাচোন বাৰু। তেওঁনো আমাৰ ঘৰত আছিল কি কণ সময়? সম্পূৰ্ণ এৰাতিয়েই নহয়। সেইকণ সময়তে দুটাকৈ গুণ্ডাক তেওঁ অকলেই কালী নাগক কৃষ্ণই দমন কৰাৰ দৰে দমন কৰি সাহস আৰু বীৰত্বৰ চিনাকী দি আহিল। সেই ঘটনাটো মনত পৰিলে মোৰ আজিও বুকুখন কঁপি উঠে। তেওঁৰ মুখে ঘটনাটো শুনি তোমাৰ কেনে লাগিছিল বাৰু ? ভয় লাগিছিল, নে তোমাৰ মানুহজন এজন বীৰ পুৰুষ বুলি জানিব পাৰি আনন্দ লাগিছিল।

জেউতীৰ মুখত এনে আচহোৱা কথাবোৰ শুনি কেৱল পেচনেই নহয়, পেচনৰ শহুৰেক-শাহুৱেকেও একো বুজিব নোৱাৰি ৰ' লাগি জেউতীৰ মুখলৈ চাই আছে। তাৰ পিচত পেচনে সুধিলে, "বাইদেউ, আমি হলে আপোনাৰ কথা একো তত্বকে ধৰিব পৰা নাই। আমাৰ এখেতে আপোনালোকৰ ঘৰত গৈ কি কালীয়া দমন নাটৰ অভিনয় কৰিলেগৈনো আমিতো নাজানো আৰু শুনাও নাই। অন্যহাতে এখেততো আপোনাকৰ ঘৰলৈ এবাৰেই যোৱা নাই। লগত লগত তিনিবাৰনে চাৰিবাৰ গৈ আহিছে। কিন্তু এবাৰো আমাক একো কথা জনোৱা নাই। জেউতীয়ে আচৰিতহৈ সুধিলে, "ফুল, কি আমাৰ ঘৰলৈ কেইবা বাৰো গৈছে?"

পেচনে শলাগিলে "হয় বাইদেউ, মুগাৰ খবৰটো দিবলৈ যোৱাৰ দিনাৰ কথা বাদ দিও তাৰ পিচতো তিনিবাৰ গৈছে। কেৱল যোৱাই নহয় এৰাতি এৰাতি থাকিও আহিছে। কিয় আপোনালোকৰ ঘৰত ওলোৱাগৈ নাই নেকি? তেনেহলে তিনিটাকৈ ৰাতি ক'ত কটাই আহিছে? বাৰু যতেই নকটাওক সেইটো আমাৰ জানিব লগা বিষয় নহয়। জানিবলৈ বিচাৰিলেও একো উত্তৰ নাপাওঁ। তেখেতেনো কি কৰিছে, নিজ চকুৰে দেখা খিনিৰ বাদে নেদেখা খিনি তেখেতৰ মুখৰ পৰা কোনোদিন বাহিৰ নহয়। নিজৰ ঢোল নিজে পিতাতো তেখেতৰ ধৰ্মই নহয় বুলি মই ধৰিলৈছো।" পেচনহঁত কোনেও সেইদিনাৰ ঘটনাটোৰ কথা নাজানে বুলি জানি জেউতীয়ে আদিৰ পৰা অন্তলৈকে সকলো বিৱৰি ক'লে। জেউতীৰ কোৱা শেষ হ'লত নিজৰ স্বামীৰ বীৰত্বৰ কাহিনী শুনি পেচনৰ অন্তৰত গৌৰৱবোধ জাগিলেও মনত ভয় ভাব এটাও জাগিল। ভাগ্য দুইটাকে একেগলে কাবু

কৰিব পাৰিলে বুলিহে আৰু তৃতীয়তো ভয়তে পলাল বুলিহে এখেতৰ একো হানি-বিঘিনী নঘটিল। যদি সেইটো নহৈ তিনিওটাই একেলগে আক্রমণ চলালেহেঁতেন এখেতে অকলে বাৰু কি কৰিলে হেঁতেন ? পেচনে এই বোৰকে ভাবি চিন্তি তলমূৰকৈ বহি ৰ'ল। লগতে পৰম কৰুণাময় ভগৱানৰ নাম কেইবাৰমান স্মৰণ কৰিলে।

সন্ধ্যা ভগাৰ পিচত হাতত পকা শ'লমাছ দুটা ওলমাই লৈ ফুলবৰ ঘৰত উপস্থিত হ'লহি। ভিতৰত আলহি বহি থকা দেখি ককায়েকহঁত কেতিয়া পালহি, আহোঁতে বাটত কিবা কষ্ট হৈছিল নেকি ? এনে জাতীয় কিছু কথা জানি লৈ গা-পা ধুবলৈ ওলাই গ'ল।

ৰাতি ভাত পানী খাই উঠি তামোলৰ বটাটো আগত লৈ কথা পাতিবৰ কাৰণে সকলো মুখামুখিকৈ বহিল। শাক-খোৱা, ভাত-খোৱা, খেতি পথাৰৰ কথা, ৰাষ্টা পদূলিবোৰ বানপানীয়ে ভঙাৰ কথাকে আদি কৰি, অসম ৰাজ্যৰ মানুহ বিলাকৰ দুৰ্দশাৰ কথা, ৰাজনীতিৰ কথা, মন্ত্ৰী বিধায়ক সকলৰ দুৰ্নীতিৰ কথা আদিকে ধৰি বহুত আলোচনা চলিল। এই আলোচনাত প্ৰধান অংশ গ্ৰহণকাৰী আছিল ফুলবৰে। ককায়েক জীৱনে চিন্তা কৰি চাইছে ফুলবৰে যিবোৰ কথা নাজানিলেও, আলোচনা নকৰিলেও চলে বা আলোচনা কৰিও একো লাভ নাই, এনেবোৰ কথাতে সময়বোৰ খৰচ কৰি আছে। অথচ সি সুধিব লগা বা আমাৰ পৰা জানিব লগা কথা এটাকে সুধা নাই কিয় ? সেইদিনা আধামৰাকৈ মানুহ দুটা পেলাই থৈ অহাৰ পিচত কাহিনীবোৰতো সি একো নাজানে, তেন্তে সি অতপৰে সেইবোৰৰ বিষয়ে আমাক একো সুধা নাই কিয় ? আৰু উপযাচি সুধাও আশা নাই ! গতিকে জীৱনে নিজেই সেই বিষয়ে পাতনি মেলি ক'লে, "ফুল, সেইদিনা তুমি আমাৰ যি উপকাৰ কৰি আহিলা তাৰ তুলনা নাই। তোমাক সেইদিনা আমাৰ ঘৰলৈ পৰম পিতা ভগৱানেহে ঠেলা মাৰি পঠাইছিল হবলা। নহলে মোৰ একমাত্ৰ ছোৱালীজনীক মই মুগা বিচাৰি ঘূৰি আহি দেখিবলৈ নাপালোহি হেঁতেন।

ফুলবৰে আচৰিত হোৱা ভাৱ দেখুৱাই সুধিলে, "ককাইদেউ, আপোনালোকৰ ঘৰত সেই কামটো যে ময়েই ঘটালো, আপুনি জানিলে কেনেকৈ ? আপোনাক কোনে ক'লে ? মইতো বৌ আৰু মাধুৰীমাক মোৰ কথা নকবলৈ দঢ়াই দঢ়াই কৈ আহিছিলো। তেনেস্থলত আপোনাৰ কাণত ....।" জেউতীয়ে ফুলবৰৰ কথা শেষ হবলৈ নিদি মাজতে ধৰি ক'লে, "ফুল, মই দোষী, তুমি দঢ়াই দঢ়াই তোমাৰ কথা নকবলৈ কৈ অহাৰ পিচতো তোমাৰ গুণ গৰিমাৰ কথা তোমাৰ ককায়েৰাৰ আগত নোকোৱাকৈ থাকিব নোৱাৰিলো। তাৰ বাবে আমাৰ হালক কি শাস্তি দিয়া, সেই শাস্তি আমি নতশিৰে গ্ৰহণ কৰিম। এই কথা একমাত্ৰ তোমাৰ ককায়েৰাৰ বাদে আমাৰ তাৰ দ্বিতীয় এজন ব্যক্তিয়ে নাজানে। সেই অঞ্চলৰ সকলো মানুহে, আনকি পুলিচ বিভাগেও আমি মাক-জীয়েক হালেই সেই দুঃসাহসিক কামটো কৰিলো বুলিহে জানে আৰু মানিও লৈছে।" ঘৈণীয়েকৰ কথা শেষ হোৱাৰ পিচত ভাক্ ভাক্কৈ কিছু সময় হাঁহিলৈ জীৱনে ক'লে, "আমাৰ সেই অঞ্চলৰ

সকলো মানুহে সেই কাণ্ডটো আমাৰ এই বীৰাঙ্গনা দুজনীয়েই ঘটালে বুলি মানি ললে বুলিয়েই, মুৰ্খ পুলিচ মখাই স্বীকাৰ কৰিবলৈ বাধ্য হ'ল বুলিয়েই মইও মানি লব লাগিব নেকি? মই কি মোৰ পৰিবাৰ আৰু ছোৱালীজনীৰ সাহসৰ কথা নাজানো? নিগনি এটা দেখিলেই 'মৰিলো ঔ, খালে ঔ' বুলি তিনিজাপ মৰা মানুহকেইজনীয়ে দুই তিনিটা গুণ্ডা, ডকাইটৰ লগত যুদ্ধ কৰিবলৈ যাব?" প্ৰশ্নবোধক চিনটোৰ দৰে ফুলবৰৰ মুখলৈ কিছু পৰ চাই থাকি পুনৰ ক'লে, "বাৰু বাদ দিয়া তোমাৰ ফাল্টু টেঙৰামী কথা। তুমি আমাক কৰা সেই উপকাৰৰ বাবে, তোমাক দিবলৈ আমাৰ একোৱেই নাই। মানুহৰ জীৱন বচাওঁতা জনক কোনে কি মূল্য দি সুখী কৰিব পাৰিব? আমি তোমাক কৃতজ্ঞা জনোৱাই নাছিলো। তাৰ বাবে তুমি আমাক কি বুলি বা ভাবিছা?"

"একো বুলি ভবা নাই।" ফুলবৰে তপৰাই উত্তৰ দিলে। তাৰ পিচত কলে, "আপোনালোকৰ কিন্তু এটা বেয়া কাম কৰিলে। আপোনালোকৰ গাওঁবুঢ়াৰ পুতেক মিন্টুক জেল খোৱাৰ পৰা বচাই আনি ভাল কাম নকৰিলে। গাওঁবুঢ়াৰ চলাহী কথাত বিশেষকৈ ককাইদেউ ভুল খাব নালাগিছিল। বাৰু তেতিয়া যি কৰিলে কৰিলে। এতিয়াও মোৰ উপদেশ শুনে যদি কওঁ, ভাল পাত্ৰ এটি চাই অতি সোনকালে আমাৰ এই মাধুৰীমাক বিয়া দি উলিয়াই দিয়াৰ ব্যৱস্থা কৰক। মিন্টুক জেল খোৱাৰ পৰা বচাই আনি আপোনালোকৰ নিজৰ বিপদ নিজে চপাই লৈছে। মই এই কথা আপোনালোকক আগতিয়াকৈ জনাই থলো। মোৰ উপদেশ নামানিলে পিচত কিন্তু পস্তাব।" ফুলবৰৰ কথা শুনি জীৱন আচৰিত হ'ল। তেওঁ সুধিলে মিন্টুক জেলৰ পৰা বচাই অনাৰ কথা তুমি কেনেকৈ জানা? সেই ঘটনাৰ লগত মিন্টুও যে জড়িত আছিল, এই কথানো কেনেকৈ জানিলা? আমাৰ গাঁৱত মিন্টু নামৰ যে ল'ৰা এটা আছে, সেই কথাকেইবা জানিলা কেনেকৈ?

ফুলবৰে হাঁহি হাঁহি উত্তৰ দিলে, "মই আপোনালোকৰ বিষয়ে নাজানো কি, তাকে কওক? গাঁও বুঢ়াৰ দুৰ্নীতিকাৰী ইঞ্জিনীয়াৰ পুতেকলৈ আপোনালোকৰ মৰমৰ জী মাধুৰীমাক খুজিছিল, কিন্তু আপোনালোকে একে এষাৰতে নিদিও বুলি ক'লে। তাৰ পিচত দ্বিতীয় পুতেক মিন্টুৱে মাধুৰীমাৰ আশাত আপোনালোকৰ ঘৰলৈ ঘনাই অহা-যোৱা কৰিবলৈ ধৰিলে। প্ৰথমে তাৰ মতলৱৰ কথা আপোনালোকে বুজিব পৰা নাছিল। যেতিয়া বুজি উঠিছিল তেতিয়া তাৰ আশাত চেঁচা পানী ঢালি, তাক আপোনালোকৰ ঘৰলৈ অহাতো বন্ধ কৰি দিছিল। সেই মিন্টুকে গাওঁবুঢ়াৰ চলাহি কথাত ভুল গৈ আপোনালোকে জেল খোৱাৰ পৰা বচাই আনি গাওঁবুঢ়াৰ সন্মান বচাই দিলে সঁচা, কিন্তু আপোনালোকে নিজলৈ বিপদ মাতি আনিলে। "সাপে নাপাহৰে কঁকালৰ কুব ; মাকে নাপাহৰে পুত্ৰৰ শোক" এই নীতি বচন ফাঁকি মনত ৰাখিবলৈ মই আপোনালোকক অনুৰোধ জনাইছো। পিচত দেখিব, উপকাৰীক অজগৰেহে খুটিবলৈ গাওঁ বুঢ়াৰ সমন্বিতে

মিন্টুৱে চেলু বিচাৰি ফুৰিছে।

একে ঘটনাৰ লগত জড়িত, সমান দোষী, মিন্টুৰ অসৎ কামৰ লগৰীয়া আব্দুল আৰু কৰিমৰ ছবছৰকৈ জেল আৰু পাঁচ হাজাৰ টকাকৈ জৰিমনা হ'ব পাৰে, মিন্টুৰ নহ'ল কিয় ? তাৰ উত্তৰ আপোনালোকৰ হাতত্তে আছে। গতিকে এই বিষয়ে মই ব্যাখ্যা নকৰো। আব্দুল বোলাটোৱে মোৰ গোৰ খাই চিৰজীৱনৰ বাবে তাৰ পুৰুষত্ব হেৰুৱাব লগা হ'ল। কিয়নো মোৰ গোৰটো তাৰ আথানত লাগিছিল, আনটো কৰিমে মোৰ শক্তিশালী ঘোচা কেইটাত হেৰুৱাব লগা হ'ল তাৰ আগ পাৰিৰ তিনিটাকৈ দাঁত আৰু বাওঁ চকুটো। হয়নে নহয় কওক। আপোনালোকে ভাবিছে মই একোৱেই নাজানো। আপোনালোকক দেখা নিদিয়াকৈ মই আপোনালোকৰ তালৈ তিনিবাৰ গৈ তিনি ৰাতি কটাই সকলো ভূ-লৈ আহিছো। বৌ আৰু মাধুৰীমাৰ মঙ্গল কামনা কৰিয়েই তিনিবাৰকৈ গৈও আপোনালোকক দেখা নিদিলো। মই যে গৈছিলো তাৰ এটা সাধাৰণ প্ৰমাণ দিওঁ শুনক, থানাৰ ফিল্ডত পুলিচ অফিচাৰৰ সন্মুখত অসংখ্য দৰ্শকৰ আগত আমাৰ মাধুৰীমাই মই শিকাই থৈ অহামতে সজাই পৰাই কথাবোৰ কব নোৱাৰি ভেঁভেঁ কৈ কান্দি দিছিল আৰু বৌৱে মিছা কথাবোৰ সঁচা বুলি ডাঠি কবলৈ যত্ন কৰোতে বেঙেমুতা গৰুৰ দৰে থক্ থক্ কৈ কঁপি উঠিছিল। ভাগ্যে যেনিবা সেই অৱস্থাটোক এওঁলোকৰ অন্তৰত উদয় হোৱা খং-ৰাগ, ভয়, অপমান, দুখ-বেজাৰ আদি সকলো একেলগে কৰিব নোৱাৰি উৎপন্ন হোৱা বুলি ধৰি ললে। গাওঁবুঢ়াৰ সন্মুখতে পুলিচৰ পিটনৰ কোবত আব্দুল আৰু কৰিমে যেতিয়া সিহঁত দুটাৰ লগত সেই কু-কাৰ্যত গাওঁবুঢ়াৰ পুতেক মিন্টুও জড়িত আছিল বুলি শুনিবলৈ পালে আৰু লগতে জানিব পাৰিলে যে তিনিওটা মিলি গোটেই ৰাতি মাধুৰীমাৰ দেহাটো উপভোগ কৰাৰ পিচত ঘটনাৰ সকলো চিনচাব নাইকীয়া কৰি পেলাবৰ কাৰণে যে মাধুৰীমাক বান্ধি ৰাতিৰ ভিতৰতে নি ওচৰৰ নদীখনত পেলাই দিয়াৰ পৰিকল্পনাটো প্ৰথম সিহঁত দুটাক মিন্টুৱেই জনাই দিছিল আৰু সেই উদ্দেশ্যেই মিন্টুৱে নিজৰ ঘৰৰ পৰা গৰু এৰাল দিয়া দীঘল প্লাষ্টিকৰ এৰালডাল লগতলৈ গৈছিল। পুলিচে দেখোৱা এৰালডাল সিহঁতৰ হয় বুলি গাওঁবুঢ়াই স্বীকাৰো কৰিছিল। ইমানখিনি প্ৰমাণৰ পিচতো আপোনালোকে গাওঁবুঢ়াৰ মুখলৈ চাই মিন্টুক শাস্তিৰ পৰা ৰেহাই দিয়ালে। সেয়া আপোনালোকে ভাল কাম কৰিলেনে ? মই সেই সময়ত উক্ত স্থানত উপস্থিত নাছিলো বুলি কব পাৰিবনে ?

জীৱন-জেউতী আৰু মাধুৰীমাই একো উত্তৰ দিব নোৱাৰিলে। কেৱল ভেবা লাগি একেথৰে ফুলবৰৰ মুখলৈ চাই ৰ'ল।

তৃতীয় দিনা চিন্তাভৰা মন এটা লৈ জীৱনহঁত ঘৰলৈ ঘূৰিল।

0000000

# দহ

ন-মাটি ভাঙিবলৈ কৰা যাত্ৰাৰ আগদিনা গধুলি সময়ত যেতিয়া টালি-টোপোলা, দা, কুঠাৰলৈ ছজন মানুহ আহি পেচনৰ ঘৰত উপস্থিত হ'লহি, তেতিয়া ঘটনা কি বুজিব নোৱাৰি ভেলেঙী পছুৰ দৰে পেচনে মানুহ ছজনৰ ফালে চাই ৰ'ল। আগন্তুক কেইজনে নিজে নিজে ঢৰা-পীৰা ভিতৰৰ পৰা আনি বহি ললে আৰু লগত অনা সম্পতিবোৰ ঘৰটোৰ চুক এটাত দমাই থলে। ঘৰত গিৰিয়েক ফুলবৰো নাই। শাহুৱেক-শহুৰেক দুয়োজন দুবছৰ অগাপিছাকৈ আজি পাঁচ ছবছৰ আগতেই এই সংসাৰ ত্যাগ কৰি সিপুৰীলৈ গলগৈ। এয়া ১৯৫০ চনৰ ১৫ আগষ্টৰ অসমৰ প্ৰলয়ংকাৰী বৰ ভূমিকম্পটোৰ পিচৰ কাহিনী। বৰ ভূমিকম্পই অসমৰ অন্যান্য মানুহৰ লগতে ফুলবৰহঁতৰ গাওঁ খনতো প্ৰলয় সৃষ্টি কৰি থৈ গ'ল। গাওঁবাসীৰ কাৰোৱে ঘৰতে জীৱ-জন্তুৰ কোনো হানি-বিঘিনী নঘটালে যদিও মাটিবাৰীবোৰ একেবাৰে খেতিৰ অনুপযোগী কৰি থৈ গ'ল। সেই কাৰণে ফুলবৰে এই গাঁৱৰ মাটিবাৰী এৰি ভাল খেতি উপযোগী মাটি বিচাৰি মিৰি, আবৰৰ পাহাৰৰ ফালে যোৱাটোকে সিদ্ধান্ত কৰি পেলালে। সেই উদ্দেশ্য গাঁৱৰ বাচি বাচি তিনিজন মানুহ আৰু বাৰ মাইল মান দূৰৰ তিনিজন মানুহ লগ হৈ আলোচনা কৰি যাত্ৰাৰ দিনবাৰ ঠিক কৰি পেলালে। এই কথা ঘৈণীয়েক পেচনক জানিবলৈ দিয়া নাই। সেয়েহে পেচনে আগন্তুক কেইজনৰ মুখলৈ ৰ-লাগি চাই থাকিব লগা হৈছে। পেচন এতিয়া গাভৰু হৈ থকা নাই। এটা পুতেক আৰু পাঁচজনীকৈ ছোৱালীৰ মাক। তেওঁ সন্তান সকলৰ নাম একাদিক্ৰমে— ৰংমলা, বয়স ১৩ বছৰ, সুগন্ধী বয়স ১১ বছৰ, দুৰ্গাৱতী বয়স ৬ বছৰ, ভৃগুমণি বয়স ২½, গুণমণি বয়স ডেৰ বছৰ। সেইমতে ন-মাটি বিচাৰি যাত্ৰা কৰিবলৈ ওলোৱা মানুহ কেইজন হ'ল ১ নং জন অৰ্থাৎ দলটোৰ দলপতিজন ফুলবৰ বয়স ৪৭ বছৰ, মোহন দলপতিৰ ককায়েক বয়স ৫২ বছৰ, কেৰপাই, বয়স ৫১ বছৰ, একান্ত ডেকা ল'ৰা, বয়স ২৪ বছৰ, ধনীৰাম, মাধৱ আৰু জয়ধনৰ বয়স প্ৰায় সমান। দুই এমাহৰ কম বেছি হব। বয়স ৪৭ ৰপৰা ৪৯ বছৰৰ ভিতৰত। এই তিনিজন ফুলবৰ হঁতৰ গাঁৱৰ পৰা ১২ মাইলমান দূৰৰ নলনীপাম গাঁৱৰ বাসিন্দা।

পেচনে কিছু , সময় মানুহ দুজনলৈ তধা লাগি চাই থাকি একান্ত নামৰ যুৱক জনক সুধিলে, — " একেবাৰে যে টালি-টোপোলা, অস্ত্র-সস্ত্র লৈ কৰ্ণৰ হৈতে ছয়পাণ্ডৱ আমাৰ ঘৰত উপস্থিত? কৰবালৈ যুদ্ধ যাত্রা কৰা হব নেকি?"

একান্তই ক'লে, "আমিনো কি জানো খুৰী, আপোনালোকৰ দাইটিয়েহে ক'ত দেশ জয় কৰিবলৈ আমাক সৈনিক হিচাপে মাতি পঠাইছে, আপুনি সেনাপতিৰ পত্নী হিচাবে আমাক জনাবহে পাৰিব।" বুলি কৈ পেচনে আগবঢ়াই দিয়া বটাটোৰ পৰা তামোল এখন মুখত ভৰালে। পেচনে দীঘল হুমুনিয়াহ এটা কাঢ়ি স্বৰ্গ উক্তি কৰাৰ দৰে ক'লে, "চিৰি বিষ্টু, ছয় জনকৈ আলহি মাতি আহিছে অথচ মোক এই মুহূর্তলৈকে একোৱেই জানিবলৈ দিয়া নাই। মইনো এতিয়া ক'তে মৰো। এই মানুহ জনৰ এনেবোৰ কথাতে মই কেতিয়াবা লাজত পৰি মৰিবগৈ লাগিব যেন পাইছো।"

"আপুনি একো চিন্তা কৰিব নালাগে বাই, আমি সকলো ৰচদ পাতি লগত লৈয়ে আহিছো। মাত্র বনাই মেলি দিলেই হ'ব।" নলনীপাম গাঁৱৰ মাধৱ বোলাজন ক'লে। পেচনে সকলোলৈকে এবাৰ চাই লৈ ক'লে, "মই আপুনি অহাৰ বাবে বেয়া পাই বা এমুঠি খোৱাৰ যোগাৰ কৰি দিব নোৱাৰিম বুলি ভয় কৰি এই কথা কোৱা নাই। আপোনালোকে বেয়া নাপাব। মোৰ মানুহ জনৰ স্বভাৱটোৰ কথা মনত পৰিহে দুখ লাগি এই কথা কলো। "আজি গধুলি কোনোবা কেইজনমান মানুহ আমাৰ ঘৰলৈ আহিব, তুমি খোৱা-বোৱাৰ কাৰণে সাজু হৈ থাকিবা। "এই কথাষাৰকে মোক আগতিয়াকৈ জনাই থৈ যাব পাৰে। মইতো গুৰু ভকতক এসাজ খোৱাবলৈ পালে ভালহে পাওঁ।"

একান্তই ক'লে, "কি কৰিবা খুৰী, দাইটি তেনেকুৱাই। আমাৰ গাঁৱৰ ৰাইজেনো দাইটিৰ স্বভাৱ চৰিত্ৰৰ কথা কোনে নাজানে? এখেতলোক তিনিজন দূৰৰ পৰা আহিছে বাবে দাইটিৰ কথা বুজি পোৱা নাই। লাহে লাহে সকলো বুজি পাব। কিয়নো দাইটিয়েই হ'ল আমাৰ সাতজনীয়া সৈন্যদলৰ সেনাপতি। বাৰু খুৰী, আপুনি এতিয়া দূৰৰ পৰা অহা এই আলহী তিনিজনৰ বাবে চাহ এটুপাকে বনাওক গৈ।" অতপৰে আলহীক চাহ এটুপাকে দিয়া নাই, কি কৰিছ" বুলি দাইটিয়ে আহি আপোনাকহে গালি পাৰিবহি। আমি তিনিটা হলো এই গাঁৱৰে মানুহ। আমি আজিয়েই আহি ৰাতিখন আপোনালোকক আমনি নিদিয়াহেঁতেনো হলহেঁতেন। কালি দাইটিক লগ পাই এই কথাষাৰকে কৈছিলো আৰু লগতে জনাইছিলো যে আমি তিনিও ৰাতিপুৱা যাত্রাৰ আগমুহূৰ্তত আপোনালোকৰ ঘৰত উপস্থিত হমগৈ। কথাষাৰ কবলৈহে পালো, দাইটিয়ে মোক চুইহে নিকিলালে। গধূলি কিবা হেনো আলোচনা কৰিব লগা আছে গতিকে তেখেতে সময় দিয়া মতেই আমি সকলো আহি নিৰ্দ্দিষ্ট সময়ত আপোনাৰ ঘৰত উপস্থিত হৈছোহি। পিছে তেখেত কোনফালে গ'ল বা?"

পেচনে দুখমনে ক'লে, "দদায়েৰাইনো মোক কৈ থৈ কৰবালৈ যোৱাৰ কথা

কোনখন শাস্ত্রত লিখা আছে? নাইবা কিবা কাম মোৰ লগত আলোচনা কৰি কৰা, নতুবা কিবা ভাল কামেই হওঁক বা বেয়া কামেই হওঁক কৰি থৈ আহি মোক জানিবলৈ দিয়াৰ কথা কৰবাত শুনিছা? আজি খাই বৈ দুপৰীয়াই ওলাই গল। ক'লৈ গৈছে ভগৱানে জানে আৰু তেখেতে জানে। মোক সুধি লাভ নাই।" এই বুলি কৈ পেচন ভিতৰ সোমাই গল।

আলহীয়ে চাহ খাই উঠাৰ আধাঘন্টা মানৰ পিচতে ফুলবৰে কথমপি বলে পৰা বুঢ়া বৰালী মাছ এটা আনি সকলোৰে সন্মূখতে ধমৃকৈ পেলাই দি মাত লগালে। সকলো পালাহি হঁক নে? "ফুলবৰৰ প্ৰশ্নলৈ কোনেও কাণ নিদি সকলোৰে দৃষ্টি কেৱল মাছটোত নিৱদ্ধ হ'ল। ছয়ফুট ওখ মানুহ এটাই ওলমাই ললে এহাত ডেৰহাতমান মাটিত চুচৰি যোৱা এই মাছটো তেওঁ কৰপৰা আনিছে, কেনেকৈ ধৰিলে, সকলোৱে জানিবলৈ বিচাৰিলে। কিন্তু বীৰ পুৰুষৰ এইবোৰ অবান্তৰ প্ৰশ্ন উত্তৰ দিবলৈ সময়ও নাই আৰু অভ্যাসো নাই। গতিকে একান্ত নামৰ ডেকাজনলৈ চাই ফুলবৰে ক'লে, "এইটো তুমি কাটি-বাচি ৰেডি কৰি খুৰীয়েৰাৰ ৰন্ধা বঢ়াৰ কামত সহায় কৰি দিয়া। মই গা-মূৰ ধুই আঁহো। আৰু শুনা, মাছ গোটেইটো বনাবলৈ কবা। কালিলৈ পুৱাৰ বাবে ৰাখিব নালাগে। কালিলৈ পুৱা পাঁচ বজাতে এইটোৰ সমান আন এটা মাছ আহিব।" এইবুলি কৈ গামোচা এখন কান্ধত পেলাই লৈ নাদৰ ফালে খোজ ললে।

আলহী তিনিজনে এইহেনডাল মাছ একে সাঁজতে বনাবলৈ আদেশ দিয়া শুনি ভয়েই খালে। সঘনাই ইজনে সিজনৰ মুখলৈ চাবলৈ ধৰিলে। তেওঁলোক তিনিজনৰ মনত প্ৰশ্ন উদয় হ'ল। এই প্ৰকাণ্ড মাছটো একে সাঁজতে এই কেইটা মানুহে খাই শেষ কৰিব পৰাতো সম্ভৱ হবনে? তেওঁলোকে এহতীয়া বৰালী এটাকে দুই তিনি সাজত খাইহে শেষ কৰে, তেনেস্থলত এসাজত ? ৰাম-ৰাম-ৰাম। তেওঁলোক তিনিজনৰ মনত উদয় হোৱা ভাৱবোৰ বোধহয় বীৰ পুৰুষৰ ককায়েক মোহনে বুজিব পাৰিছিল। সেয়েহে নিজে নিজকে কোৱাৰ দৰে মন্তব্য কৰিলে, " ইয়াৰ সকলো কাম-কাজ এনেকুৱাই। সাঁচন সামৰণ নাই। পহু এটা মাৰি আনিলেও পিৰা দুটা নিজলৈ ৰাখি বাকীখিনি গাঁৱৰ ৰাইজৰ মাজত ভগাই দিয়ে। সাতহাল গৰু, মহে খেতি কৰে। নিজৰ ভঁড়ালত ধৰাখিনি ধান নিজে ৰাখি, বাকীখিনি দুখীয়া হালুৱা জালুৱাক বিলাই দিয়ে। তাৰ বিনিময়ত সিহঁতৰ পৰা সি ধন্যবাদ শব্দটোও শুনিবলৈ আশা নকৰে।"

ৰাতি দহ মান বজাত ভাত খোৱা বাবে নিমন্ত্ৰণ আহিল। দূৰৰ আলহী তিনিজনে হাতীখুজিয়া বাটিত আৰু কাঁহীৰ কাষত মাছৰ দম দেখিয়েই সন্তুষ্ট হ'ল। বেছি খাব নোৱাৰিলে। তামোল-চালি, চুৰট-ধপাত খাই উঠি পিচদিনাৰ যাত্ৰাৰ বিষয়ে আলোচনা কৰিলে। ফুলবৰে জনালে যে তেওঁলোকে কৰবাত বিপদত পৰিবগৈ বুলি কোনো চিন্তা কৰিব নালাগে। তেওঁলোক যি ডোখৰ ঠাইলৈ মাটি খুলিবলৈ যোৱাৰ সিদ্ধান্ত কৰিছে, সেইখিনিতে তেওঁৰ পুৰণা মিচিং বন্ধু এজন আছে। তেওঁৰ নাম বকাসুৰ দলে। তেওঁ

তেওঁলোকক সহায় কৰিব। ৰাতি এঘাৰ বজাত সকলো শুই পৰিল।

পিচদিনা বৃহস্পতিবাৰৰ পুৱা ৮ বাজি ১০ মিনিটত যাত্ৰা শুভ লগ্নত, সাতজনীয়া দলটো যাত্ৰাৰ বাবে সাজু হ'ল। দ'লটোৰ নায়ক ফুলবৰৰ পৰিবাৰে পাঁচখন আঞ্জা-ব্যঞ্জনেৰে জুতি লগাই ৰান্ধি দিয়া ভাত মুঠি খুব তৃপ্তিৰে খাই গেৰু-গেঠু লগাত নায়কজনৰ বাদে বাকী লগৰীয়া কেইজনে খন্তেক জিৰাই লব খুজিছিল। পিচে নায়কৰ কাঢ়া আদেশ শুনি সকলোটিয়ে মনৰ আশা মনতে ৰাখি হাতে হাতে দা-কুঠাৰ কান্ধত তুলি টোপোলা আঁৰিলে নায়কৰ পিচফালে শাৰী পাতি থিয় হ'ল। পেচনে চোতালৰ সোমাজতে ৰঙা মাটিৰে বৰডলাখনৰ সমান ঠাই এটুকুৰা মুচি মিঠাতেলৰ চাকি এগছি জ্বলাই থৈছে। চাকি গছিৰ কাষতে যাত্ৰাৰ মঙ্গল আৰতী জনাই তামোল পাণৰ শৰাই এখন আৰু সাতডাল ধুপ কাঠি জ্বলাই নেদেখাজনৰ ওচৰত কাতৰ ভাৱে প্ৰাৰ্থনা জনাই লেপেটা কাঢ়ি পৰি আছে। ফুলবৰে সাতজনৰ বাবে ফুল আৰু আমপাত দি সজাই ৰখা পানীভৰা সাতটা লোটাৰ প্ৰথমটোৰ পৰা এচলু পানী হাতত বাকিলৈ "কৃপাময়, তোমাৰ চৰণ চিন্তি আমি কেইজনে জীয়াই থকাৰ উপায় বিছাৰি যাত্ৰা আৰম্ভ কৰিছো, তুমি আমাৰ সহায় হবা।" বুলি মুখেৰে উচ্চাৰণ কৰি তাৰে অলপ মুখতলৈ বাকীখিনি মূৰত ঘঁহি লৈ তিনিখুজ আগুৱাই গ'ল। সেইখিনিৰ পৰাই পেচনে প্ৰাৰ্থনা জনাই থকা চাকি গছিৰ ফালে ওলগ তিনিটা লৈ পিচলৈ এবাৰো ঘূৰি নোচোৱাকৈ গৈ গৈ নঙলামুখ পাৰ হ'ল। নায়কক দেখি বাকী ছজনেও সেইমতেই যাত্ৰাৰ নীতি নিয়ম পালন কৰি আগুৱাই গৈ নায়কক লগ ললেগৈ।

সাতজনীয়া দলটোৰ যাত্ৰা কাম সমাপ্ত হ'লত পেচনে পৰি থকাৰ পৰা উঠি জ্বলি থকা চাকি গছি ভক্তি ভাৱে দাঙি নি নিজৰ বৰিয়াকৈ বনাই লোৱা একোঠলীয়া মন্দিৰটোৰ আসনৰ ওচৰত ৰাখিলেগৈ। তাৰ পিচত লোটাকেইটা তামোল-পাণৰ শৰাইখন নি ভিতৰত ৰাখি বৰ ভাগৰুৱা মানুহৰ দৰে হেলাই হেফাই আগুৱাই গৈ বিচনা খনত লেৰবাই পৰিলগৈ।

দেউতাকহঁতৰ যাত্ৰাৰ দৃশ্যটো দূৰৰ পৰা চাই থকা চাৰি বছৰীয়া পুতেক পৰমানন্দই দেউতাকহঁত যোৱাৰ পিচত বৰবায়েক ৰংমলাৰ ওচৰলৈ গৈ সুধিলে "দেউতাহঁত ক'লৈ গৈছেনো বাইদেউ?" বায়েকে উত্তৰ দিলে, "ন-মাটি ভাঙিবলৈ।" পৰমাই পুনৰ সুধিলে "ন-মাটি কেনেকৈ ভাঙে বাইদেউ?" ৰংমলাই ক'লে, "মই নাজানো। মোক আয়েহে কৈছে।" ওচৰতে বৈ থকা মাজু বায়েক সুগন্ধিয়ে গহীনাই উত্তৰ দিলে "বাইদেউৱে নাজানে, মই জানো। আমাৰ খেতি কৰা মাটিবোৰ ভূমিকম্পত বেয়া হ'ল নহয়। সেই বাবে ভাল মাটি বিচাৰি গৈছে। হাবি কাটি নতুনকৈ মাটি উলিয়াব। তাকে ন-মাটি ভঙা বুলি কয়।" ওচৰতে ঢৰা এখন পাৰি কিতাপ পঢ়ি থকা দুৰ্গাৱতীয়ে বায়েক সুগন্ধিহঁতৰ ফালে চাই অভিমান কৰি ক'লে, "তহঁতি ন-মাটিলৈ যাবলৈ পাবি। ভাইটিয়ে মইহে যাবলৈ

নাপাওঁ। কালি দেউতাই কোৱা শুনিছো, আমাৰ পঢ়া খতি হ'ব কাৰণে বোলে আমাৰহালক ন-মাটিলৈ যাবলৈ নিদিয়ে। মাহীহঁতৰ ঘৰত থৈ যাম বুলি কৈছে।

সৰু বায়েক দুৰ্গাৱতীৰ কথা শুনি পৰমাৰ খং উঠি গ'ল। সি খং কৰি ক'লে, "তয়েই থাকিবি মাহীহঁতৰ ঘৰত। মই নাথাকো। মই ন-মাটিলৈ যাম বুলিছো যামেই।"

লেংটা পেংটা হৈ ওচৰতে ঠিয়হৈ থকা ভনীয়েক দুজনী ভৃগুমণি আৰু গুণমণিয়ে ফুটা নুফুটা মাতেৰে ককায়েকৰ লগত চিঞৰিলে "আমি যামেই, মই যামেই, আমি যামেই, মই যামেই।"

এনেতে ভিতৰৰ পৰা ডাক আহিল "ডাঙৰ মা, ভাত বাঢ়ি দিছো, ভায়েৰা-ভনীয়েৰাহঁতক লৈ আহ। ন বাজিব এতিয়া। খাই বৈ কণমাইকে বাপুকে স্কুলত থৈ আহগৈ। (মাকে দুৰ্গাৱতীক কণমাই আৰু পৰমাক বাপু বুলি মাতে।) সকলো ভিতৰলৈ সোমাই গ'ল।

সাতজনীয়া দলটো উত্তৰফালে হাবি-জংঘল কাটি কাটি গৈ বেলি ডুবাৰ সময়ত বকাসুৰ ৰাজ্যত উপস্থিত হলগৈ। এইজন বকাসুৰ তাহানি ভীমে বধ কৰা বকাসুৰ নহয়। কলিযুগৰ বকাসুৰ। কলিযুগৰ বকাসুৰ হলেও এইজন কম ক্ষমতাশালী লোক নহয়। দফলা পৰ্ব্বতৰ নামনিত এখন মিচিং গাওঁ। সেই জনজাতি গাওঁখনৰে মুৰব্বী জনৰ নাম মিষ্টাৰ বকাসুৰ দলে। ধনে-ধানে, মাটিয়ে বাৰীয়ে, শিক্ষাই-দীক্ষাই, ক্ষমতাই এজন নামজ্বলা বিখ্যাতলোক। তেখেতে বুদ্ধি, ধন আৰু বাহু বলেৰে তৰাজান নদীৰ কাষত প্ৰায় দুশবিঘা মাটিৰ অধিকাৰীহৈ নানা ধৰণৰ খেতি কৰি এটা বিৰাট পৰিয়ালসহ সুখে সন্তুষে বসবাস কৰি আছে। তেওঁৰ পত্নীৰ সংখ্যা এঘাৰ গৰাকী। ডেকা বয়সত তেখেতৰ চেহেৰা তাহানিৰ কাৰ্ত্তিকৰ দৰে আছিল বোলে। বৰ্তমান ৭০ বছৰ বয়সতো তেখেতৰ শৰীৰত বয়সে আচুৰ পেলাব পৰা নাই। দেখিলে এনেহেন লাগে যেন ৪০/৫০ বছৰ বয়সীয়া পূৰ্ণ যৌৱনৰ এজন পাহোৱাল ডেকাহে। মুখৰ ৰং পকা আপেলটোৰ দৰে। গহীন-গম্ভীৰ খোজ কাটল, গুৰু গম্ভীৰ বচন। তেওঁৰ ধানৰ ভঁৰাল সাতটা। গুটি ধানৰ ভঁৰাল দুটা। হালুৱাই-জালুৱাই , লগুৱাই লিক্‌চৌৱে খাৱৰীয়া সংখ্যা এশজনৰ ওপৰত হ'ব। সেইজন বকাসুৰৰ লগতেই আমাৰ বীৰ পুৰুষ ফুলবৰ নলে গলে বন্ধুত্ব স্থাপন হৈছিল ডেকাকালতেই। যি সময়ত তেওঁ ডিব্ৰুগড়ত "মহাবাহুব্ৰহ্মপুত্ৰ" হোটেলত মালিক হৈ আছিল। এদিন সঙ্গী কেইজন মানৰ সৈতে বকাসুৰ ডিব্ৰুগড়লৈ গৈছিল। ব্ৰহ্মপুত্ৰই ৰুদ্ৰ মূৰ্ত্তি ধাৰণ কৰি পানী বাঢ়িবলৈ ধৰাত এসপ্তাহ লৈ ফেৰী নাও বন্ধ কৰিছিল। এদিনলৈ বুলি যোৱা বকাসুৰ আৰু সঙ্গী কেইজন পাৰ হব নোৱাৰি মহা বিপদত পৰিল। ডিব্ৰুগড় তেওঁলোক এজনৰো কোনো আপোন বা চিনাজনা মানুহ নথকাত এসপ্তাহ দিন কটোৱাটো অতি চিন্তাৰ বিষয় হৈ পৰিল। লগত নিয়া টকা-পইচা কেইটাও দুদিনতে শেষ হ'ল। নাখাই নবৈ মুকলি আকাশৰ তলতে দুটা দিন পৰি ধৰি কটালে। তাৰ পিচদিনা ডবাপিতা

ৰৰষুণ আৰু ধুমুহা ঢেৰেকণীৰ পৰা প্ৰাণ ৰক্ষা কৰিবলৈ উপায় বিচাৰি নাপাই ফুলবৰৰ "মহাবাহু ব্ৰহ্মপুত্ৰ" হোটেলৰ চালিখনৰ কাষত কেওজনে গৈ কুচি মুচি সোমালগে। ফুলবৰে মানুহ কেইজনক দেখা পাই ভিতৰলৈ মাতি নি ক'ৰ মানুহ, কিয় এনেদৰে হোটেলৰ বাহিৰত আশ্ৰয় বিচাৰি ফুৰিছে জানিবলৈ বিচাৰিলে। বকাসুৰে তেওঁলোক পাঁচজনৰ দুখৰ বিলৈৰ কথা সকলো ভাঙি পাতি ক'লে। ফুলবৰে সকলো শুনি মানুহ কেইজনলৈ সহানুভূতি জাগিল। আজি দুদিন একো খোৱা নাই বুলি জানি তৎক্ষনাত তেওঁলোক পাঁচোজনকে মাছে মঙহে ভাত খাবলৈ দিলে। খুব তৃপ্তিৰে দুদিনৰ মূৰত পেটভৰাই ভাত খাবলৈ পাই ফুলবৰৰ প্ৰতি তেওঁলোক কেইজনৰ অন্তৰত ভক্তিভাব ওপজিল। ফুলবৰক দেৱতাহেন জ্ঞান কৰি আটাই কেইজনেই সেৱা কৰিবলৈ আগবাঢ়ি গ'ল। ফুলবৰে তেওঁলোকক সেৱা কৰিবলৈ নিদি আটাই কেইজনকে মৰমেৰে আকোৱালি ধৰি ক'লে, "মই এটা তেনেই সাধাৰণ মানুহ। মোক আপোনালোকে ভাত কেইটা খাবলৈ দিয়াৰ বিনিময়ত সন্মান জনাব নালাগে। বিপদ সকলোৰে জীৱনলৈ আহে। তাৰ বাবে চিন্তা নকৰিব। মইও যে এদিন বিপদত পৰা নাছিলো বা ভৱিষ্যতলৈও নপৰিম, কোনে বুকু ডাঠি কব পাৰিব। এয়া হ'ল আপোনালোকৰ বাবে প্ৰকৃতিয়ে সৃষ্টি কৰা বিপদ। গতিকে আপোনালোকে কোনো চিন্তা নকৰি ব্ৰহ্মপুত্ৰত নাও মেলিব নোৱাৰালৈকে মোৰ হোটেলতে খাই বৈ, শুই মেলি দিন কেইটা কটাওক। মোক আপোনালোকে আপোনালোকৰ এজন বন্ধু বুলি ভাবি লওক।" বকাসুৰে ক'লে "আমি আপোনাৰ বন্ধু। আপোনাৰ দয়াৰ গুণৰ তুলনা নাই। ভগৱানে আপোনাৰ সহায় হওক।" এই বুলি কৈ আনন্দৰে ফুলবৰক সাৱটি ধৰিলে। লেখি লেখি পাঁচটা দিন ফুলবৰে সেই পাঁচজন নিৰাশ্ৰয় মানুহক আশ্ৰয় দি ৰাখিব লগা হ'ল। ষষ্ঠদিনা ব্ৰহ্মপুত্ৰৰ পানী শান্ত হলত, মানুহ কেইজন ঘৰলৈ যাবলৈ বিদায় লোৱাত প্ৰতিজনকে বাটখৰচ হিচাবে টকা অলপ অলপ দি বিদায় দিলে। সেইজন বিপদৰ বন্ধু ফুলবৰক বকাসুৰে কোনোদিন পাহাৰিব নোৱাৰে। সেই ঘটনাৰ পিচতো বকাসুৰে বন্ধুৱেকক লগ কৰিবলৈ বহুবাৰ ডিব্ৰুগড়লৈ গৈছে। ফুলবৰেহে কামৰ হেঁচাত পৰি এবাৰো বন্ধুৱেকৰ ঘৰলৈ যাব পৰা নাই। এইবাৰেই প্ৰথম আহিছে। বিপদৰ বন্ধু ফুলবৰক আজি হঠাতে ঘৰত উপস্থিত হোৱা দেখা পাই বকাসুৰে পৰম আনন্দত আকোৱালি ধৰিলে। এসপ্তাহ দিন অতি যত্নেৰে সাতোজনক খোৱাই বোৱাই ৰাখি অষ্টম দিনা তেওঁ নিজে গৈ তেওঁৰ ঘৰৰ পৰা চাৰিমাইল দূৰত মিংমাং নামে ঠাইত অতি সাৰুৱা মাটি এডোখৰত হাবি-কাটি মাটি মুকলি কৰিবলৈ দেখুৱাই থৈ আহিলগৈ। লগতে কিবা বিপদত পৰিলে তেওঁলৈ খবৰ দিবলৈ নাপাহৰিবৰ বাবে অনুৰোধ জনাই আহিল।

প্ৰথম দিনা তেওঁলোকে গেৰমেৰ নামৰ সৰু নৈ এখনৰ পাৰত সুচল ঠাই এটুকুৰা বাচি লৈ ইকৰা, নল, খাগৰী আদিৰে সৰু অস্থায়ী ঘৰ এটা সাজি ললে। পিচদিনাৰ পৰা

মনৰ উদ্যমেৰে কাম কৰি দহ দিনৰ ভিতৰতে বহুত বিঘা মাটি মুকলি কৰিলে। এমাহৰ বাবে তেওঁলোকৰ খাদ্য বস্তু মজুত আছে। গতিকে খোৱা বোৱাৰ বাবে চিন্তাৰ কাৰণ নাই। তেওঁলোকে বাসকৰা ঘৰটোৰ কাষেদি বৈ যোৱা গেৰমেৰ নদীখনৰ পানী অতি পৰিস্কাৰ। গতিকে খোৱা পানী আৰু গা-মুখ ধোৱাৰ বাবেও কোনো সমস্যা নাই। নদীখনত নামি অলপ বুদ্ধি খটাই কষ্ট কৰিলেই নানা ধৰণৰ পাহাৰীয়া মাছ যেনে লুথুৰী পাভ, বগী শিঙৰা, বিম্‌লা আদি ধৰি খাব পাৰে। গতিকে মাছ পুঠি ধৰি খোৱাত অসুবিধা নাই। তেওঁলোকৰ মাত্ৰ এটাই সমস্যা, সেইটো হ'ল তেওঁলোক কেইজনৰ বাদে অন্য মানুহ পাবলৈ বা দেখিবলৈ নাই। উত্তৰ দিশত সৰু ডাঙৰ সীমাহীন পৰ্বত মালা। পুব দিশত চকুৰে মনিব নোৱাৰা অটব্য অৰন্যৰে ভৰা। দক্ষিণ ফালে সোতৰ ওঠৰ মাইল হাবিৰ তলে তলে আগুৱাই যোৱাৰ শেষত দেউৰী গাওঁ এখন দেখিবলৈ পাবগৈ। পশ্চিম দিশত বকাসুৰ ৰাজ্য। সেই ৰাজ্য পাবলৈও তিনি চাৰি ঘন্টা বাট ডাঠ কাঠনি হাবিৰ তলে তলে অকাই পকাই যাব লাগিব। গতিকে মানুহৰ মাত শুনিবলৈ পায় ক'ত?

দহটা দিন এই সাতজনীয়া দলটিয়ে ভালে কুশলেই পাৰ কৰি দিলে। একাদশ দিনাৰ পৰা লাহে লাহে অমঙ্গল দেখা দিবলৈ ধৰিলে। একাদশ দিনা পুৱা চাহ খাই ফুলবৰ আৰু একান্তই মাছ বিচাৰি নদীত নামিল। কেৰপাই আৰু মোহনে শুকান খৰি বিচাৰি পুব ফাললৈ গ'ল। বাকী তিনিজনে বেতগাজ বিচাৰি উত্তৰ দিশে গৈ হাবিত সোমাল। প্ৰায় দুঘন্টাৰ পিচত আটাই কেইজন আহি বাসগৃহত উপস্থিত হলহি। মাছ বিচাৰি যোৱা দুজনে সৰুৰে ডাঙৰে মিলাই তিনি সেৰমান মাছ পালে। খৰি আনিবলৈ যোৱা দুজনে বলেপৰা শুকান খৰি দুমুঠা আনি পেলালেহি। পিছে নাম নজনা চৰাই এমখাৰ আচহুৱা মাত কেইটামান শুনি আহিহে পেটে পেটে কিছু ভয় খাই আছে। চৰাই মখাৰ মাতবোৰ অবিকল মানুহৰ মাতৰ দৰে। খৰিকটীয়া দুজনৰ ওপৰৰ হাবি ডৰাৰ মাজৰ পৰা কোনোবাই সিহঁত দুটাক উদ্দ্যেশি মতা শুনিলে। "তহঁতি কেইটা? তঁহতি কেইটা?" তাৰ পিচতে সমস্বৰে এমখাই চিঞৰিলে "তহতি কি কৰিছ? তঁহতি কি কৰিছ?" মানুহৰ মাত শুনি প্ৰথমে দুইজনে খৰি লুৰিবলৈ এৰি ইফালে সিফালে চালে। তাৰ পিচত কাকো নেদেখি মাত শুনাফালে দুয়ো ভয়ে ভয়ে আগুৱাই গৈ পাতলীয়া হাবিত সোমাল। দুটাকৈ মানুহ, হাতত অস্ত্ৰ-শস্ত্ৰ লৈ সিহঁতৰ ফালে আগুৱাই যোৱা দেখি দৰিক চৰাই জনীৰ সমান ডাঙৰ ডাঙৰ এশ-ডেৰশ মান চৰাই জাপ্ জাপ্ জপ্ জপ্ কৈ ডাঠ হাবিৰ ফালে উৰামাৰি গুছি যোৱা দেখিবলৈ পালে। তেতিয়া খৰিকটীয়া দুজনে বুজিলে যে সেয়া মানুহৰ মাত নাছিল। এই অদ্ভুত চৰাই জাকেহে চিঞৰিছিল।

বেতগাজ বিচাৰি যোৱা দুজনে হাতে প্ৰতি এমুঠা এমুঠা বেতগাজ আনিলে ঠিকেই, কিন্তু বনৰীয়া হাতীৰ পাল এটা আৰু নতুন হাতীৰ দণ্ডি এটা দেখি ভয় খাই আহিছে। নতুন হাতীৰ দণ্ডিটো তেওঁলোকৰ পজাঁটোৰ পৰা মাত্ৰ ডেৰ ফাৰলং মান দূৰত

আছে বুলি অনুমান কৰিছে। ফুলবৰৰ বাদে বাকী ছয়জনে এই আলোচনাতও সহযোগ কৰি প্ৰতিজনেই নিজৰ অন্তৰত উদয় হোৱা ভয়ৰ ভাব প্ৰকাশ কৰিলে। সৰ্ব্ব শেষত ফুলবৰে মন্তব্য কৰিলে — "তোমালোকে মিছাতে ভয় খাইছা। এয়া নতুন ঠাইৰ, নতুন পৰিবেশত, নতুন জীৱ-জন্তুৰ লগত চা-চিনাকী পৰ্ব আৰম্ভ হৈছেহে। আৰু অলেখ জীৱজন্তুৰ লগত পৰিচয় হবলৈ বহুত বাকী। আৰম্ভণিতে ভয় খালে কেনেকৈ হ'ব। বাদ দিয়া এইবোৰ আলোচনা। বন্ধা-বঢ়া কামত ধৰিব লাগে।" এই বুলি কৈ ফুলবৰে ধৰি অনা মাছ কেইটা বচা কামত লাগি গ'ল। তাকে দেখি বাকী সকলেও হাতে কামে লাগিবলৈ ধৰিলে।

দুপৰীয়া ভাত খাই থাকোতে মনৰ ভয় ভাৱটো দূৰ কৰিব নোৱাৰি মাধৱ বোলাজনে ফুলবৰক সুধিলে "ওচৰতে চৰি থকা হাতীবোৰ এইফালে অহাৰ আশা আছে নেকি বাৰু?"

ফুলবৰে বিমলা মাছৰ টুকুৰা এটা চুবাই চুবাই ক'লে— "হাবি জংঘল হ'ল বনৰীয়া জীৱ-জন্তুৰ বাসস্থান। যেনেকৈ জন অৰন্যত প্ৰৱেশ নিষেধ। সেইদৰে সিহঁতৰ ৰাজ্যতো মানুহৰ প্ৰৱেশ নিষেধ। আমি সাতজনে সিহঁতৰ ৰাজ্যতো অনধিকাৰ প্ৰৱেশ কৰি আমাৰ স্বাৰ্থ পূৰণ কৰিবলৈ আহিছো। গতিকে আমাৰ স্বাৰ্থ পূৰণ কৰিবলৈ বিচাৰিলে আমি সেই বনৰীয়া জীৱজন্তু বোৰৰ লগত বন্ধুত্ব স্থাপন কৰি চলিবলৈ শিকিব লাগিব। সিহঁতৰ ৰাজ্যত সিহঁতি স্বাধীন ভাৱে চলা ফিৰা কৰিবই। দুই এজন বন্ধুৱে হয়তো তেওঁলোকৰ ৰাজ্যলৈ এই কেইটা কেনে জীৱ আহিল, সেইটো অনুসন্ধান কৰিবলৈ আমাৰ ওচৰলৈ আহিবও পাৰে। তাত আমি ভয় খাবলগীয়া বা সিহঁতৰ প্ৰতি শত্ৰুতা ভাব স্থাপন কৰা উচিত নহ'ব। আমি আমাৰ কাৰ্য্যৰ দ্বাৰা সিহঁতক বুজাই দিব লাগিব যে আমি তেওঁলোকৰ শত্ৰু নহয় বন্ধুহে। পৰম সংকটত পৰি আমি আমাৰ জন অৰন্য পৰা আহি তোমালোকৰ লগত মিলাপ্ৰীতিৰে বসবাস কৰিবলৈ আহিছো। তোমালোকক ইয়াৰ পৰা খেদি পঠাবলৈ বা তোমালোকক আক্ৰমণ কৰিবলৈ অহা নাই। বচ্ তেতিয়া আমাক তেওঁলোকে বন্ধুৰ দৰে গ্ৰহণ কৰিব পাৰিলেই দুই কুল ৰক্ষা পৰিব। তেওঁলোকে তেওঁলোকৰ ভাগে চলিব আৰু আমি আমাৰ ভাগে চলিম।"

ফুলবৰৰ কথা শুনি কোনেও একো মাতিব নোৱাৰিলে। আটাই ছয়জনে নিৰবে খাই বৈ উঠি নিজ নিজ কামত ধৰিলে। সন্ধ্যাৰ আগে আগে শুকান গছৰ মূঢ়া কেইটামান ফুলবৰে আনি চোতালত গোটালেহি। চাউল ভৰাই থবৰ বাবে ব্যৱহাৰ কৰা বগিটিংটো আজৰি কৰি চুক এটাত থলে। এমুঠন মান দীঘল কাঠৰ লাঠি এডাল বনাই সেই টিংটোৰ ভিতৰতে সোমোৱাই থলে। হাবি কাটি ঘূৰি আঁহোতে সেন্দুৰৰ দৰে ৰঙা পুৰঠ পাহাৰীয়া কল দুথোক লৈ আহিছিল। সেই দুইথোক কল আৰি আৰি বনাই টিংটোৰ ওচৰতে থলে। ফুলবৰৰ আজি এই অদ্ভুত কাম কাজ বিলাক বাকী কেইজনে আলেঙে আলেঙে চাই

থাকিল। ইয়াৰ উদ্দেশ্য কি এজনেও নাজানিলে যদিও সুধিবলৈও সাহস গোটাব নোৱাৰিলে। হাবি জুৰি আটাই কেইজন ভাগৰি অহাত সোনকালেই ভাত পানী খাই বৈ ৰাতি সাতমান বজাতে সকলো শুই পৰিল। শুৱা পাটীত দীঘল দিয়াৰ লগে লগে ভাগৰুৱা দেহা কেইটাৰ চকুলৈ তন্দ্ৰা নামি আহিল। নাক বজাই বজাই সকলোটিয়ে নিদ্ৰা দেৱীৰ কোলাত নিচিন্তে আশ্ৰয় লোৱাৰ জাননী দিলে। ফুলবৰে কিন্তু নিচিন্তে শুব নোৱাৰিলে। শুৱা পাটীত পৰি থকাৰ বাবে নিদ্ৰা দেৱীয়ে আমনি কৰাত লাহেকৈ উঠি বাহিৰলৈ ওলাই গ'ল। বতৰ ফৰকাল। তাতে শুক্ল পক্ষৰ একাদশী তিথি। জোনৰ ৰূপালী ৰঙে ফুলবৰৰ চাৰিও ফালে পোহৰাই তুলি তাৰ অন্তৰত আনন্দৰ খোৰাক যোগাইছে। সি এখুজি দুখুজিকৈ তিৰবিৰ তাৰবাৰকৈ নাচি বাগি ভৈয়ামলৈ বৈ যোৱা গেৰমেৰ নদীখনৰ ফালে আগুৱাই গ'ল। কি যে অপৰূপাজনী হৈ প্ৰকৃতি দেৱীয়ে জোনৰ পোহৰত উৎবাউল জনীহে নাচি বাগি ফুৰিছে। পৰ্বতৰ টিঙে টিঙে নাচি নাচি ভৈয়ামৰ বুকুলৈ লয়লাসে গতি কৰিছে, চাই থাকিলে হেপাহেই নপলায়। নিৰ্জনতাৰ সুযোগ লৈ দুষ্ট জোনটোৱে প্ৰকৃতি দেৱীৰ সুকোমল গাল দুখনিত কেনেকৈ নীলাজৰ দৰে চুমাবোৰ আঁকি দিছে, চোৰৰ দৰে চাই থকা ফুলবৰৰ লাজ লাগি গ'ল। লগে লগে তাৰ ডেকা জীৱনৰ সেই মধুৰতম দিনবোৰলৈ মনত পৰি গ'ল। তাৰ কোলাত সেয়া প্ৰেমৰ আকুল আহবান জনোৱা সুপ্ৰিয়া নামৰ চন্দ্ৰ প্ৰসাদ আৰু ইলাৰ অতি আলসুৱা দুহিতা জনীলৈ। তাৰ কাম বানৰ তীক্ষ্ণ আঘাট সহ্য কৰিব নোৱাৰি উচুপি উঠা সেই সঙ্গীতা জনীলৈ। তাৰ বুকুৰ মাজত পৰম আশ্ৰয় বিচাৰি কুচি মুচি সোমাই থকা সেই ইন্দু নামৰ অভিমানী ছোৱালীজনীলৈ। লগতে মনত পৰিল তাক ভু চুং পহু ৰূপত আবিস্কাৰ কৰা সেই আজলী জাহ্নবী নামৰ ছোৱালীজনীলৈ। সেই আটাই কেইজনীকে যদি আজি এই নিৰ্জন অৰন্যলৈ আনি প্ৰকৃতিৰ এই মনোমোহা দৃশ্য দৰ্শন কৰাব পাৰিলেহেঁতেন, সিঁহতি কিমান যে আনন্দ পালেহেঁতেন। এইদৰে ভাবি ভাবি আগুৱাই গৈ থাকোতে তিনিজোপা প্ৰকাণ্ড ঔ-টেঙা গছ তলত উপস্থিত হ'ল গৈ। এই ঔ-টেঙা গছ তিনিজোপা যেন কোনোবাই সমবাহু ত্ৰিভূজ আঁকিবলৈ তিনিটা বিন্দুহে বনাই লৈছিল। পিছত এই বিন্দু তিনিটাই গৈ তিনিজোপা বিৰাট আকৃতিৰ ঔ গছ হৈ পৰিল। তিনিজোপা গছৰ মাজৰ আন্ধাৰ অংশত কিছুপৰ বৈ ফুলবৰে চাৰিওফালে এবাৰ চাই পঠিয়ালে। এই দহদিনৰ ভিতৰতে সিঁহতি বহুত মাটি মুকলি কৰিলে। বাৰ তেৰ বিঘাৰ কম নহব ছাগে। হাবিখিনি ভালকৈ শুকালে জুই জ্বলাই দি প্ৰথমে ইয়াত সৰিয়হ খেতি কৰিব লাগিব। হাল বাব পৰা নাযাব। অলেখ গছৰ মুঢ়া আছে। গতিকে দা-কুৰ, কটাৰী মাৰি চাই সৰিয়হ সিঁচিব লাগিব। ফুলবৰে মনতে চিন্তা কৰিলে। এনে সাৰুৱা মাটিত সকলো খেতি হোৱাই সম্ভৱ। পৃথিৱীৰ জন্মৰ দিনাৰ পৰাই বোধ হয় এই মাটি ডোখৰ অবহেলিত হৈ পৰি আছে। সেয়েহে ইমান সাৰুৱা হৈ আছে। ইয়াত প্ৰথমে সৰিয়হ খেতি, কচু খেতি, কুঁহিয়াৰ খেতি, কলৰ খেতি আদিৰেই আৰম্ভ

কৰিব লাগিব। এইদৰে ভাবি চিন্তি থাকোতে গছ কেইজোপাৰ ওপৰলৈ চকু পৰিল। গছ তিনিজোপাক আশ্রয় কৰি বনৰীয়া হাতীয়ে শুঁৰেৰে ঢুকি নোপোৱা স্থানত চাং এখন বনাব পৰা যাব নেকি এবাৰ চিন্তা কৰি চালে। যদি পৰা যায় তেন্তে হাতীৰ আক্ৰমণৰ পৰা ৰক্ষা পোৱা যাব। এইবোৰকে ভাবি চিন্তি গছ কেইজোপাৰ তলৰ পৰা ওলাই আহি পঁজাটোৰ ফালে আগুৱাই যাবলৈ ধৰোতেই উত্তৰ দিশৰ পৰা সিহঁতৰ পঁজাটোৰ ফালে মখনা হাতীটো গহীন গহীন খোজেৰে আহি থকা সি দেখিবলৈ পালে। লগে লগে ফুলবৰে একে দৌৰে গৈ পঁজাটোৰ ভিতৰত সোমাই লগৰ সঙ্গী সকলক জগাই দিব নেকি এবাৰ চিন্তা কৰি চালে। শেষত নজগোৱাটোকে সিদ্ধান্ত ল'লে। জগাই দিলে কেওঁজনে ভয় খাই চিঞৰ বাখৰ কৰি যেনি-তেনি পলাবলৈ যত্ন কৰিব। তেতিয়া মঙ্গলতকৈ অমঙ্গলহে চপাই লোৱা হব। তাকে ভাবি গধূলিতে যোগাৰ কৰি ৰখা গছৰ শুকান মুঢ়া দুটা উমি উমি জ্বলি থকা জুইকুৰাত জাপি দি ভিতৰৰ পৰা জুইকুৰা ডাওৰকৈ জ্বলাই দিলে। তাৰ পিচত বেৰৰ জলঙাইদি হাতীটো আহি কিমান পাইছেহি জুমি চালে। হাতীটো আহি ইতিমধ্যে তাৰ শুঁৰডালেৰে কিবা শুঁঙি ঘৰটোৰ চাৰিওফালে এপাক মাৰিলেই। পলম নকৰি ফুলবৰে আগতে সাজু কৰি ৰখা কল এআমি বেৰৰ ওপৰেদি হাতীটোৰ সম্মুখত পৰাকৈ দলিমাৰি দিলে। হাতীটো সেইখিনিতে বৈ কল আষি দুবাৰমান শুঁৰডালেৰে বগৰাই মেলি কিবা এটা পৰীক্ষা কৰিলে। তাৰ পিচত নিচিন্ত মনে শুঁৰডালেৰে দাঙি নি মুখত ভৰালে। হাতীটোৱে সেই আষি কল খোৱা দেখি ফুলবৰে এআষিৰ পিচত সি আষিকৈ দলিয়াই দি দি ন-আষি কল শেষ কৰিলে। কল শেষ হ'ল। ন-আষি কল খাইও মখনা হাতীটো সন্তুষ্ট নহ'ল আৰু পোৱাৰ আশাত সি শুঁৰডাল জোকাৰি জোকাৰি একে ঠাইতে বৈ থাকিল। ফুলবৰ বিবুদ্ধিত পৰিল। কি কৰা যায় এতিয়া। তাক খাবলৈ দিবলৈ একো নাই। কাগজ এখিলাত নিমখ এমুঠি বান্ধি তাৰ আগলৈ দলি মাৰি দিলে। সি টুপুককৈ বুটলিলৈ মুখত ভৰালে। নিমখ খাবলৈ দি সি বিপদ বেছিকৈহে চপাই ল'লে। তাক আৰু নিমখ লাগে। অলপ দেৰিলৈকে বাট চাই নিমখ নিদিয়া দেখি হাতীটোৱে ঘৰটোৰ চাৰিও ফালে ঘূৰি নিজে নিমখ বিচাৰিবলৈ লাগি গ'ল। দুৰ্বল তৰ্জাৰ বেৰৰ মাজেৰে হাতীটোৱে শুঁৰডাল ভিতৰলৈ সোমোৱাই নিমখ ক'ত আছে ঘ্ৰাণ লবলৈ ধৰিলে। এবাৰত বেৰৰ চুক এটাত থোৱা নিমখৰ টেকেলিটোতে তাৰ শুঁৰডাল লাগিলগৈ। শুঁৰডালেৰে বেৰৰ বাটটো বহল কৰিলৈ গোটেই টেকেলিটোকে টানি লৈ গ'ল। ফুলবৰে উপায়ন্তৰ হৈ আগতে সাজো কৰি ৰখা কাঠৰ লাঠি ডালেৰে খালী টিংটোত পূৰ্ণহতীয়া মাৰ কেইটামান সুধাই দিলে। বুদ্ধিটো কামত আহিল। হাতীটো আঁতৰি গ'ল। কিন্তু নিমখৰ টেকেলীটো এৰি থৈ নগ'ল। অন্যহাতে শুই থকা সঙ্গী সকলে টিংৰ কাণ তাল মৰা শব্দ শুনি ভয় খাই শুই থকাৰ পৰা জাপ মাৰি উঠি সমস্বৰে চিঞৰ বাখৰ লগালে। ফুলবৰে সকলোকে শান্ত হবলৈ ক'লে। তাৰ পিচত ক'লে, "তোমালোকেনো টিঙটো

বজোৰা শুনিয়েই ভয় খাব লাগেনে? শুই থাকা। শিয়াল এটা আহি ঘৰটো চাৰিওফালে লুকলুকাই ফুৰিছিল। তাক খেদিবলৈকে টিংটো বজাই দিছিলো। একো ভয় খাব নালাগে। নিচিন্তে শুই থাকা। ৰাতি পুৱাবলৈ আৰু দুই তিনিঘন্টা আছে। ফুলবৰৰ আশ্বাস পাই আটাইকেইজন পুনৰ শুই পৰিল। ফুলবৰেও বিপদ আঁতৰিল বুলি বুজিব পাৰি বিচনাৰ আশ্ৰয় ল'লে।

পুৱা ফুলবৰৰ বাদে বাকী সকলো শুই উঠি বাহিৰলৈ ওলাই গ'ল। ফুলবৰেও সাৰ পালে। কিন্তু উঠিবলৈ এলাহ লগাত বিচনাতে পৰি ৰ'ল। আটাই কেইজন ওলাই গৈ চোতালত ভৰি দিয়েই প্ৰকাণ্ড হাতী খোজবোৰ দেখি ভয় খালে। এজনে ভয়ে ভয়ে আনজনক ক'লে, "ঐ এইবোৰ দেখিছ? ৰাতি হাতী আহিছিল। আমি আজি ভাল বাচিলো।" পিছফাললৈ যোৱা একান্তই চিঞৰিলে, "ঐ দাইটিহঁত এইফালে চোৱাহিছোন, গোটেইখন হাতীৰ খোজ। হাতী এটা দুটা নহয়। অসংখ্য হাতী আহিছিল। আজি আমাক ভগৱানেহে বচালে। কোনোবা এজনে আমাৰ দলপতিক জগাই দিয়াছোন। তেওঁ চাগৈ এই বিষয়ে একো নাজানে।" মাধব বোলাজনে ক'লে, "মই ৰাতি বাৰমান বজাত আমাৰ ঘৰটোৰ চাৰিওফালে কিবা কেইটামান ঘূৰিফুৰা গম পাইছিলো। পিচে তোমালোকে ভয় খাই হুলস্থুল লগাই দিবা বুলি ভাবিয়েই কাকো নজগালো।" মোহন বোলাজনে মন্তব্য কৰিলে, "জগাই নিদি তুমি ভালেই কৰিলা। নহ'লে মানুহৰ মাত শুনি আমাক সুদাই নেৰিলেহেঁতেন। হাতী কেইটাই মানুহৰ মাত নুশুনি ইয়াত একো নাই বুলি ভাবি গুছি গ'ল। ভাইটোৱে সাৰ নাপালে ভালেই হ'ল। সি সাৰ পোৱাহেঁতেন, চিধাই দাখনলৈ খেদি গ'লহেঁতেন। তেতিয়া আৰু আমি এটাও জীয়াই নাথাকিলোহেঁতেন। ঘৰ-দুৱাৰ, মানুহ সকলোকে গছকি পেটেকো বনালেহেঁতেন।" ধনীৰাম বোলাজনে ভগৱানক চিন্তি ক'লে, " হে ভগৱান, আজি আমাক তুমি ভাল বচালা। কিন্তু কালিলৈ যদি আকৌ আহে আমাক কোনে বচাব? ঘৰত লৰা-ছোৱালী, মাইকী এৰি আহি ইয়াত প্ৰাণটো দিবলৈহে আহিলো নেকি?" এইদৰে আটাইকেইজনে কথা-বতৰা আলোচনা কৰি, ঘৰটোৰ চাৰিওফালে এপাক ঘূৰি শুই থকা নায়কৰ ওচৰত উপস্থিত হ'লহি। নায়কক জগাই ৰাতি হাতী অহাৰ খবৰটো দিবলৈ ইচ্ছা কৰিলে আৰু ইয়াত যে এঘন্টা থকাও উচিত নহব সেই বিষয়ে আলোচনা কৰিবলৈও সিদ্ধান্ত ল'লে। সকলো কেইজন নায়কৰ ওচৰত বহি ল'লে। কিন্তু এজনেও টোপনি গৈ থকা নায়কক জগাবলৈ সাহস গোটাব নোৱাৰিলে। কেৰপাই বোলাজনে মৰসাহ কৰি নায়কৰ গাত ধৰি জোকাৰ এটা মাৰি ক'লে, "অ' ফুল, ফুল উঠাছোন। বাহিৰত সৰ্বনাশ হৈছে। হাতী আহিছে।" ফুলবৰে টোপনিৰ পৰা সাৰ পোৱা ভাও ধৰি দীঘলিয়া মিৰ এটা আৰু লগতে হামি এটা মাৰি বিচনাত দীঘল দি পৰি থাকিয়েই সুধিলে, "কি হ'ল কাইটি, ৰাতি পুৱাল নেকি?" কেৰপায়ে খৰধৰকৈ উত্তৰ দিলে, "চকু দুটা মেলাচোন। ৰাতি পুৱালে। পিচে বাহিৰত হাতী।" ফুলবৰে চকুযোৰ মেলি কেইপাইলৈ তীক্ষ্ণ দৃষ্টি নিক্ষেপ

কৰি সুধিলে, "কাইটি তুমি শুই উঠিয়েই খালী পেটত এক চিলিম মাৰিলা নেকি? ক'ত বাহিৰত হাতী দেখিলা? এই ৰাতিপুৱাই বনৰীয়া হাতী মৰিবলৈ আহিছে যদি তুমিয়ে লাঠি এডাল লৈ দুমাৰ মান দি হাবিত সোমোৱাই থৈ আহাঁগে। মোৰ উঠিবলৈ মন যোৱা নাই।" ফুলবৰে কথাকেইযাৰ কৈয়েই বাগৰ এটা মাৰি মূৰে গায়ে এৰি চাদৰখন মেৰাই লৈ পুনৰ শুই পৰিল। এইবাৰ ককায়েক মোহনে ক'লে, "বাপু, উঠছোন উঠ। বাহিৰত হাতী নহয়। হাতীৰ খোজহে। ৰাতি আমাৰ ঘৰটো ভাঙিবলৈ বহুত হাতী আহিছিল। বাহিৰত গোটেইখন খোজেই খোজ। ভাগ্যক্রমেহে আমি বাচি গ'লো।"

ফুলবৰে ককায়েকৰ কথা শুনিও কোনো কাটি কুটা নকৰাকৈ শুই থকা ভাগেই উত্তৰ দিলে, "বাচি গ'লা যদি ভাল হ'ল। মইনো কিয় উঠিব লাগে? মুখ হাত-ধুই চাহ বনাবলৈ দিহা কৰা। মোৰ মনটো ভাল লগা নাই বাবে পৰি আছো। হাতীবোৰ আহিছিলে ভালেই কৰিছিলে, সিহঁতিনো বাৰু মানুহ কেইটাক নামাৰি, কালি মই ইমান কষ্ট কৰি অনা সেন্দুৰী কল কেইআধি আৰু নিমখৰ টেকেলীটো লৈ গৈ আমাৰ ভাত কেইটা খোৱাৰ মুদা মাৰি থৈ যাব পাইনে?"

ফুলবৰৰ কথা শুনি আটাই কেইজনে কালি গধূলি নায়কে অঘিয়াই থোৱা কল কেই আধি থোৱা ঠাই টুকুৰাত চকু দিলে। হয় নাই। কল কেইআধি থোৱা ঠাই টুকুৰা শূন্য। তাৰ পিচত তেওঁলোকে চকু ঘূৰাই নি নিমখৰ টেকেলীটো থোৱা ঠাইখিনিলৈ চালে। ঠিকেই নিমখৰ টেকেলীটোও নাই। সেইখিনিতে বেৰফালি ডাঙৰ ফুটা এটা কৰি থোৱা আছে। তেতিয়া তেওঁলোকে বুজি পালে যে নায়কে একো নাজানে বুলি তেওঁলোকে ভাবিলোৱা কথাটো মিছা। তেওঁলোকতকৈ আগতেই নায়কে সকলো জানে। তেওঁলোকে লাজ পাই আটাই কেইজন মনে মনে উঠি মুখ হাত-ধুই আহিবলৈ নৈখনৰ ফাললৈ গ'লগৈ। হাত মুখ ধুই আহি চাহ পানী বনাই বাকিবৰ সময়ত নায়কক উঠিবলৈ ক'লে। নায়ক লাহে ধীৰে উঠি গৈ নদীত হাত মুখ ধুই চাহ খাবলৈ বহি ললেহি। চাহ খাই থাকোতে ককায়েকে ফুলবৰ সুধিলে, "হাতী কেইটা আহিছিল?"

"এটা আহিছিল। মখনাটো।" ফুলবৰে উত্তৰ দিলে। ককায়েকে পুনৰ সুধিলে। ফুলবৰে ক'লে, "কল কেইআধি ময়েই তাক খাবলৈ বাহিৰলৈ দলিয়াই দিলো। ন আধি কল খাইও সন্তুষ্ট নহৈ নিমখৰ টেকেলীটো নিজে শুঁৰডাল ভৰাই দাঙি লৈ গ'ল। তাৰ পিচত কাৰ ভৰিত ধৰি টানিলেহেঁতেন কোনো ঠিক নাছিল। সেয়েহে তাৰ আগতেই হাতীটোক বিদায় দিয়াৰ কাৰণে বগী টিংটো বজাই দিলো। বগীটিংৰ মাত শুনি হাতীটোৱে বিদায় ললে, আনহাতে তোমালোক ভয় খাই সাৰ পাই উঠিলা।"

"তাৰমানে তুমি টিং বজাই হাতীহে খেদিছিলা, শিয়াল খেদা নাই?" মাধৱে জানিবলৈ বিচাৰিলে। "শিয়াল খেদিছো বুলি নকৈ, হাতী খেদিছো বুলি কোৱা হ'লে জানো

তোমালোকে বাকী ৰাতিৰ সময়কণ শান্তিৰে শুব পাৰিলাহেঁতেন ?" ফুলবৰে হাঁহি সুধিলে।

"হাতীটো দেখিও তুমি ভয় খোৱা নাছিলানে?" জয়ধনে উত্তৰ নিদি বেলেগ প্ৰশ্নহে কৰিলে। ফুলবৰে গহীনাই উত্তৰ দিলে, "মখনাটো যে আজি যোৱাৰাতি আমাৰ গতিবিধি লক্ষ্য কৰিবলৈ এপাক আহিব, এই কথা মই বুজি পাইছিলো।"

সেয়েহে তাক দৰ্শন কৰিবৰ বাবে মই ৰাতি বাৰ বজালৈকে উজাগৰে আছিলো আৰু তাক আদৰিবলৈ মই গধূলিতে কল কেই আথি সাজু কৰি ৰাখিছিলো। মই ভবা মতেই সি আহি ওলালহি।"

জয়ধনে পুনৰ সুধিলে, "মখনাটো যে আমাৰ ইয়ালৈ আহিব বুলি তুমি কেনেকৈ জানিছিলা?"

ফুলবৰে ক'লে, "তোমালোক বেতগাজ কাটিবলৈ যোৱা তিনিজনৰ মুখেই জানিব পাৰিলো যে মখনাটো ৰাতিলৈ ওলাবহি বুলি। তোমালোকে নতুন হাতীৰ দণ্ডি আৰু হাতীৰ জাকটো দেখি আহিছো বুলি কলা। তোমোলোকে হাতীৰ জাকটো দেখিলা, তোমালোক যে সিহঁতৰ চকুত পৰা নাই, তাৰ কি মানে আছে? তোমালোকক নেদেখিলেও সিহঁতৰ ঘ্ৰাণ শক্তি আৰু শ্ৰৱণ শক্তি মানুহতকৈ বহুত বেছি। তোমালোকে হাবিত সোমাই বেতগাজ কাটোতে ঝৰক ঝৰক শব্দবোৰ নিশ্চয় সিহঁতৰ কাণত পৰিছে। লগতে সিহঁতৰ ৰাজ্যত অচিন জীৱৰ গোন্ধও নিশ্চয় পাই গৈছে। গতিকে সিহঁতৰ ৰাজ্যত কোন শত্ৰু বা মিত্ৰ আহি সোমালহি, এই কথা অনুসন্ধান কৰিবলৈ মখনাটো ৰাতি বাৰ বজাৰ আগত নিশ্চয় এপাক মাৰিব বুলি মই নিশ্চত হ'লো। কাৰণ বনৰীয়া হাতীৰ পালটোৰ সেইটোৱেই নিয়ম। আজি কি কৰা যাব, সেইটোহে মোৰ চিন্তাৰ বিষয় হৈ পৰিলে। কিয়নো আজি ৰাতিলৈ গোটেই জাকটোৱেই আমাৰ লগত চা-চিনাকী হ'বলৈ আহি ওলাবহি। কি দৰে সিহঁতক আজি সম্ভাষণ জনোৱা যায় আৰু কি বস্তু খাবলৈ দি সিহঁতৰ লগত চা-চিনাকী হোৱা উচিত হব এই বিষয়ে চিন্তা কৰিহে মই বিমূৰত পৰিছো। তোমালোকে কিবা উপায় বিচাৰি পোৱা নেকি চিন্তা কৰি চোৱাছোন।"

নায়কৰ মুখে আজি গোটেই হাতীৰজাকটো আহিব বুলি শুনি গোটেই কেইজনৰে মুখকেইখন আতংকৰ চিন জিলিকি উঠিল। নায়কক কিবা উপায় বিচাৰি দিয়া বাদেই এজনৰো মুখত এষাৰো মাতো নোলোৱা হ'ল। আটাই কেইজনে মাত্ৰ আজি কি হ'ব? আজি কেনেকৈ বাচিম? এই ভাবলৈ নায়কে কি বুদ্ধি দিয়ে, শুনিবৰ কাৰণে একেথৰে নায়কৰ মুখলৈ চাই ৰ'ল। সঙ্গী সকলৰ মনবোৰ বুজিব পাৰি নায়কে ভয়ৰ পৰিস্থিতিটো পাতলাবৰ কাৰণে ক'লে, "সময়ত যি হয় দেখা যাব। চিন্তা কৰি উপায় এটা উলিয়াবলৈ গোটেই দিনটোৱেই আগত আছে। গতিকে সেইবোৰ অলাগতিয়াল চিন্তা বাদ দি নিমখ

নোহোৱাকৈ ভাত মুঠি কেনেকৈ খোৱা যায় তাৰহে চিন্তা কৰিব লাগে। মোৰ জেপত টকা এটা আছে। চাৰিসেৰ নিমখ পোৱা যাব। একান্তই আৰু এজনক লগলৈ বকাসুৰ ৰাজ্যৰ পৰা নিমখ চাৰিসেৰ লৈ আনাগৈ যোৱা। লগতে বন্ধুৰ ঘৰতো সোমাই আমাৰ খা-খবৰবোৰ দি আহিবা। তাত ভাত খাবলৈ পাম বুলি আশা নকৰিবা। পেট ভৰাই জা-জলপানকে খাই আহিবা। বন্ধুহঁতে ভাত দুসাজহে খায়। প্ৰথম সাজ বেলি উদয় হোৱা আগত আৰু দ্বিতীয় সাজ বেলি অস্ত যোৱাৰ আগত। গতিকে তোমালোকৰ ভাগ্যত ভাত নিমিলিব।" কথাখিনি কৈ শেষ কৰি ফুলবৰে বনৰীয়া কাঠ আলু কেইটুকুৰামান জুইত সোমোৱাই দিলে। আলুকেই টুকুৰা সিজে মানে একান্তই কাপোৰ কানি পিন্ধি সাজু হ'বলৈ বহাৰ পৰা ঠিয়হৈ ঘোষণা কৰিলে "মোৰ লগত কোনজন যাবা ওলোৱা।" কথাষাৰ শুনিবলৈহে পালে, একান্তৰ লগত যাবলৈ এজন নহয়, তিনিজন কাপোৰ-কানি ফটাফট পিন্ধি সাজু হ'ল। সেই তিনিজন একে গাঁৱৰে ধনীৰাম, মাধব আৰু জয়ধন। তাকে দেখি মোহনে ক'লে, " নিমখকণ আনিবলৈকে চাৰিজনকৈ মানুহ কিয় যাব লাগে? তোমালোক যিকোনো এজন একান্তৰ লগত যোৱা।" মোহনৰ কথাত তেওঁলোকৰ এজনেও মাত নামাতিলে। কাপোৰ-কানিও নুখুলিলে। ফুলবৰে তিনিওজনৰ মুখ কেইখন এবাৰ পৰীক্ষা কৰি চালে। তেওঁলোকৰ মনোভাৱ, গ'লে তিনিওজন একে লগেই যাব। নগ'লে এজনো নাযায়। তেওঁলোক তিনিজন এৰা-এৰি হোৱাৰ ইচ্ছা নাই। তিনিওজন যদি একান্তৰ লগত গৈ ভালে কুশলে বকসুৰ ৰাজ্য পাইগৈ, তেন্তে পুনৰ ইয়ালৈ ঘূৰি অহাৰ নিচিনা মুৰ্খামি কাম এটা নকৰে। মৰ যদি তহঁত চাৰিটাই হাতীৰ গচ্ছকত মৰ। আমি তিনিটা মৰিব নোৱাৰো। আমাৰ ঘৰত ল'ৰা-তিৰোতাই আমাৰ মুখ চাবলৈ বাট চাই আছে। তেওঁলোকৰ মনৰ ভাব অধ্যয়ন কৰি উঠি ফুলবৰে আদেশ দিলে, "তিনিওজন যাবলৈ ওলাইছা যেতিয়া যোৱা। ডাঠ হাবি ফালি যাব লাগিব। গতিকে নিজৰ নিজৰ অস্ত্ৰ-শস্ত্ৰবোৰ লগত লৈ ফুৰাই ভাল হব। আৰু এটা কথা বন্ধুৱে আজি চাৰিওজনকে ঘূৰাই নপঠাই। আলহী খাবলৈ দুই এজনক ৰাখিবও পাৰে। গতিকে ৰাতি সলাবলৈ কাপোৰ এসাজ এসাজ লগত লৈ যোৱা বেয়া নহব। একান্তই নিব নালাগে। তুমি যি কোনো প্ৰকাৰে ঘূৰি আহিবই লাগিব।"

ফুলবৰৰ কথা কেইষাৰে যেন সিহঁতৰ মনৰ কামনা পূৰ কৰি লোৱাত সহায়হে কৰিলে। সিহঁতৰ অস্ত্ৰ-শস্ত্ৰবোৰ আৰু কাপোৰ কানিকেই ডোখৰ কেনেকৈ পলুৱাই নিম চিন্তা কৰি আছিল। ফুলবৰৰ কথাই সেইকণ চিন্তাও দূৰ কৰি দিলে। তিনিওজনে নিজৰ নিজৰ টোপোলা বন্ধাত লাগি গ'ল। মাধব বোলাজনে কৈ শুনালে, "আমি তিনিওজনে কাপোৰৰ টোপোলা বান্ধি লৈছো যদিও এজনটো একান্ত ভাইটিৰ লগত ঘূৰি আহিবই লাগিব। যি জন ঘূৰি আহোঁ বন্ধা টোপোলা বন্ধা ভাগেই ঘূৰাই লৈ আহিম। কোন দুজন

আলহি হ'ম তাত গৈ আলোচনা কৰি সিদ্ধান্ত লম।" মাধৱৰ কথা শুনি ফুলবৰে মিচিকিকৈ অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে। হোলাভাই মূলা কেৰপাই আৰু মোহনে একো বুজি নাপাই "হব" বুলি ক'লে। কাঠ আলু সিজিল। বিদায়ৰ পৰত পুনৰ কাঠ আলুৰে সৈতে ডাঠকৈ চাহ এবাটি এবাটি খাই ল'লে। বকাসুৰ ৰাজ্যলৈ যোৱা কেইজন চাহ খাই উঠিয়ে গ'লগৈ। যাবৰ পৰত ফুলবৰে একান্তক ক'লে, "একান্ত তুমি ঘূৰি আহিবৰ পৰত বিপদত পৰিব পাৰা। বিপদত পৰা যেন গম পালেই বন্ধুক কথাটো জনাবা। বন্ধুৱে তোমাক সহায় কৰিব। ভগৱানে তোমালোকৰ সহায় হওঁক।"

একান্তহঁতক বিদায় দি ফুলবৰে ককায়েক আৰু কেৰপাইক লগত লৈ ৰাতি চাই থৈ অহা ত্ৰিভূজীয়া ঔ-টেঙা তিনি জোপাক আশ্ৰয় কৰি পোন্ধৰ হাত মান ওপৰত এখন আহল বহল চাং বনাবলৈ সিদ্ধান্ত ল'লে। চেষ্টাৰ অসাধ্য একো নাই। অতি কৌশলী নিৰ্ভীক আৰু দৃঢ়মনা ফুলবৰৰ নেতৃত্বত বহুত যত্ন আৰু চেষ্টা কৰি গধূলি হোৱা আগতেই গেৰেকুৱা গছ, পুলুঙা গছ পুলিৰ টুকুৰা, ৰাইদাং বেত, প্লাষ্টিকৰ নিচিনা টান পাহাৰীয়া লতা আদিৰ সহায়ত এখন মজবুট, আহল-বহল চাং সাজি উলিয়ালে। বৰষুণ দিলে গাত পানী পৰিব নোৱাৰাকৈ দলৌ বাঁহেৰে চটা চটাকৈ বৈ, বেৰ চাৰিখনো দিলে। চাঙৰ ওপৰত ৰন্ধা-বঢ়া কৰিব পৰাকৈ তলৰ পৰা ওপৰলৈ ডাঠ আলতিয়া মাটি কঢ়িয়াই নি টঙিটোৰ এচুকত এটা টিফাইও বনালে। লগতে ওপৰলৈ অনায়াসে বগাই উঠিব-নামিব পৰাকৈ ওলমা দলং বনোৱাদি পাহাৰীয়া দীঘল মজবুত লতা, বেত আৰু এহতীয়া কাঠৰ টুকুৰাৰ সহায়ত দীঘলীয়া এখন খট্‌খটীও বনাই উলিয়ালে। এইবোৰ কামত গোটেই দিনটো একানপতিয়াকৈ লাগি থাকোঁতে তেওঁলোক তিনিজনে দুপৰীয়া ভাত-সাজ সিজাই পকাই খাবলৈও সময় উলিয়াব নোৱাৰিলে। টঙি বনোৱা কাম শেষ কৰি তিনিও আৰাম কৰো বুলি চাংখনত অলপ সময় বহোঁতেই তিনিওজনৰ পেটে কাউট-কাউটকৈ মাত দিবলৈ ধৰিলে। তিনিও যথেষ্ট ভোক অনুভৱ কৰিবলৈ ধৰিলে। পেটে ভাত বিচাৰিলেও এই অসময়ত ভাত পাব ক'ত? গতিকে মোহনে জখলাইদি নামি গৈ চিৰাৰ মোনাটো আগৰ ঘৰটোৰ পৰা লৈ আহিলগৈ। কেৰপায়ে পানী আৰু কাঁহী-বাটিবোৰ লৈ আহিলগৈ। তিনিও জলপান ভগাই লৈ গুড় এলডাৰ লগত জলপান বাতি খাই শেষ কৰিলে। 'ভোকেই ভাতৰ আঞ্জা' বুলি কথা এফাঁকি আছে। এওঁলোক তিনিজনেও অতিপাত ভোকত গাখীৰ নাইকীয়া চিৰা বাতি খাই অমৃত খোৱা যেন পালে। খাই শেষ কৰি কেৰপায়ে উগাৰ এটা মাৰি ক'লে, "মোৰ ৰাতিলৈ ভাত মুঠি নহলেও চলিব। গতিকে মোৰ শুৱা চিটটো আগতেই দখল কৰিবহি'লগীয়া হ'ল। নহ'লে এইখন চাঙত সাতজনে বিচনা পাৰিবলৈ অলপ ঠেলা-হেঁচা হব যেন পাইছো।"

কেৰপাইৰ কথা শুনি ফুলবৰে হাঁহি এটা মাৰি ক'লে, "ইমান খৰখেদা কৰিব

নালাগে। তুমি ঠেলা-হেঁচা নকৰাকৈ আৰামেৰেই শুবলৈ ঠাই দখল কৰিব পাৰিবা। আমি ইয়াত চাৰিজন মানুহহে শুম। চাৰিজনৰ বাবে চাৰিখন বিচনা ইয়াতে নধৰিবনে?"

ফুলবৰৰ কথা শুনি কেৰপাই ভয়ত চক্ খাই উঠিল। ইয়াত চাৰিজন শুব আৰু বাকী তিনিজন আগৰ ঘৰটোত শুব লাগিব। সেই তিনিজনৰ ভিতৰত মোকো যদি তাত শুবলৈ নিৰ্দেশ দিয়ে? হে ভগবান, কেৰপায়ে ভয়ে ভয়ে সুধিলে, "ইটো ঘৰত কোন কোন শুব লাগিব?"

কেৰপাইৰ মুখৰ কাৰুণ্য অবস্থালৈ চাই ফুলবৰৰ বেয়া লাগিল। তেওঁৰ লগত অলপ ধেমালি কৰিবলৈ মন আছিল যদিও সেই লোভ সামৰি খোলা-খুলিকৈয়ে কৈ দিলে, "বুজিছা কেৰপাই কাইটি, তোমালোক দুইজন একেবাৰে হেবাং হৈয়ে আছা। ধনীৰাম, মাধৱ আৰু জয়ধন এই তিনিজন বকাসুৰ ৰাজ্যৰপৰা ইয়াত হাতীৰ গছকত মৰিবলৈ আৰু ঘূৰি নাহে। পোনে পোনে ঘৰলৈ বাট ধৰিব। একান্ত আহিব। গতিকে আমি মানুহ চাৰিজন হ'লো। এতিয়া আমি চাৰিজনেই বনবাস খাটিব লাগিব। তেওঁলোক তিনিজন আমাক এৰি পলাল। অথচ তোমালোক দুয়ো গমকে নাপালা।"

মোহনে সুধিলে, "তুমি কেনেকৈ জানিলা সিহঁত তিনিটা পলাল বুলি?"

ফুলবৰে ক'লে, "অলপতে গম পাই যাবা। এতিয়া কথা পাতি সময় খৰচ কৰি থাকিলে নচলিব। ব'লা ইটো ঘৰৰ পৰা বস্তুবোৰ ইয়ালৈ কঢ়িয়াওঁ। বেলি ডুবিলেই, একান্তও পাবহি এতিয়া। আঁহা" বুলি কৈ ফুলবৰ খপাখপ জখলা বগাই নামি গ'ল। বাকী দুজনো নামি আগৰ পঁজাটোৰ ওচৰ পাইছিলগৈ। তেনেতে মিচিং ডেকা তিনিজন লগত লৈ একান্ত আহি উপস্থিত হৈছেহি। মিচিং ডেকা তিনিজনে পলম নকৰিলে। একান্তক চমজাইদি সকলোকে মাত লগাই পুনৰ ওভতা বাট ধৰিলে। জোনাক ৰাতি যদিও ডাঠ হাবিৰ তলে তলে যোৱা কথা। সেই হাবি ভেদ কৰি জোনৰ পোহৰে বাট-দেখোৱাব নোৱাৰে। সাহসী মিচিং ডেকা বুলিহে এনে হাবি ভেদ কৰি যাবলৈ সাহ কৰিছে। এই মিচিং লৰা-তিনিটাক এনেদৰে ৰাতিখন শান্তি দিয়াৰ কাৰণে পেটে-পেটে ফুলবৰৰ একান্তলৈ খং উঠিছিল যদিও সদ্যহতে একো নকৈ বস্তুবোৰ কঢ়িওৱাত মনোযোগ দিলে। চাৰিওজনে হাতে প্ৰতি বস্তু কঢ়িওৱাত দুই তিনিবাৰতে সকলো বস্তু-আনি ওপৰত উঠিলগৈ। তাৰ পিচত সকলোৱে হাত ভৰি ধুই ওপৰলৈ উঠি গ'ল।

চাৰিওজনে এলাহ নকৰি নতুন টঙিৰ নতুন টিফাইত ভাত-শাক বনোৱা কামত লাগিল। শাক-পাচলি অলপ বকাসুৰে একান্তৰ হাতত দি পঠাইছে। তাৰে কচু কেইটামান বাকলি কাটি থাকোতে ফুলবৰে একান্তক অলপ খঙেৰেই ক'লে, "তুমিনো বাৰু ঘূৰি আহোঁতে ইমান দেৰি কৰিব লাগেনে? সোনকালে অহাহেঁতেন এই মিচিং লৰা কেইটাই

দিনে পোহৰেই ঘূৰিব পাৰিলেহেঁতেন। তোমাৰ কাৰণেই এই ৰাতিখন সিহঁতে অযথা শাস্তিখন খাবলগা হৈছে। ৰাতি এঘাৰ বাৰ বজাত ঘৰ পাইগৈ নে নাই তাৰো ঠিক নাই।"

একান্তই ভয়ে ভয়ে উত্তৰ দিলে, "দাইটি, আপুনি মোৰ দুখৰ কথা কি বুজিব। মই কৰো বুলি দেৰি কৰা নাই নহয়। বজাৰ সমাৰ কৰি, বকাসুৰ দাইটিৰ ঘৰত জা-জলপান খাই বৈ, তেখেতে দিয়া শাক-পাচলিবোৰ বান্ধি কুন্ধি দিনৰ প্ৰায় চাৰে বাৰ বজাতে আহিবলৈ সাজু হ'লো। কিন্তু 'এই অলপ আহিছো' বুলি ওলাই যোৱা মাধৱ হঁতৰ কাৰণে ৰওঁতে ৰওঁতে হে ইমান পলম হ'ল। শেষত সিহঁতিও আহিব নোৱাৰিলে, মোকো দেৰি কৰালে। সেই ভয়াতুৰ তিনিটা যে আজি ওলাবহি আশা নাই।" একান্তৰ কথা শুনি ফুলবৰে হাঁহি ৰখাব নোৱাৰি ভেক্ ভেক্কৈ কিছুপৰ হাঁহিলে। তাৰ পিচত একান্তক সুধিলে, "তুমি এতিয়াও ভাবি আছা নেকি যে সিহঁত তিনিটা এদিন ইয়ালৈ ঘূৰি আহিব বুলি?"

একান্তই ভয় খাই সুধিলে, "কিয়, নাহিব নেকি দাইটি?" ফুলবৰ খঙত গৰজি উঠিল, "তই এটা মূৰ্খ। তহঁত জধা মূৰ্খ। তহঁতৰ দ্বাৰা একো কাম নহব। ইঙ্গিত দিলেও একো বুজি নাপাব। মই যাবৰ পৰত তোক কৈ পঠোৱা নাছিলোনে? ঘূৰিবৰ পৰত বিপদত পৰিবি, বন্ধুক জনালে সহায় কৰিব বুলি? সেই কথা মই কিয় কৈছিলো এবাৰো ভাবি নাছালি। সিহঁত তিনিটাক সিহঁতৰ কাপোৰ কানি অস্ত্ৰ শস্ত্ৰবোৰ কিয় লৈ যাবলৈ কৈছিলো? সেইটো কথাও বুজি নাপালি? বুজি পাবলৈ, চিন্তা কৰিবলৈ তহঁতৰ ৰঙালাওটোৰ ভিতৰত আছেই বা কিটো? একেলগে বহি থকা তিনিটাই 'এই অলপ আহিছো' বুলি সিহঁতৰ দা, কুঠাৰ, কাপোৰ কানিৰ টোপোলা লৈ উধাও হৈ ঘৰলৈ বুলি তৰা নৰা চিঙি পলায়ন কৰিছে, ইফালে আমাৰ একান্ত ভকতে একান্ত মনে ভাবি ভাবি বহি আছে, তেওঁলোক আহিব এতিয়া, আহিব এতিয়া বুলি। হেৰৌ মূৰ্খ, সিহঁতে জানো এই অলপতে আহিবলৈ সিহঁতৰ টালি টোপোলাবোৰ লগত লৈ যায়নে? তোৰ ওচৰত জমা থৈ খালী মানুহকেইটা নগল হেঁতেন নে? হেৰৌ খাৰখোৱা - আহোমৰ ধূদৰ পচলাৰ জাত, সময় থাকোতেই অলপ পৰিশ্ৰম কৰি মাটি অকণ মোকলাই লব নোৱাৰ। এপাল এপাল ল'ৰা-ছোৱালী জন্ম দিব জান। সিহঁতৰ ভৱিষ্যতৰ বাবে মাটি ভেটি অকণ বহলাই খুলি থৈ যাব নোৱাৰ। সেইকণ পিতলৈ হাবি ভাঙিবলৈ আহিছিল। হাজাৰ হাজাৰ বিদেশী আহি অসমৰ পৰ্বত, ভৈয়াম, নদীৰ চৰ অঞ্চল সকলো দখল ললেহি, তহঁতি দেখা নাই ? হেৰৌ কানিয়া সন্তানহঁত, তহঁতি কানিয়া সন্তান কানিয়া হৈ থাকিহে আৰাম পাব? মুকলি বতাহ, নিৰ্মল প্ৰাকৃতিক পৰিবেশৰ মাজত তহঁতি কেনেকৈ জীয়াই থাকিবি? যা কুকুৰহঁত তহঁতৰ আজু ককাহঁতে থৈ যোৱা এডৰা মাটিকে পৈতৃক সম্পত্তি বুলি সাবটি থাকগৈ। পীত নাইকীয়া পলৰীয়া জাত। পলাবলৈ মন আছিল যদি তিনিওটা লগহৈ পোন বাটে পলাবলৈ সাহস গোটাব নোৱাৰিলি? তালেকে মতা জনম ধৰিছিলি? বাৰমাইল

গ'লেই পোৱা ৰাস্তাইদি যাবলৈ সাহস গোটাব নোৱাৰি ত্ৰিশ মাইল ঘূৰি পলাবলৈ গৈছু। যা ঘৈণীয়েৰাহঁতৰ মেখেলাৰ তলত সোমাই থাকগৈ। নহ'লে ইয়াত তহঁতক হাতীয়ে গছকি পেটু উলিয়াব। তহঁতিয়েই জীয়াই থাক। আমাৰ বাবে চিন্তা কৰিব নালাগে।"

একান্তক গালি পাৰি থাকোতে, শেষত পলৰীয়া সঙ্গী কেইজনলৈ মনত পৰাত ফুলবৰে নিজৰ অকৰ্মণ্য, অদূৰদৰ্শী জাতিটোৰ ওপৰতে খং উঠি গোৱাল গালি এসোপা পাৰিবলৈ লাগি গ'ল আৰু কিছুমান হেঁপাহ পলোৱাই গালি পৰিবলৈ মন আছিল যদিও হঠাৎ কিবা এটা মনত পৰাত যৰে কাম ততে এৰি, খৰখেদাকৈ জখলাইদি তললৈ নামি গ'ল। তাৰ পিচত তলত মজবুত খুটা দুটাত আটি বান্ধি থোৱা জখলাখনৰ ৰচি দুডাল খুলি দিলে। লগে লগে জখলাখন ওলমি পৰিল। সেই ওলমা জখলাখনে দিয়েই বান্দৰ নগোৱাৰ দৰে বগাই বগাই গৈ ওপৰৰ চাঙত উঠিলগৈ। ওপৰত উঠি ফুলবৰে একান্ত আৰু কেৰপাইক জখলাডাল টানি টানি ওপৰত উঠাবলৈ নিৰ্দেশ দিলে। বিনা বাক্যে সিহঁত দুটাই নায়কৰ আদেশ পালন কৰিলে। কাম শেষ কৰি একান্তই সুধিলে, "দাইটি, জখলাখন কিয় তুলি অনা হ'ল? জানিব পাৰোনে?"

ফুলবৰে গহীনাই ক'লে, "এইখন বনাওঁতে আজি বহুত পৰিশ্ৰম কৰিব লগা হৈছিল। গতিকে এইখন সুৰক্ষিত হিচাবে ৰাখিবলৈ বিচাৰিছো। হাতীৰ পালটো আহি পাবৰ সময় হৈছে। সিহঁত আহি পায়েই প্ৰথমে আমাৰ পুৰণা পঁজাটো ভাঙি চিঙি তহিলং কৰিব। তাত একো নাপাই মানুহৰ গোন্ধলৈ আহি এইখিনি পাবহি। আমি উঠি থকা গছ কেইজোপা বগৰাবলৈ যত্ন কৰিব। সেই কাম সিহঁতে কৰিব নোৱাৰিব। গতিকে খঙতে সিহঁতে আমাৰ এই জখলাখন চিঙি টুকুৰা টুকুৰ কৰি পেলাব। সেয়েহে সিহঁতি নষ্ট কৰাৰ আগতেই ওপৰলৈ তুলি আনিছো। বাৰু হাতীজাক আহি পাবলৈ এতিয়াও অলপ সময় বাকী। গতিকে ৰন্ধা কাম শেষ হ'ল যদি খাইবৈ লোৱা যাওঁক।"

পলম নকৰি মোহনে চাৰিওজনৰ বাবে ভাত শাক বাঢ়ি সকলোৰে আগে আগে দিলে। কোনো কথা বতৰা আলোচনা নকৰি প্ৰত্যেকেই খোৱাত মনোযোগ দিলে। আধাঘন্টা মানৰ ভিতৰতে চাৰিওজনে খাই বৈ উঠি কাঁহি বাটিবোৰ ধুই মেলি চুক এটাত দমাই থৈ দৰ্জামুখতে চাৰিওজনে আৰাম কৰি বহি দুই এটা কথা আলোচনা কৰি আছে। এনেতে সিহঁতি এৰি অহা পঁজাতো ধপ্ ধপ্ শব্দ কৰি কোনোবাই ভঙা শব্দ শুনিবলৈ পালে। চাৰিওজনে দৰ্জাৰ মুখেদি সেই ফালে চকু দিলে। শুক্ল পক্ষৰ দ্বাদশী তিথিৰ জোনৰ পোহৰ তেওঁলোকে স্পষ্ট কৈ দেখিবলৈ পালে যে সৰুৱে ডাঙৰে মিলাই মুঠ দহ বাৰটামান হাতীয়ে পঁজাটো ভাঙি চিঙি তেনেই নেফানেফ কৰি পেলাইছে। প্ৰকাণ্ড দঁতালটোৱে তাৰ দীঘল দাঁত দুটাই ভেটীটো খুচি খুচি কিবা এটা বিচাৰিছে। পোৱালী দুটামানে মাকহঁতৰ

পিছে পিছে নাচি-বাগি ফুৰ্ত্তি কৰি ফুৰিছে। প্ৰায় আধাঘন্টা ঘৰ-দুৱাৰ ভাঙি চিঙি, মাটিবোৰ খুচি-কাটি তল ওপৰ কৰিও একো নাপাই দতাঁলটোৱে নিজৰ শুঁৰডাল পাক খুৱাই লৈ ফুলবৰইতে উঠি থকা টঙিটোৰ ফালে আগুৱাই আহিল। তাক দেখি বাকীবোৰো তাৰ পিছে পিছে আহিল। সেই দেখি কেৰপায়ে থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে। কি কৰো কি নকৰো কৰি মোহনৰ ডিঙিটোত ধৰি পিঠিত উঠাৰ দৰে উঠি ল'লে। দঁতালটোৱে পোনচাতেই আহি ঔটেঙা গছ এজোপাত প্ৰচণ্ড খুন্দা এটা মাৰি দিলেহি। সেই একে খুন্দাই ফুলবৰইতে বহি থকা টঙিটোৰ চাংখন কঁপি উঠিল। কেৰপায়ে 'আই ঔ মৰিলো ঔ' বুলি মোহনৰ পিঠিৰ পৰা এচাৰ খাই চাংখনতে লুটিখাই পৰিল। ফুলবৰে হাঁহি মাৰি একান্তক ক'লে, "ঐ একান্ত, এইটো মৰিব এতিয়া, ইয়াৰ মূৰত পানী এবাল্টি ঢালি দিয়া।" একান্তই সঁচাকৈ ঢালিবলৈ কৈছে বুলি ভাবিলে ৰাতি কাৰোবাৰ পিয়াহ লাগিলে খাবলৈ থোৱা পানী বাল্টিকে আনি পৰি থকা কেৰপাইৰ মূৰে গায়ে ঢালি দিলেহি। "ঔ আই এইটোৱে মোক খালে ঔ" বুলি জাপ মাৰি উঠি ইচ্ ইচ্ আচ্ আচ্ কৰিবলৈ ধৰিলে। ইফালে সেই পানী তললৈ গৈ তলত থকা হাতী দুটা মানৰ গাত পৰিলগৈ। গাত পানী পৰা হাতী কেইটাই একো তত্ ধৰিব নোৱাৰি খৰ খোজেৰে কিছু দূৰ আঁতৰি গ'ল। তাৰ পিচত ঘূৰি আহি সিহঁতক আক্ৰমণকাৰীহঁতক এমজা দিবলৈ শুঁৰডালেৰে গছ জোপা পকাই ধৰি উভালি পেলাবলৈ যত্ন কৰিলে। একোৱাৰ আগ ভৰি দাঙি গছজোপাত হেঁচা মাৰি ভাঙিব পাৰি নেকি যত্ন কৰি চালে। দুই তিনিবাৰ মান মূৰটো গছজোপাত লগাইও হেঁচা মাৰি চালে। এঘন্টামান সময় আটাই কেইটাই যত্ন কৰিও এজোপা গছও একো কৰিব নোৱাৰিলে। তেতিয়া অলপ দূৰলৈ আঁতৰি গৈ নিজৰ শুঁৰবোৰ পকাই পকাই কিবা খেল দেখোৱা নিচিনা কৰিলে। ফুলবৰে ভাবিলে এয়া সিহঁতি আমাক খেল দেখোৱা নাই। সিহঁতে আমাক বুজাবলৈ যত্ন কৰিছে যে তহঁত আজি ভাল সাৰিলি। তহঁতক পোৱাহ'লে এই দৰে পকাই পকাই মাৰিলোহেঁতেন। তাৰপিছত গণেশ, মখনা, আৰু দঁতাল এই তিনিটাই চিএৰ কেইটামান মাৰি গহীন গহীন খোজ পেলাই শাৰী পাতি অহাবাটেৰেই ঘূৰি গ'ল। সেই দৃশ্য কেৰপাইৰ বাহিৰে বাকী তিনিজনে উপভোগ কৰিলে। হাতীৰ জাকটো যোৱাৰ পিছত তিনিওজনে কেৰপাইলৈ চালে। কেৰপাইৰ অৱস্থা কাহিল। মানুহটোৱে ভগৱানক প্ৰাৰ্থনা কৰিবলৈ বহাৰ দৰে আঠুকাঢ়ি বহিলৈ ঠটৰি কঁপাই কপাই মুখেৰে কিবা কিবি ভ্ৰম বকি আছে। মূৰত একান্তই পানী ঢালিছিল। কিন্তু পিন্ধি থকা চুৰিয়াখন তিতিল কেনেকৈ? হাতীৰ ভয়ত কিবাটোৱেই গ'ল নেকি? যিয়েই নহওঁক এতিয়া এইবোৰ বিচাৰ কৰা সময় নহয়। একান্তই গামোচা এখনেৰে কেৰপাইৰ তিতা মূৰটোৰ পানীখিনি টুকি দিলে। তাৰ পিছত পিন্ধি থকা চোলাটো খুলি বেলেগ এটা পিন্ধিবলৈ দিলে। পিন্ধি থকা চুৰিয়াখন খুলি টঙিটোৰ পৰা তললৈ পেলাই দি নতুন

এখন পিছি লবলৈ ক'লে। এই ৰাতিখন ইমান ওপৰৰ পৰা নামি গৈ ক'ত মাটি পানী লবগৈ পাৰিব। "বিপদত নিয়ম নাস্তি"। পিছি থকা চুৰিয়াখন আলফুলে খুলি টোপোলা বান্ধি তললৈ পেলাই দিলত বাকী তিনিটাই নাক চেপি থকাৰ পৰা ৰক্ষা পৰিল। কাপোৰ কানি সলাই তলমূৰকৈ বহি আছেযদিও কেৰপাইৰ ঠুতৰিৰ কঁপনিটো মাৰ যোৱা নাই। তাকে দেখি ফুলবৰে ক'লে— আমি তিনিটাকৈ মানুহ তোমাৰ লগত থাকোতেও তোমাৰ ইমান ভয়নে? অকলে থকাহেঁতেন কিজানি হাৰ্ট ফেল কৰি মৰিলাহেঁতেন। মই অকলেই ক'তবাৰ এনেকুৱা বনৰীয়া হাতীৰ মুখামুখি হৈছো হিচাব নাই। তথাপিওচোন মই নমৰিলো। এবাৰ ডিব্ৰুগড়ত থাকোতে মই বনাই লোৱা দেউতাৰ হাতী দুটা লৈ মাউট দুটাৰ সৈতে নগাপাহাৰলৈ কাঠ টনাবলৈ গৈছিলো। এটা হাতী মাউট দুটাই কাঠ টনাবলৈ লৈ গ'ল। সেইটো হাতী ভাগৰিলে ইটো হাতী নিব লাগিব। গতিকে মই তাক পেট ভৰাই খোৱাই আনো বুলি ডাঠ হাবিলৈ লৈ গ'লো। পিছে ডাঠ হাবিৰ মাজলৈ নি মই বিপদতহে পৰিলো। বনৰীয়া হাতী এজাকৰ মুখামুখি হ'লো। মই চৰাবলৈ নিয়া হাতীটো দেখি দঁতাল হাতী এটাই আক্ৰমন কৰিবলৈ খেদি আহিল। মই নিয়া হাতীটোও কম নিৰ্ভীক নাছিল। সিও ধৰিলে ফেৰপাতি। মই তাক ভৰিৰে কাণত খুচি, লাংচিং ডালেৰে মৰিয়াইও ঘূৰাব নোৱাৰিলো। কপালত যি লিখা আছে সেইটো হবই। মৰিলেও মৰিম তথাপিতো হাতীটো এৰি নপলাও বুলি মন ডাঠ কৰি লৈ গাদীখনত ভালকৈ এখন হাতে ধৰিলৈ আনখন হাতেৰে লাংচিংডাল টানকৈ ধৰি দঁতালটো আহি পোৱালৈ অপেক্ষা কৰিলো। দঁতালটো আহি পাই পোনেই মোৰ হাতীটোৰ কঁপালতে খুন্দা এটা মাৰিলে। সেই খুন্দাত মোৰ হাতীটোৱে দঁতালক হটাই লৈ গ'ল। দুই তিনি নলমান হাবি মহতিয়াই হটাই নিয়াৰ পিছত দঁতালে বাগি মাৰি এৰাখাই শুঁৰেৰে আক্ৰমন কৰিবলৈ ধৰিলে। এইবাৰ হাতী আৰু মই দুইটাই দতালক আঘাট কৰিবলৈ ধৰিলো। মই চল পালেই মোৰ লাংচিং ডালেৰে দঁতালৰ শুঁৰডালত খুচি বা আকুটি ধৰি আঘাট হানো। আমাৰ দুইটাৰ আঘাটত দঁতাল বেচি সময় টিকিব নোৱাৰিলে। চিএৰ এটা মাৰি সি পলাবলৈ ধৰিলে। মোৰ কথা বতৰা নুশুনি মই উঠি থকা টোৱেও তাৰ পিছে পিছে খেদি গ'ল। আধামাইল মান খেদি নিয়াৰ পিছত দঁতাল গৈ বিল এখনত পৰি দিলেগৈ। মই উঠি থকাটো পানীত নানামি পাৰতে ৰ'ল। বোধহয় মই ওপৰত উঠি আছো বুলি হাতীটোৰ মনত পৰিল। সেয়েহে সি পানীত নানামি পাৰতে ৰ'ল। অলপ সময় এইদৰে বৈ থকাৰ পিছত তাক ঘূৰাবলৈ যত্ন কৰিলো। তাৰ খং বোধহয় সাম কাটিছিল। গতিকে মোৰ কথা সি শুনিলে। তাক ঘূৰাই হাবিৰ বাহিৰ কৰাই লৈ আহিলো। মোৰেই ভাগ্য ভাল আছিল যে সেই বনৰীয়া হাতীৰ জাকটোৰ ভিতৰত ডাঙৰ যুঁজাৰু দঁতালটোৰ বাদে আৰু মতা হাতী নাছিল। দঁতালক হৰুৱাই আমাৰটোৱে মাইকী হাতীবোৰৰ ওচৰলৈ যাবলৈ বিচাৰিছিল। কিন্তু মই সেইফালে যোৱাত বাধা দিবলৈ লাংচিং ব্যবহাৰ কৰিবলগা হৈছিল। মই পৰাপক্ষত

দেউতা চন্দ্ৰ প্ৰসাদৰ মৰমৰ হাতীদুটাক মাউত দুটাক লাংচিং ব্যৱহাৰ কৰিবলৈ নিদিছিলো। মইটো কোনোদিন ব্যৱহাৰ কৰা নাছিলো। সেইদিনা বাধ্যত পৰি ব্যৱহাৰ কৰিব লগা হোৱাত মনত বৰ আঘাট পাইছিলো। সেইদিনা গধূলি হাতীটোৰ লাংচিং ব্যৱহাৰ কৰা ঘাঁবোৰত ঔষধ সানোতে মোৰ দুই চকুৰে চকুপানী বাগৰি আহিছিল।

ইয়াৰ পিছতো মাজুলী, কাজিৰঙা, বৰডুবি, লক্ষীপথাৰ আদি অৰণ্য ভ্ৰমণ কৰিবলৈ গৈ বহুবাৰ বনৰীয়া বাঘ, ভালুক, হাতীৰ কবলত পৰিও নিজৰ বুদ্ধিৰ বলত বাচি আহিলো। এতিয়াতো আমি সম্পূৰ্ণ বিপদমুক্ত স্থানত চাৰিটাকৈ মানুহ একেলগে আছো। ইয়াতনো ভয় খাব লগা কি কাৰণটো আছে। সিহঁতযে আমাৰ ওচৰলৈ আহিবই, এই কথা মই আগতেই জানিছিলো আৰু জানিয়েই এই সুৰক্ষিত স্থানত টঙিটো বনাইছো। ইমান সুৰক্ষিত স্থানত উঠি থাকোতেও ভয়ত হগা মুতা কামফেৰা কৰিব লাগেনে?

ককায়েক মোহনে মাজতে ধৰি সুধিলে, — "বাপু ফুল আজি যে হাতীৰ জাকটো আহিব, তুমিনো আগতিয়াকৈ কেনেকৈ জানিলা? আমাক বুজাই কোৱাচোন। ফুলবৰে হাঁহি এটা মাৰি ক'লে — ককাই, বনৰীয়া জীৱ-জন্তুৰ স্বভাব-চৰিত্ৰ, মতি গতি বুজিবলৈ সিহঁতৰ লগত কিছুদিন খেলা কৰিব লাগিব। সিহঁতক অধ্যয়ন কৰিব লাগিব। মই অৱশ্যে সিমান খিনি আধ্যয়ন কৰিবলৈ সুবিধা নাপালো। সেই বিষয়ে জনা অভিজ্ঞ ফান্দী এজনক ডিব্ৰুগড়ৰ চন্দ্ৰপ্ৰসাদ দেউৰীৰ ঘৰত লগ পাইছিলো। তেখেতৰ মুখে তেখেতৰ জীৱনৰ কাহিনীবোৰ শুনিছিলো। হাতী ধৰিবলৈ গৈ তেখেতৰ কিমান বিপদৰ সন্মুখীন হ'ব লগা হৈছিল সকলো কাহিনী শুনিছিলো। বনৰীয়া জীৱ জন্তুৰ বিলাকৰ স্বভাৱ চৰিত্ৰ আচৰণৰ বিষয়েও তেখেতে মোক বুজাই কৈছিলে। তেখেতে মোক আৰু বহুতো কথাই জানিবলৈ দিছিল। তেখেতৰ সেই জ্ঞান গভীৰ সাৰুৱা কথাবোৰে মোৰ জীৱনৰ বাটত পদে পদে সহায় কৰি আহিছে। মই কিবা বিপদ পৰিলেই ভগবানক স্মৰণ কৰাৰ দৰে সেই ফান্দীজনক স্মৰণ কৰো। তেতিয়াই মনত সাহস আৰু বিপদৰ পৰা মুক্ত হোৱাৰ উপায় বিচাৰি পাওঁ আৰু আজি যিটো ঘটি গ'ল, এই ঘটনাই কালিলৈ কি ঘটাব এই বিষয়ে বুজি উঠাত সহায় কৰি দিয়ে। কালি মখনা হাতীটো আহি আমাৰ পৰা কল আৰু নিমখ খাই গৈ তাৰ লগৰীয়াবোৰক জনালেগৈ। গতিকে আজি গোটেই জাকটোৱেই যে আহাৰ বিচাৰি আমাৰ ওচৰলৈ আহিব সেই কথা বুজি পাইছিলো। ইমানজাক হাতীৰ আমি আহাৰ যোগান ধৰো কৰ পৰা? আহাৰ দিব নোৱাৰিলে সিহঁতে আমাক সুদাই নেৰে। গতিকে সেই পঁজা এৰি সিহঁতে ঢুকি নোপোৱা স্থানত আশ্ৰয় ললোহি।

মোহনে পুনৰ সুধিলে— কালিনো মখনাটোক কিয় কল খোৱাই লেঠা লগাই লৈছিলা? সি খাবলৈ নোপোৱাহেতেনই আজি গোটেই জাক নাহিলহেতেন।

ফুলবৰে ককায়েকৰ কথা শুনি হাঁহি হাঁহি উত্তৰ দিলে — ককাই, কালি সেই

বনৰীয়া কল কেইআৰিয়েই আমাৰ সাতটা মানুহৰ প্ৰাণ কেইটা বচাই দিলে। মখনাই আমাৰ পাঁজাটো চাবলৈ অহা নাছিল, আমি সিহঁতৰ যে শত্ৰু নহওঁ মিত্ৰহে বুজাই দিবলৈ সক্ষম হ'লো। নহ'লে ময়ো তোমালোকৰ দৰে ফষ্টি মাৰি শুই থাকাহেতেন মখনাই এফালৰ পৰা সাতোটাকৈ গছকি পেটু ভুৰ উলিয়াই থৈ গ'লহেতেন।

মোহনে আকৌ সুধিলে— তুমি যদি মখনাটো খাটাং আহিব বুলি জানিছিলাই, তেন্তে আমাকনো নজগালা কিয় ? আমিও তোমাৰ লগত সাৰে থাকিলোহেতেন নহয় ?

ফুলবৰে ডাঙৰকৈ হাঁহি এটা মাৰি ক'লে— জনাব পাৰিলোহেতেন। কিন্তু আমাৰ কেৰপাই কাই পলৰীয়া সঙ্গী কেইজনৰ নিচিনা সাহসী বীৰ পুৰুষ কেইজন মানক হেৰুৱাব লগা হলহেতেন। মই বহুত কথা চিন্তা কৰি এই কথা নজনালো। কালি ৰাতি পুৱাই অৰ্থাৎ মাধৱহঁতৰ মুখে কথাটো জনাৰ পিচতে যদি মখনাটো ৰাতিলৈ আমাৰ লগত মুলাকাট কৰিবলৈ আহিব বুলি জনালোহেঁতেন, তেন্তে মোৰ সকলো সঙ্গী হেৰুৱাই মই অকলশৰীয়া হলোহেঁতেন। তোমালোক আটায়ে মিলি ঘৰ অভিমুখে যাত্ৰা কৰিবলৈ সময় পালাহেঁতেন। আকৌ ঘোষণাটো যদি গধূলি কৰিলেহেঁতেন তেন্তে তোমালোকে গধূলি সাজ খোৱা বোৱা বাদ দি গছৰ ওপৰত উঠিলাগৈহেঁতেন। তেতিয়া কি লাভ হ'লহেঁতেন। এইমাত্ৰ তোমালোকৰ চকুৰ আগতেই প্ৰমাণটো পালাই। ইমানখন মজবুত চাঙৰ ওপৰত বহি থাকোতেও বীৰ পুৰুষ কেৰপাই গৈ তোমাৰ পিঠিৰ ওপৰত আশ্ৰয় লৈও ৰব নোৱাৰি হাত ভৰি এৰি দি চাঙখনত লুটিখাই ঠুতৰি কঁপাইও শান্তি নাপাই সৰুপানী বৰপানীও বাজ হৈ গ'ল। সেই জন বীৰ পুৰুষক সামান্য গছৰ ডাল এটাই ৰক্ষা কৰিব পাৰিলেহেঁতেন বুলি ভাবিব পাৰিনে ? দূৰত হাতীৰ জাকটো এইফালে আহি থকা দেখা পায়েই গছৰ ডালৰ পৰা হাত ভৰি এৰি দি হাতীক মাৰক বা নামাৰক নিজে চালৰ ওপৰৰ পৰা কোমোৰা বগৰাদি বাগৰি আহি মাটিত পৰি আত্মঘাটী হৈ নমৰিলেহেঁতেন বুলি ভাবানে ?

ফুলবৰৰ কথাত তিনিওজনে লাজপাই তলমূৰ কৰিলে। কোনেও একো মাতবোল নকৰা দেখি ফুলবৰে আদেশৰ সুৰত ক'লে— আজিলৈ আৰু সিহঁত নাহে। নিচিন্তে শুই থাকা। ৰাতি ভালেমান হ'ল।

আদেশ পাই তিনিওজনে নিজৰ নিজৰ শুবাৰ কাপোৰ কানিবোৰ মেলি ল'লে। ফুলবৰেও দিনটো পৰিশ্ৰম কৰি ভাগৰ লগাত টিফাইটোৰ কাষতে ৰগ এখন পাৰি লৈ দীঘল দিলে। ❖❖

# এযাৰ

চাওতে চাওতে পাঁচটা বছৰ পাৰহৈ গ'ল। এই পাঁচটা বনবাসী চাৰিওজনে খেতি পথাৰ কৰি বহুত উন্নতি কৰিবলৈ সমৰ্থ হ'ল। নতুনকৈ খোলা মিংমাঙ মাটিখিনি চাৰিঘৰ মানুহে সমানে চাৰিভাগ কৰিলে। সমবায় প্ৰথা এৰি আজিকালি বেলেগে বেলেগে খেতি-বাতি কৰিবলৈ লৈছে। দুই ঠাইত দুখন ঘৰ চলাবলৈ অসুবিধা হেতু ফুলবৰ আৰু একান্তই পুৰণা ঘৰবাৰী সমাজ বাদ দি পৰিয়াল সহ মিং-মাঙলৈ সম্পূৰ্ণৰূপে উঠি আহিল। কিন্তু বাকী দুজনে সেইটো নকৰিলে। পুৰণা ঘৰ-বাৰী চলাবলৈ উপযুক্ত পুতেক বোৱাৰীয়েকহঁত থকাত মিংমাঙৰ মাটিখিনি পাম হিচাপেহে ব্যৱহাৰ কৰি আছে। একান্তৰ পৰিয়াল বুলিবলৈ মাত্ৰ মাক এজনী। মাকজনীকনো পুৰণা ঘৰত অকলশৰে কেনেকৈ এৰি আহে? ফুলবৰৰ পাঁচ বছৰীয়া পুতেক এটাৰ বাদে বাকী পাঁচজনীয়েই ছোৱালী। গতিকে কাক এৰিব কাক ধৰিব। প্ৰাইমাৰী স্কুলত পঢ়ি থকা জীয়েক দুৰ্গাৱতী আৰু পুতেক পৰমানন্দক গাঁৱৰে সম্বন্ধীয় ভনীয়েক এজনীৰ আশ্ৰয়ত স্কুল পঢ়িবলৈ এৰি থৈ, বাকীসকলক মিংমাঙলৈ আনি স্থায়ীভাৱে বসবাস কৰিবলৈ ধৰিলে। দুটা বছৰৰ পিছত সেই ল'ৰা-ছোৱালীহালক নি ঘিলামৰাৰ নিজৰ বংশৰ দীননাথ ওৰফে আওঁহতীয়া নামৰ মানুহ এঘৰত থৈ আহিলগৈ। ইমান আলৈ আহুকালৰ মাজতো শিক্ষাৰ মূল বুজা ফুলবৰে ল'ৰা-ছোৱালী হালৰ পঢ়া খতি নকৰালে। ডাঙৰ ছোৱালী দুজনীক বেছি পঢ়াব নোৱাৰিলে। তথাপিতো প্ৰাইমাৰী স্কুলখন দুয়োজনীকে পাছ কৰাই স্বাক্ষৰ কৰি তুলিলে। সৰু জীয়েক দুজনীৰ বয়স তেতিয়া ৫/৬ বছৰ হ'ল। সিহঁত হালকো আনি আওঁহতীয়া ককাকৰ ঘৰত পঢ়িবলৈ থৈ গ'লহি। অন্যহাতে দুবছৰৰ অগাপিছাকৈ ৰংমলা আৰু সুগন্ধীও গাভৰু হ'ল। সিহঁত দুজনীকো দুঘৰলৈ উলিয়াই দিবৰ বাবে চিন্তা কৰিব হ'ল। তেলে-নিমখে খৰিয়ে কাঠে অকলশৰীয়া এটা মানুহে ঘৰখন সুচাৰুৰূপে পৰিচালনা কৰা দায়িত্বভাৰ বহন কৰাৰ ওপৰিও, ১২ টা মাহত ১৩ টা খেতি কৰি বনৰীয়া হাতী, গাহৰি পহু, চৰাইৰ উপদ্ৰপৰ পৰা খেতি-বাতি ৰক্ষা কৰাৰ কামখিনিও চম্ভালি আঁতৰত লোকৰ আশ্ৰয়ত ৰাখি পঢ়োৱা ল'ৰা-ছোৱালী কেইটাক পঢ়াৰ খা-খৰচ যোগান ধৰাৰ লগতে ঘনাই খা-খবৰ কৰি থকা কামখিনি আছেই। দিনে-ৰাতিয়ে টাকুৰী ঘূৰাদি ঘূৰিও মানুহজনে কাম শেষ কৰিব নোৱাৰাত পৰিল। তথাপিও কৰ্ত্তব্যত সেও মনা মানুহ তেওঁ নহয়।

চাওঁতে চাওতে ৰংমলাই ভৰ যৌৱনত ভৰি দিলে। ইফালে একান্ত নামৰ

ডেকাটিও ফাগুনৰ বতাহত শিমলুৰ তুলা উৰাদি উৰু উৰু কৰাৰ বয়স। সেই বুলি একান্তলৈ ৰংমলাক দিব নোৱাৰি। জাত-পাতৰ কথা আছে। ৰংমলাইঁত ইন্দ্ৰ বংশীয় আহোম বংশধৰ। একান্তহঁত ৰজাই বনাই লোৱা আহোম। আচল সাতঘৰীয়া আহোমৰ বংশধৰ একান্তহঁত নহয়। আহোম ৰজাৰ কামৰ সুবিধার্থে সিহঁতক আহোম জাতত তুলি লৈছিল। চকুৰে দেখিও জলগুাত ভৰি দিব নোৱাৰি।

একে ওচৰা-ওচৰিকৈ থকা দুইঘৰৰ পথাৰত চৰাই খেদিবলৈ যাওঁতে, ধান দাবলৈ যাওঁতে, একেখন নদীতে মাছ ধৰোতে ৰংমলা আৰু একান্তই দুয়ো দুয়োলৈ চাই হাঁহি খিকিন্দালি কৰি ফুৰা ফুলবৰে দেখিছে। এই অটব্য অৰণ্যৰ মাজত সিহঁত মাত্ৰ চাৰিঘৰ মানুহ। এটা পৰিয়াল হিচাবে বাস কৰি আহিছে। এই চাৰিঘৰ মানুহৰ মাজত মিলাপ্ৰীতিৰে নচলিলে কেনেকৈ হ'ব। সিহঁতৰ এইটো হাঁহি মাতি স্ফুৰ্ত্তি কৰাৰ বয়সেই। তাত মায়া দেখা উচিত নহয়। সেইবুলি সীমাৰেখা অতিক্ৰম কৰাকৈ এৰি দিব নোৱাৰি। তাৰ আগতেই কিবা এটা গতি লগাব লাগিব।

সাতে পাঁচে চিন্তা কৰি, এদিন ককায়েক মোহনৰ লগত এই চাৰিঘৰ মানুহৰ তৃতীয় এটি প্ৰাণীয়ে নুশুনাকৈ, এটুকুৰা নিৰ্জন ঠাইত অনেক ভূত ভৱিষ্যতৰ কথা আলোচনা কৰি ৰংমলাৰ বাবে এজন দৰা বিচাৰি ফুলবৰ ওলাল। ককায়েকক তেওঁ ঘূৰি নহালৈকে কথাটো কাকো নজনাবলৈ ক'লে। আনকি বৌৱেকৰ আগতো এই সংবাদ গোপনে ৰাখিবলৈ ককায়েকক দঢ়াই দঢ়াই কৈ থৈ গল। ফুলবৰে নিজৰ পৰিবাৰৰ আগতো তেওঁৰ তিনিদিনীয়া কাৰ্যসূচীৰ যাত্ৰাৰ উদ্দেশ্যৰ বিষয়ে একো শুংসূত্ৰ জানিবলৈ নিদিলে। ফুলবৰে জানে, তিৰোতাৰ মুখে ফটা জালে সমান। গোপনীয় কথা কোনো এজনীৰ কাণত পেলোৱাৰ পিছত, জয়ঢোল পিতি শুনাবলৈ আৰু প্ৰয়োজন নাথাকে। ককায়েককো জনাবলৈ মন নাছিল। কিন্তু ইমান ডাঙৰ উদ্দেশ্য এটালৈ তিনিদিনৰ বাবে ঘৰ এৰি যাব যেতিয়া নিজৰ ককায়েকটোক নজনালে বেয়া হ'ব বুলি চিন্তা কৰিয়েই জনাই থৈ গ'ল।

ইফালে ফুলবৰ ওলাই যোৱা দিনাই দুপৰীয়া নিজান পৰত বৰদেউতাক মোহনে ৰংমলাক নিজৰ ঘৰলৈ মাতি নি বৰ মাকৰ ওচৰত বহুৱাই লৈ তাইৰ বাপেক ফুৰিবলৈ যোৱাৰ উদ্দেশ্য সমূহ বিকৃত বৰ্ণনা দি ক'লে— ৰংমলা, তোৰ বাপেৰে তিনিদিনৰ বাবে কিয় ফুৰোগৈ বুলি ওলাই গৈছে জান? তই কি জানিবি? মোক সকলো কৈ থৈ গৈছে। বাপেৰৰ যোৱাৰ উদ্দেশ্যৰ কথা শুনি তোৰ চিন্তাত মোৰ পেটতে হাতভৰি লোকাইছে। মনটো উগুল থুগুল লাগি আছে। তোক একো নজনাবলৈ কৈ গৈছে যদিও তই মোৰ জী নহ'লেও মোৰ ভাইটোৰ জী যেতিয়া তই মোৰে জী। গতিকে মই জীয়াই থাকোতে মোৰ চকুৰ আগতে তোকনো বাৰু কেনেকৈ খাললৈ দলিয়াই পেলাওঁ। ইমান ডাঙৰ কথা এটা বাৰু তোক কেনেকৈ নোকোৱাকৈ থাকো।

বৰদেউতাকৰ কথাৰ পাতনি শুনি ৰংমলাই পেটে পেটে ভয় খাই সুধিলে—

বৰদেউতা, আপুনি কি কব বিচাৰিছে খোলাখুলিকৈ কওঁকচোন।

মোহনে ক'লে— বাপেৰে কবলৈ মানা কৰি গৈছে যদিও মই তোক সকলো কথা খুলি কম বুলিয়েই মাতি আনিছো। বাপেৰে তোৰ জীৱনটো নৰকলৈ ঠেলি দিয়াৰ আগতেই তোক উদ্ধাৰ কৰিম বুলি চিন্তা কৰিয়েই কথাবোৰ উলিয়াইছো। মই বৰদেউতাৰা জীয়াই থাকোতে তই কোনো চিন্তা নকৰিবি। বাপেৰে আহি পাই পাছত মোক যি কৰে কৰিব। তাৰ বাবে মই চিন্তা কৰা নাই। তোক সুপাত্ৰ এজনৰ লগত গটাব পৰাটোহে মোৰ প্ৰধান কৰ্ত্তব্য বুলি ভাবিছো।

ৰংমলাই অধৈৰ্য হৈ পুনৰ সুধিলে— বৰদেউতা, আপুনি আকৌ চালে বেৰে কোবাই কথাবোৰ কৈ আছে। আচল কথাটো নকয় কিয়? মোহনে এইবাৰ ৰংমলাৰ মনোভাৱ বুজিলৈ তেওঁৰ উদ্দেশ্য সিদ্ধি হব বুলি জানি ভায়েকৰ যাত্ৰাৰ উদ্দেশৰ বিকৃত ৰূপ দি জনালে — তোৰ বাপেৰে তোলৈ দৰা বিচাৰি ধেমাজিলৈ গৈছে। যিটো দৰা বিচাৰি আনিবলৈ গৈছে, সেইটো ল'ৰা মই চিনি পাওঁ। সি এটা গজমূৰ্খ, মদাহী আৰু ধোদৰ পচলা। দেখিবলৈও আপচু। চৌবিশ ঘণ্টা মদ, ভাং, কানি খাই মাতালহৈ মানুহৰ লগত কাজিয়া কৰি ফুৰে। সেইটো ল'ৰাৰ লগত তোক বিয়া দিলে তোৰ জীৱনটো ধ্বংস হ'ব বুলি মই বাপেৰক ইমান বুজালো কিন্তু সি মোৰ কথালৈ কোনো গুৰুত্বই নিদিলে। বাপেৰৰ স্বভাৱ চৰিত্ৰ কেনে তই জানই। যিটো কৰিম বোলে সেইটো কৰি তাৰ জেদ পুৰাবই। লাগিলে আনৰ যি হয় হওঁক। পৰহিলৈ দেখিবি, সেই ল'ৰাটো লগত লৈ আহি তোৰ মোৰ কাৰো কথা নুশুনি বলেৰে তাৰ লগত বিয়া দি তহঁতহালক ঘৰৰ পৰা খেদি উলিয়াই পঠাব। সেই বুলিয়ে মোক জনাই থৈ গৈছে। এই কথাটোকে তোক কবলৈ বাপেৰে মোক মানা কৰি থৈ গৈছে। মই তোৰ মুখলৈ চাই নজনোৱাকৈ থাকিব নোৱাৰিলো। এতিয়া তই যি ইচ্ছা তাকে কৰ।

কথাখিনি কৈ কেৰাহিকৈ ৰংমলাৰ মুখলৈ চাই তেওঁৰ আচল উদ্দেশ্য সিদ্ধি কৰি লবলৈ অপেক্ষা কৰি ৰল। তেওঁৰ ঔষধে ৰংমলাৰ অন্তৰত ক্ৰিয়া কৰিলে। তাই আগন্তুক বিপদৰ ভয়ত কঁপি কঁপি বৰদেউতাকৰ ওচৰত শৰণাপন্ন হ'ল।

এতিয়া মই কি কৰো বৰদেউতা? ৰংমলাই কাতৰ স্বৰে সুধিলে। এই বাক্যটি শুনিবলৈহে যেন মোহনে ধৈৰ্যৰে অপেক্ষা কৰি আছিল। তেওঁ গহীন হৈ খং ভাব দেখোৱাই ক'লে — তই জানো একান্তক ভাল নাপাব? ৰংমলা চক খাই উঠিল। বৰদেউতাকৰ মুখত কি শুনিছে তাই এইবোৰ। কোনোদিন কল্পনা কৰিব নোৱাৰা কথা এটা তাইৰ কাণত কেনেকৈ পৰিল? তাকো বৰদেউতাকৰ মুখৰ পৰা শুনিছে। তাই খঙেৰেই সুধিলে— বৰদেউতা, আপুনি এইবোৰ কি কথা কৈছে? যাক অতদিনে নিজৰ ককাইদেউ নিচিনা জ্ঞান কৰি আহিছো, তেওঁক আকৌ ভাল.....। তাই আৰু কথা কব নোৱাৰি ফেঁকুৰি উঠিল। বৰদেউতাকে এইবাৰ বুজনিৰ সুৰত ক'লে— তই ভুল নুবুজিবি মইনো

কি জানো? একান্তই তোক ভালপাওঁ বুলি আপত্তি দিয়াতহে মই ভাবি ললো, সি তোক ভাল পাই যেতিয়া তই কিজানি তাক ভাল পাব বা। মই তাৰ আগত তোৰ আগন্তুক বিপদৰ কথাটো জনালত, সি সেই মদাহীটোৰ লগত তোক মৰিবলৈ পঠোৱাতকৈ তই যদি মত দিয় তেন্তে সি তোক উদ্ধাৰ কৰিম বুলি মোক কথা দিছে। সি বোলে তোক প্ৰাণভৰি ভালপায়। কিন্তু তোৰ জমদগ্নি বাপেৰৰ ভয়ত তাৰ অন্তৰৰ কথা তোক খুলি কবলৈ ভয় কৰি আছে। তই যদি ইচ্ছা কৰ তেন্তে একান্তই আজি গধূলি সময়তে তোক পলুৱাই নি ৰাতিটো পথাৰৰ মাজৰ সেই ওখ টঙিটোত ৰাখি কালিলৈ পোহৰ হোৱাৰ লগে লগে হাবিখিনি পাৰ কৰাই তাৰ পুৰণি গাঁৱলৈ লৈ যাম বুলি কৈছে। বেচেৰাটোৱে এইবোৰ কথা নিজ মুখেৰে তোক কব নোৱাৰি, মোক খাতিৰ কৰাতহে মই তোক জনালো। এতিয়া তোৰ যি ইচ্ছা তাকে কৰ। বাপেৰে আনিবলৈ যোৱা সেই অলগদ্ধটোৰ লগত মৰিবলৈ মন আছে যদি পৰহিলৈকে বাট চা আৰু ভালমতে জীয়াই থাকিবলৈ মন আছে যদি আজিৰ ভিতৰতে একান্তৰ লগত পলাই যা।

ৰদেউতাকে উপদেশ পৰ্ব শেষ কৰি বাহিৰলৈ ওলাই গ'ল। ৰংমলাই হা না একো উত্তৰ নিদিলে। তাই চিন্তা সাগৰৰ মাজত টুলুঙা নাও এখনত উঠি ঘূৰ্ণী বতাহৰ ঠেলা খাই খাই মাজ সাগৰতে ঘূৰি ফুৰিবলৈ ধৰিলে। তাই কোনটো পাৰৰ আশ্ৰয় বিচাৰি যাব? এফালে দেউতাক আনফালে বৰদেউতাক। দুইজনেই আপোন। মোৰ নিজৰ পিতৃয়ে মোৰ কি অপৰাধত অহিত চিন্তিব? বৰদেউতাই বা মিছা মাতিব কিয়? চিন্তা কৰি কৰি তাই বহাতে জোপোকা মাৰি কিমান দেৰি আছিল তাইৰ মনত নাই। এনেতে বৰমাকে তাইৰ আগত চাহ এবাটি দি কোমল মাতেৰে কলে— ডাঙৰ মা, চিন্তা কৰি বহি থাকিনো কি লাভ? এই চাহপানী বাটি খাই ল। বৰদেউতাই তোৰ অহিত চিন্তা কৰি এইবোৰ কথা কোৱা নাই। তোৰ ভালৰ বাবেই আজি ৰাতিপুৱাৰে পৰা জোৰা ফুটা মাৰি ফুৰিছে। ভাগ্যে একান্তই তোক উদ্ধাৰ কৰিম বুলি গাত ললতহে মানুহটোৰ পেটলৈ ভাত মুঠি গৈছে। মাইকীৰ জীৱন এনেকুৱাই। কি কৰিবি। এদিন এঘৰলৈ যাবই লাগিব। ভাল মানুহ পালে সুখে শান্তিৰে জীৱনটো কটাব পাৰিবি। অসাধু স্বামীৰ লগত জীৱন কটোৱাতকৈ নদীত জাপ দি মৰি থকাই ভাল। তোৰ বাপেৰক মই লেংটা অৱস্থাৰ পৰাই পাইছো। তাৰ স্বভাৱ চৰিত্ৰৰ কথা মোৰ বাদে আনে বেছিকৈ জানে বুলি মোৰ বিশ্বাস নহয়। সি আনৰ ভৱিষ্যতৰ কথা বেছি চিন্তা নকৰে। মাত্ৰ নিজৰ জেদটো পুৰাবলৈ বিচাৰে। সেয়েহে............।

বৰমাকৰ উপদেশ বুজনিবোৰ আৰু তাই শুনি শুনি বহি থাকিব নোৱাৰিলে। তাইৰ সন্মুখৰ চাহ বাটি দলিমাৰি পেলাই দি গিৰিপকৈ উঠি একে দৌৰে আহি নিজৰ ... চনাত পৰি কান্দিবলৈ ধৰিলে। মাক ঘৰত নাছিল। পকা ধাননিত চৰায়ে আমনি ...ত পুৰাই পথাৰলৈ গলগৈ। একেবাৰে সন্ধ্যাহে ঘূৰিব। দুপৰীয়া ভাত মুঠি একান্তৰ

মাকৰ লগত পথাৰৰ টঙিতে বনাই খাব। ঘৰলৈ অহাযোৱা কৰিবলৈ দূৰ হয় বাবে আজি কিছুদিনৰ পৰা দুইজনী মানুহে দুপৰীয়া সাজ পথাৰতে খোৱা বোৱা কৰিবলৈ দিহা কৰি লৈছে। দুপৰীয়া তিনি-চাৰি ঘন্টামান সময় ধাননিত চৰাই নপৰে। সেই সময়কন খৰচ কৰিবৰ কাৰণে খুলা মুগা, এৰীমুগা, টাকুৰি যোগাৰ কৰি লৈছে। টঙিটোত চাঙৰ ওপৰৰ পৰা টাকুৰীত সূতা কাটিবলৈ বৰ ভাল। সেইটো সোবাদতে দুইজনীয়ে দুপৰীয়া ঘৰলৈ নাহে।

ৰংমলাৰ ভনীয়েক সুগন্ধীয়ে বায়েকে বিচনাত পৰি কান্দি থকা দেখি কিংকৰ্তব্যবিমূঢ় হৈ মাকহঁতৰ ওচৰলৈ দৌৰি আহিল। ফোপাই-জোফাই মাকহঁতৰ ওচৰত বহিলহি। মাকে সুগন্ধীক ইমান উধাতু খাই অহাৰ কাৰণ কি সুধিলে। সুগন্ধীয়ে কিন্তু একো উত্তৰ দিব নোৱাৰিলে। তাই বায়েকে কিয় কান্দিছে সকলো কথা জানে। বৰদেউতাক আৰু বৰমাকে বায়েকক কোৱা কথাবোৰ তাই বৰমাকহঁতৰ ঘৰৰ বেৰখনৰ সিপাৰে ঠিয় হৈ থাকি সকলো শুনি আছিল। বায়েকে কি কৰে এতিয়া তাকহে তাই নাজানে। বৰদেউতাকহঁতে কোৱা কথাবোৰ যদি সঁচা হয়, তেন্তে দেউতাকে বিচাৰি যোৱা সেই মদাহীটোতকৈ সদায় দেখি থকা একান্তকাইকে ভিনি বুলিবলৈ তাই ভাল পাব। তাই মাকৰ ওচৰলৈ দৌৰি আহিছিল বৰদেউতাক হঁতে কোৱা সকলো কথা খুলি কম বুলি। কিন্তু মাকৰ লগত বহি থকা একান্তৰ মাকক দেখি তাই ভয় ভাব এটাই ডিঙিত সোপামাৰি ধৰিলে। তাইৰ মুখৰ বাক্য এটাই যদি নঘটিব লগা কাণ্ড কিছুমান ঘটি যায়। তেন্তে তাই মাকহঁতক কেনেকৈ চম্ভালিব ? জুই ফিৰিঙতি এটাই স্বৰ্ণ লঙ্কা ধ্বংস হোৱাৰ দৰে যদি....। তাই আৰু ভাবিব নোৱাৰিলে। মাকহঁতৰ লগত স্থিৰেৰে বহিও থাকিব নোৱাৰিলে। মাকহঁতক তাতে এৰি মই তহঁতৰ ওচৰলৈ এনেয়ে আহিছিলো" বুলি কৈ পুনৰ ঘৰলৈ দৌৰ মাৰিলে। ঘৰ আহি পাই তাই বায়েকৰ ওচৰলৈ যাবলৈ সাহস গোটাব নোৱাৰিলে। বায়েক জনীয়ে যেন তাইক দেখা পালেই কাল মুৰ্ত্তি ধাৰণ কৰি তাইৰ ডিঙিত চেপি ধৰিলে কি হ'ব। এনে ভাব হ'ল তাইৰ সদায় একেলগে ঘুৰি ফুৰা, ইটো কৰি দিয়া, সিটো কৰি দিয়া, আমুকলৈ যাওঁ বুলি গতিয়াই ঘুকুতিয়াই লৈ ফুৰা একান্তটোক নিজৰ ঘৰৰ পিৰালিত মন মাৰি আমনজিমনকৈ বহি থকা সুগন্ধীৰ আজি মাত এষাৰ লগাবলৈ ভয় লাগিল। এইটো যেন সদায় দেখি অহা একান্ত কাই নহয়। এই মানুহটোক যেন তাই কোনোদিন দেখা পোৱা নাই। তাৰ ভাব ভাষা যেন তাই কোনোদিন বুজি নোপোৱা এটা আচহুৱা মানুহ, তেনে যেন লাগিল। তাই ঘৰলৈ আহিছিল হয়। পিছে এতিয়া তাই কলৈ যাব ? কি কৰিব ? একো স্থিৰ কৰিব নোৱাৰি বলিয়াৰ দৰে চোতালৰ পৰাই তাই পুনৰ মাকহঁতৰ ওচৰলৈ উভতি দৌৰ মাৰিলে। এইবাৰ মাকহঁতৰ লগত পথাৰৰ পৰা ঘুৰি আঁহোতে যথেষ্ট আন্ধাৰ হ'ল। এই পৰলৈকে ঘৰখনত চাকি এটাও নজলোৱাৰ কাৰণে পেচনে চোতালৰ পৰাই বৰ জীয়েক ৰংমলাক গালি পাৰি পাৰি ভিতৰ সোমাই গ'ল। কিন্তু মাকৰ এই গালি শুনিবলৈ বৰজীয়েক তেতিয়ালৈ ঘৰত নাছিল। বৰদেউতাক আৰু

ৰমাকৰ উপদেশ মানি বৰজীয়েক একান্তৰ লগত পলাই গৈ কোনোবা ধুবুৰী পাইছিলগৈ। বৰজনাক আৰু জাকৰ মুখে সেই দুসংবাদটো পাই পেচনে বুকু ঢকিয়াই কান্দি কান্দি অচেতন হৈ পৰিল।

ইফালে ফুলবৰে ধেমাজিৰ গোঁহাই গাঁৱৰ বুঢ়াগোঁহাই যৈদৰ দেখনীয়াৰ স্বাস্থ্যবান ল'ৰা এটাৰ লগত বিয়াৰ দিনবাৰ বন্দবস্ত কৰিলে। মানুহ ঘৰৰ আদৰ আৰু বচন পেলাব নোৱাৰি সেই মানুহ ঘৰতে দুটা ৰাতি কটাই তৃতীয় দিনা ঘৰলৈ বুলি ৰাওনা হ'ল। সেই গাঁৱলৈ ফুলবৰৰ ভনীয়েক এজনীকো দিছে। বৈনায়েক এম. ভি. স্কুলৰ প্ৰধান শিক্ষক কৰে। ভনীয়েক আৰু বৈনায়েকৰ সহায়তে ইমান কম সময়ৰ ভিতৰতে এনে এটি ৰূপবান, গুণবান আৰু শিক্ষিত ল'ৰা ফুলবৰে জোঁৱাই হিচাবে পাবলৈ সক্ষম হ'ল। ল'ৰাটিয়ে যোৱাবছৰ মাষ্টৰ চাকৰি এটিও যোগাৰ ক'ৰি লৈছে। জোঁৱায়েকৰ চাকৰিনহ'লেও ফুলবৰৰ আপত্তি কৰিব লগা একো নাছিল। কাৰণ খেতিয়ে পথাৰে, বাৰীয়ে ঘৰে মানুহ ঘৰ জয় জয় ময়ময় অৱস্থা। সকলো ফালৰ পৰা অতি সন্তুষ্ট হৈ ঘৰলৈ ঘূৰোতে ফুলবৰে ভনীয়েকৰ ঘৰত পুনৰ এপাক সোমাই দৰাই ছোৱালী চাবলৈ যাবৰ দিনা তেওঁলোকৰ লগত ভনীয়েক বৈনায়েক দুয়োকো যাবলৈ পুনৰ আমন্ত্ৰণ জনাই আহিল। ঘৰ আহি পোৱালৈকে গোটেই বাটচোৱা ফুলবৰে, নতুন আলহীক কি খোৱাব, তেখেতলোকে তেওঁক এই দুদিন যিমান আদৰ সাদৰ কৰি ৰাখিছিল, সেই আদৰ সাদৰ তেওঁ দেখুৱাব পাৰিবনে নোৱাৰে, সেইবোৰ কথাকে ভাবি চিন্তি আহি থাকোতে বেলি ডুবাৰ আগতেই ঘৰ আহি পালেহি। ঘৰ আহি পাই তেওঁৰ মনটো কেনেবা কেনেবা লাগিল। চাৰিঘৰ মানুহৰ এজন মানুহেও তেওঁক দেখা দিয়া নাই। পালেহি নে ? বুলি মাত এষাৰ দিয়া নাই। সকলোৱে যেন তেওঁক দেখি ভয়খাই পলাই ফুৰিবলৈ বিচাৰিছে। ঘৈনীয়েক পেচন পথাৰৰ পৰা আহি পোৱাহি নাই। এই সময়তে ধাননিত চৰাইৰ উৎপাত বেছি হয়। গতিকে ঘৈনীয়েক পথাৰ খন এৰি থৈ তেওঁক আদৰিবলৈ নহাৰ কাৰণে বেয়া পোৱা নাই। বৰঞ্চ এই সময়ত ঘৈনীয়েক পথাৰত নাথাকি ঘৰত বহি থকা দেখা পোৱাহিহেঁতেনহে ফুলবৰৰ খং উঠিলহেঁতেন।"

বাপেক অহা দেখা পাই সুগন্ধীয়ে ভৰি হাত ধুবলৈ পানী যতনাই দি চাহ বনোৱাত লাগিল। বাপেকে ভৰি হাত ধুই কাপোৰ কানি সলাই মানে ইফালে চাহ বাকিবও হ'ল। মাকে বাপেকলৈ সজাই থৈ যোৱা জলপান বাটি আৰু চাহ বাকি বাপেকক খাবলৈ দিলে। চাহ জলপান খাই উঠি তামোল এখন মুখতলৈ ফুলবৰে সুগন্ধীক সুধিলে— মাজু মা, আমাৰ ঘৰখনত কিবা এটা হৈছে নেকি? আহি পায়েই চাৰিওফালে কিবা নিমাওমাও, নিমাও মাও পৰিবেশ এটা দেখিবলৈ পাইছো। এঘৰ মানুহেও মোক মাত এষাৰ দিয়া নাই। তইও মুখখন আন্দোলাই আছ। কথাটো কি? ডাঙৰ মা কলৈ গ'ল। তাইকো দেখা পোৱা নাই?

সুগন্ধীয়ে আৰু এইবাৰ কান্দোন চেপি ৰাখিব নোৱাৰিলে। তাই কান্দি কান্দি বৰদেউতাক আৰু বৰমাকে কেনেকৈ বায়েকৰ মন ভাঙি দি শেষত ফুচুলাই মেলি একান্তৰ লগত পলোৱাই পঠালে সকলো বিৱৰি ক'লে।

জীয়েকৰ মুখে আদ্যোপান্ত সকলো কথা শুনি ফুলবৰে খঙত অগ্নিশৰ্মা হৈ গজিয়াৰ পৰা দীঘল মেচি দাখন উলিয়াই লৈ বিশ্বাস ঘাটক, তহঁতক আজি কোনে ৰক্ষা কৰিব? এইবুলি চিঞৰি বাহিৰলৈ ওলাই গৈ ককায়েকৰ ঘৰটোৰ বেৰত একঘাপ মাৰিলেগৈ। একেঘাপে নলৰ বেৰ দুফালহৈ গ'ল সেই বাটেদিয়েই সোমাই গৈ ভিতৰ পালেগৈ। ভিতৰত ঘূৰি পকি চাই কাকো নেদেখি বাহিৰলৈ ওলাই আহি একান্তহঁতৰ ঘৰৰ দৰ্জাখন একে গোৰে ভাঙি ভিতৰ সোমাই গ'ল। সেই ঘৰতো দেউ মনিচ এটাও নাই। কেৰপাই হঁতৰ ঘৰত পলাই আছেহি বুলি ভাবিলৈ, সিহঁতৰ ঘৰলৈ দৌৰি গৈ বেৰ এখন দুটুকুৰা কৰি কাটি ভিতৰ সোমাই গৈ দেখে যে তাতো কোনো নাই। ককায়েক বৌৱেকক কাটিবলৈ নাপাই এইবাৰ ফুলবৰে ককায়েকৰ ঘৰটোকে কাটিকুটি লাং লাং ঠাং ঠাং কৰিও হেপাহ নপলালত ভিতৰত থকা সকলো বস্তু মৰিয়াই খটিয়াই শেষ কৰি ভাঙি চিঙি শেষ কৰি নিজৰ চোতাললৈ আহি বলিয়া মানুহৰ দৰে চিঞৰিলে— আজিৰ পৰা মই এই ৰাজ্যত একছত্ৰী সম্ৰাট। মোৰ ভয়ত ইয়াৰ পৰা সকলো পলায়ন কৰিছে। তহঁতৰ আৰু ইয়াত স্থান নাই। এইদৰে চিঞৰি বাখৰি দাখন কান্ধত পেলাই চোতালখনতে বহুত সময় পায়চাৰি কৰি থাকিল। তাৰ পিছত নিজৰ ঘৰৰ ভিতৰলৈ সোমাই আহি ভিতৰত কাকো নেদেখি নিজে বাল্টিটোৰ পৰা পানী বাকি লৈ চাৰি পাঁচ গিলাচ মান খালে। তাৰ পিছত হাতৰ দাখন মজিয়াতে পেলাই নিজৰ বিচনাখনতে দীঘলদি পৰি লৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে। এইদৰে কান্দি কান্দি এটা সময়ত নিতাল মাৰি শুলে। ৰাতি ন-মান বজাত সুগন্ধীয়ে ভাত খবলৈ জগোৱাত উঠি বিচনাত বহিল। প্ৰথমে ভাত নাখাও বুলিয়েই কবলৈ বিচাৰিছিল। কিন্তু তাৰ পিছতে মনত পৰিল যে এই মিংমাং অটব্য অৰণ্যৰ মাজত বৰ্ত্তমান তিনিটা মানুহ নামৰ প্ৰাণীহে আছেগৈ। বাকী সকলো পলাল। এই তিনিটি প্ৰাণীৰ মাজৰে যদি এটিয়ে নাখাওঁ বুলি ওভটি যুজো, তেন্তে বাকী দুটিয়ে খাই কি শান্তি পাব? এই দুটিক বুকুত বান্ধিয়েই মই জীয়াই থাকিব লাগিব। সকলোৱে এৰি থৈ যোৱা ৰাজ্যখন চলাব লাগিব। তহঁত কুকুৰ মথা নহলেও মই এটা সিংহই এই ৰাজ্যত অকলে বাস কৰিব পাৰো বুলি সিহঁতক দেখুৱাব লাগিব। বিশ্বাসঘাটক ককাই আৰু বৌ তোমালোক দুয়ো পলাই গৈ ভালেই কৰিলা। নহলে মই অহা কালিলৈ জেলৰ ভাত খাবলৈ যাব লগা হ'লহেঁতেন। তেতিয়া মোৰ এই হালৰ অবস্থা কি হ'লহেঁতন?

ঃ ভাত ঠাণ্ডা হ'ব এতিয়া। খাবলৈ নামি নাহেনো কেলৈ? পত্নী পেচনৰ মাতত ফুলবৰে চিন্তা ৰাজ্যৰ পৰা বাস্তৱলৈ ঘূৰি আহিল। লাহে লাহে নামি গৈ ভাতৰ পাটত বহি একান্তমনে খোৱাত মনোযোগ দিলে। ❖❖

# বাৰ

সঙ্গীসহ সাতবছৰ, এজনী জী আৰু পত্নীসহ সাতবছৰ। মুঠ চৈধ্যবছৰ বনবাসৰ জীৱন বোধহয় ফুলবৰৰ শেষ হৈ আহিছিল। চৈধ্যবছৰ পাৰহৈ এসপ্তাহ নৌ যাওঁতেই ফুলবৰৰ অজ্ঞাতে সুদূৰ ঘিলামৰাৰ পৰা কুৰিজনীয়া দল এটা গৈ আবেলি সময়ত ফুলবৰৰ ঘৰত উপস্থিত হৈছিলগৈ। সেই কুৰিজনীয়া পুৰুষৰ দলটি ককাদেউতাক আঁওহতীয়াৰ নিৰ্দেশ মৰ্মে বৰদদায়েক কমলৰ নেতৃত্বত গৈছিল । ঔষধলৈ লাগে বুলিলেও এজন মানুঁহো দেখা নোপোৱা অৰণ্যৰ মাজত একেলগে বিশজন মানুহ দেখা পাই বনবাসী তিনিও প্ৰাণীয়ে আনন্দত আত্মহাৰা হৈ পৰিল। তিনিওটি প্ৰাণীয়ে অতি আগ্ৰহেৰে কুৰিজন আগন্তুকক অতি ভক্তিভাৱেৰে আৰু আন্তৰিকতাৰে আদৰি আনি বহোৱালেহি। ইমান দুৰৰ পৰা ভাগৰি জুগৰি অহা অতিথি সকলৰ বাবে খোৱা-বোৱাৰ দিহা কৰাত লাগিল। সুগন্ধীয়ে চাহ জলপান যোগাৰ কৰাত লাগিল। ফুলবৰে পকা জাহাজী কল কেইআষিমান, পকা বিলাতী অমিতা আনাৰস আৰু আঁকি কুঁহিয়াৰ এমুঠা কাটি আনি সকলোৰে মাজত দিলেহি। তাকে দেখি দদায়েক কমলে ধেমালিৰ সুৰত ক'লে— বাপু ফুল, তুমি কি আমাক হাতী বুলি ভাবিছা নেকি ? ইমানবোৰ খোৱা বস্তু দমাই দিলাহি। আমি কেইজনে কিজানি এসপ্তাহ খাইও শেষ কৰিব নোৱাৰিম। সকলোৰে ভোক লাগি আহিছিল। যাৰ যি ইচ্ছা প্ৰত্যেকে নিজে নিজৰ মতে বস্তু দাঙি আনি খাবলৈ লাগি গ'ল। সেইখিনি খাই শেষ নৌ কৰোতেই সুগন্ধীয়ে প্ৰত্যেক জনৰ আগে আগে চাহ আৰু জলপান এবাটি দিলেহি। মহেন্দ্ৰ নামৰ ধেমেলীয়া লোকজনে চিঞৰি উঠিল— আই সুগন্ধী, মই ভাৰবৈ লৈ ফুৰা এইটো পেটহে দেই। বেলুন নহয়। চাহ পানী বাটি ৰাখি জলপান বাটি লৈ যোৱা। সুগন্ধীয়ে হাঁহি মাৰি ক'লে — পাৰিব খাওঁক বেলুন ফুটিব পৰাকে সৰহকৈ দিয়া নাই নহয়।

সকলোৰে ফলমূল খোৱা বাদ দি, চাহ জলপান খোৱাত লাগিল। হাঁহি ফুৰ্ত্তি কৰি চাহ জলপান খাই শেষ হ'ল। তাৰপিছত তেখেত সকলে নিজৰ গাঠি খুলি

কেইজনমানে তামোল খালে বাকী কেইজনমানে চুৰত পকালে। ফুলবৰে দদায়েক কমলৰ কাষত বহি লৈ তেখেতৰ মুখে জানিবলৈ বিচাৰিলে যে আজি হঠাৎ একেলগে কুৰিজনকৈ মানুহ ইমান দূৰ কষ্ট কৰি আহি তেওঁৰ ঘৰত উপস্থিত হোৱাৰ কাৰণ কি? তেতিয়া কমলে দেউতাক আওঁহতীয়াই বিশজনকৈ শকত-আৱত পালোৱান মানুহ বনবাসী নাতিয়েক ফুলবৰৰ ওচৰলৈ কিয় পঠাইছে সকলো বিৱৰি ক'লে। নাতিয়েক ফুলবৰৰ আগতিয়াকৈ কোনো মতামত নোলোৱাকৈ ককাক আওঁহতীয়াই তেখেতৰ নিজ ইচ্ছামতেই তেওঁলোক তিনিজনক বনবাসৰ পৰা উদ্ধাৰৰ অৰ্থে বিশজনকৈ মানুহ পঠাই দিয়াত জেদী ফুলবৰৰ সন্মানত আঘাট লাগিল। তেওঁ কিছুপৰ চিন্তা কৰিলৈ দদায়েকৰ মুখলৈ চাই ক'লে— বৰদদাইদেউ, মই জানো ককাদেউতাই বহুত ভাবি চিন্তিহে মোৰ মঙ্গল কামনা কৰি বনবাসৰ পৰা মোক উদ্ধাৰ কৰি নিবলৈ আপোনালোকক পঠাই দিছে। আকৌ মোৰ ইচ্ছাক প্ৰাধান্য দিকৈ পঠাইছে যে মোৰ ইচ্ছামতেই ঘিলামৰা নতুবা মোৰ পুৰণা ভেটীলৈ যি কোনো এঠাইলৈ যাব পাৰো। মোৰ ইচ্ছা মতেই মোক ভাৱে ভেটীয়ে ডাঙিনি আপোনালোকে থিতাপি লগাই থবলৈ ককাদেউতাই নিৰ্দেশ দি পঠাইছে। মাত্ৰ এই বনবাস এৰিব লাগে। কিন্তু দদাইদেউ, ঘিলামৰালৈ আমি এঘৰ মানুহ উঠি যোৱা মানে আপোনালোকক আমনি দিবলৈ যোৱাৰ বাদে আৰু একো নহ'ব। আজি ছয় সাত বছৰ আমাৰ চাৰিটাকৈ ল'ৰা-ছোৱালী আপোনালোকৰ ঘৰত ৰাখি আমনি দিছোৱেই। তাতে আকৌ আমি তিনিটাকৈ মানুহ ভাৰে ভেটীয়ে সোমাই দিবগৈ লাগিলে আপোনালোকৰ সুখে শান্তিয়ে বসবাস কৰা পৰিয়ালটোত অশান্তিৰ বীজহে সিচিবলৈ যোৱা হ'ব। গতিকে ককাদেউতাক মোৰ প্ৰাৰ্থনা সহ জনাবগৈ যে মই ঘিলামৰালৈ কোনো পধ্যেই আপোনালোকৰ গলগ্ৰহহে ওলমিবলৈ যাব নোৱাৰিম। অন্যহাতে মোৰ পুৰণা ভেটীলৈ ঘূৰি নাযাওঁ সেইটো খাটাং। পুৰণা ভেটীলৈ ঘূৰি যোৱা মানে মই বা ককাইদেই যিকোনো এটাৰ মৃত্যু মাতি অনা হ'ব। বিশ্বাসঘাটক, নিজৰ ভায়েকৰ পৰিয়ালটোৰ অহিত চিন্তা কৰা ককাই-বৌৰ মুখ চাই মই সেইখন গাঁৱত থাকিব নোৱাৰো। কেতিয়াও নোৱাৰো। ডাঙৰ মা ৰংমলাৰ বিয়া দিয়া কথালৈ যি লটিঘটি হৈছিল মই দেখোন আপোনালোকক সকলো জনাই আহিছো। মোৰ নিজ সহোদৰ ককায়ে মোৰ নাক কাণ কাটি ৰং চালে। মোৰ ছোৱালীজনীক গোকাট মিছা কথা কৈ বাপেকৰ বিৰুদ্ধে জীয়েকক বিদ্ৰোহী কৰাই শেষত টুকুনা এটাৰ লগত পলুৱাই পঠাই তাইৰ জীৱনটো ধ্বংস কৰালে। সেই ককাই বৌৰ মুখচাই মই কেনেকৈ সেই গাঁৱত বাস কৰিম দদাইদেউ। মানুহ নামৰ সেই হিংস্ৰ প্ৰাণী বিধৰ লগত বাস কৰাতকৈ ইয়াত বনৰীয়া জীৱ-জন্তুৰ লগত বাস কৰিয়েই শান্তি পাইছো। মই এই সুদীৰ্ঘ চৈধ্যবছৰৰ অভিজ্ঞতাৰ পৰা বুজিব পাৰিছো যে দুঠেঙীয়া প্ৰণীবিধ যিমান অবিশ্বাসী, নিষ্ঠুৰ, অবিবেচক, স্বাৰ্থপৰ তাৰ তুলনাত বনৰ চাৰিঠেঙীয়া প্ৰাণীবিধ বহুগুণেই ভাল। মোৰ সঙ্গী সকলে মোক যিঅন্যায় অনীতি কাম

কৰি ঠগি থৈ গ'ল, আজি চৈধ্যবছৰে বনৰীয়া জীৱ-জন্তু বিলাকে এবোৰেই কৰা নাই। বৰঞ্চ সিহঁতৰ লগত একেলগে বসবাস কৰিবলৈ অনুপ্ৰেৰণাহে যোগাই আহিছে। পুৱাৰ পৰা ৰাতিলৈকে নানা ধৰণৰ চৰাইৰ কলকলনি, সিহঁতৰ মধুৰ সুৰৰ ধ্বনিয়ে নানা দুচিন্তাৰ পৰা আঁতৰাই ৰাখিছে। আমাৰ পথাৰৰ চাৰিসীমাত চৰিফুৰা নানা ধৰণৰ পছু, গাহৰি বান্দৰবিলাকে আমাক প্ৰতি মুহূৰ্ততে সোঁৱৰাই আহিছে যে তোমালোক অকলশৰীয়া নহয়, আমি তোমালোকৰ লগত আছো। পোন্ধৰ বিশ দিনৰ মূৰে মূৰে অহা বনৰীয়া হাতীৰ পালটোৱেও আজিকালি আমাক একো আমনি নিদিয়ে। কল, কুঁহিয়াৰ দুডালমান খাই দুই এৰাতি আমাৰ লগত থাকি পুনৰ যাইগে। যাওঁতে যেন সিহঁতে আমাক সিহঁতৰ অবুজ ভাষাত কৈ যায় — তোমালোকে ভয় নকৰিবা, তোমালোকৰ খা-খবৰ লবলৈ আমি আকৌ আহিম। গতিকে এনে মৰমীয়াল বিশ্বাসী জীৱ-জন্তু, পশু-পক্ষীক এৰি মই কলৈকো নাযাওঁ দদাইদেউ।

সেই সময়ত বনৰীয়া জীৱ-জন্তুকলৈ আবেগিক হৈ পৰা ফুলবৰৰ লগত কথা কটা কটি কৰিবলৈ দদায়েক কমলে ইচ্ছা নকৰিলে। ফুলবৰৰ কথা শুনি বহি থাকিবলৈ কমলৰ লগত অহা বাকী ৰাইজ সকলৰ ধৈৰ্য নাছিল। গতিকে তেওঁলোক কেতিয়াবাই সুগন্ধীক লগত লৈ গেৰমেৰ নদীৰ পাৰে পাৰে ফুৰিবলৈ ওলাই গ'ল। পেচনে ভিতৰত সকলোৰে বাবে ভাত বাঢ়ি বাহিৰলৈ ওলাই আহি দেখে যে তেওঁৰ স্বামী আৰু দাদা শহুৰেকে কথা পাতি আছে। বাকী সকল নাই। ভাত খাবলৈ সকলোকে মাতি আনিবলৈ গিৰিয়েকক ক'লে। ইতিমধ্যে ফুৰি চাকি তেওঁলোক ঘূৰি আহিছিলেই। গতিকে ফুলবৰে বেছি কষ্ট কৰিব লগা নহ'ল। সকলোৱে অতি তৃপ্তিৰে ভাত পানী খাই পুনৰ বাহিৰত বহিলহি। তেতিয়া বেলি ডুবিবলৈ দুই ঘন্টামান বাকী আছে। গতিকে এইকন সময় ফুলবৰৰ পথাৰ খনকে এপাক চাই আঁহো বুলি পেচনৰ বাদে সকলো ওলাই গ'ল। কৰ্মী ফুলবৰে কৰি থোৱা নানাবিধ শস্যৰ মাজে মাজে আগুৱাই গৈ থাকিল। এটা মানুহেই ইমানবোৰ খেতি কৰা দেখি সকলোৱে বিস্ময় মানিলে। ডেৰ পুৰামান মাটি জুৰি মোক খা মোক খা কৰি থকা কুঁহিয়াৰ বাৰীখন দেখি আটায়ে আই ঐ বিঐ কৰিবলৈ ধৰিলে। এবিঘামান মাটিত শাৰী শাৰীকৈ ৰুই থোৱা আনাৰস গছ বিলাকত পকি মৰহি যোৱা আনাৰসৰ গোন্ধত ওচৰলৈ যাবই নোৱাৰি। খাওঁতা নাই। বনৰীয়া জীৱ-জন্তু, চৰাই-চিৰিকটিয়ে খাইও শেষ কৰিব পৰা নাই। আহিনীয়া কচু, টেকেলী কচু, কলা কচু, খাছীয়া কচু আৰু যে কত ধৰণৰ কচু খেতি কৰি থৈছে সীমা সংখ্যা নাই। পিছে খাই কোনে এইবিলাক? বনৰীয়া গাহৰিজাকে খাই ভাগৰি পৰিছে। ধাননি পথাৰ খনলৈ চাই সকলো মোহিত হ'ল. এনেকুৱা ধানখেতি কোনো এজনেও জীৱনত দেখি পোৱা নাই। পথাৰখনৰ ইমূৰৰ পৰা চকুৰে মনিব নোৱাৰা মূৰলৈকে ৰুই থোৱা মনোহৰ, বগী মনোহৰ, জাহাজী চেনিচম্পা, জাতিকল, মালভোগ, কাচকল আৰু যে কত ধৰণৰ কল লাগি থোকতে

পকি মৰহি গৈছে বান্দৰ, কেৰ্কেটুৱা, চৰাই আদিয়ে খাইও ঢুকোৱাব পৰা নাই। আৰু কত জাতৰ ফলৰ খেতি লগাই থৈছে গণনা কৰি শেষ কৰিবই নোৱাৰি। এনে এখন খেতি পথাৰ এৰি কোনসতেনো বাৰু মানুহটোৱে অইন ঠাইলৈ গুছি যাব পাৰিব? খেতি পথাৰ চাই চাই ঘূৰি ফুৰোতে প্ৰতিজনে মাত্ৰ এইষাৰ কথাকে আলোচনা কৰিছে। চাৰিওফালে মানুহটোৱে টকাৰ খেতিকে কৰি বাদুলী ওলমাদি কেওফালে টকাকে ওলমাই ৰাখিছে। কিন্তু কি হ'ব? মূল্য দিওঁতা নাই। যাতায়তৰ সুবিধা নাই। হাবি জংঘল ভাঙি, বনৰীয়া হিংস্ৰ প্ৰাণীৰ মাজেৰে এদিনৰ বাট আহি কোনে মূল্য দি কিনিবহি? ফুলবৰ এটা মানুহে মাইকী মানুহ দুজনীক এই অটব্য অৰণ্যত এৰি এইবোৰ নি বেচিবগৈ বা কেনেকৈ? এখন কান্ধত নিবই বা কিমান? অসুবিধা ঠাইত উৎপাদন কৰা সোণৰো মূল্য নাই। এইবোৰকে আলোচনা কৰি আহি সকলোটি সন্ধ্যা পৰত ঘৰ সোমালেহি।

ৰাতি সাজ ভাত খোৱাৰ পিছত কমলে আবেলিৰ কথাবোৰৰ আঁতধৰি ফুলবৰক ওচৰতে বহুৱাই লৈ ক'লে— চোৱা বাপু ফুল, আমি তোমাৰ মনত আঘাট দি বা সন্ত্ৰাসবাদী ৰূপত তোমালোক তিনিজনক বলেৰে ধৰি বান্ধি নিবলৈ অহা নাই। তুমি আমাৰ লগত যাবলৈ ইচ্ছা নকৰিলে কালিলৈ পুৱাই আমি খালী হাত জোকাৰি জোকাৰিয়েই যামগৈ। কিন্তু আমি যোৱাৰ আগতে তুমি কেৱল তোমাৰ নিজ স্বাৰ্থৰ কথা বা তোমাৰ জেদ পূৰণৰ কথা চিন্তা নকৰি তোমাৰ ল'ৰা-ছোৱালী কেইটাৰ ভৱিষ্যতৰ কথা এবাৰ চিন্তা কৰি চোৱা। ছোৱালী চাৰিজনীৰ কথা বাৰু বাদদিলো। সিহঁত কেইজনী উৰণীয়া চৰাই। নিজৰ দুই পাখীৰ জোৰত উৰিব পৰা হ'লেই, মাক বাপেক দুয়োকো এৰি দূৰলৈ গুছি যাবগৈ। তাৰপিছত সিহঁতে সিহঁতৰ সৰু সংসাৰ গঢ়াত মনোযোগ দিব। তোমালোক বাপেক মাকহালৰ ফালে ওভতি চাবলৈ সময়কে উলিয়াব নোৱাৰিব। তোমাৰ ল'ৰা মাত্ৰ এটি। সেইটিকো তুমি পঢ়াই শুনাই শিক্ষিত কৰি তুলিবলৈ যত্ন লৈছা। তোমাৰ ল'ৰাই উচ্চ শিক্ষাৰে শিক্ষিত হৈ উঠাৰ পিছত এই অটব্য অৰণ্যৰ মাজত মৰিবলৈ আহিবনে? তোমাৰ দৰে লগৰ বন্ধু বৰ্গক এৰি বনৰীয়া জীৱ-জন্তুৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ আহিব বুলি ভাবানে? সি নিশ্চয় সৰ্ব সাধাৰণ ল'ৰাই কৰাৰ দৰেই শিক্ষা গ্ৰহণৰ কাম শেষ কৰি কম পৰিশ্ৰমৰ সুখী জীৱন যাপন কৰিবলৈ ইচ্ছা কৰিব। তাৰ বাবে সৰুৱেই হওক বা ডাঙৰেই হওক চাকৰি এটা যোগাৰ কৰি লব। তাৰ হাতলৈ যেতিয়া দুপইচামান আহিব তেতিয়া গাহস্থ্য জীৱন উপভোগ কৰিবলৈ বিচাৰিব। তাৰ পচন্দ মতে এজনী বিয়া কৰাই লব। তুমিয়েই কোৱাচোন বাৰু বাপু, আজিৰ যুগত কোনজনী সীতাই ৰামৰ পিছে পিছে বনবাস খাটিবলৈ আহিব? তোমাৰ লৰাই বা চাকৰি কৰিও তোমাৰ অটব্য হাবিৰ মাজৰ ৰাজ্যখন চলাবলৈ কত সময় উলিয়াব পাৰিব? এইবোৰ দকৈ চিন্তা কৰি চোৱা। আমি দেখি আহিলো, তুমি যিমান পৰিশ্ৰম কৰি অনেক ফচল আৰু অনেক শস্য উৎপাদন কৰিছা, তাৰ জানো এক চতুৰ্থাংশও মূল্য ভোগ কৰিবলৈ

পাইচা ? এই ঠাইত তোমাৰ শ্ৰমৰ কোনো মূল্য নাই। মূল্য দিওঁতাও কোনো নাই। এটা সময়ত এইখনযে এখন অটব্য অৰণ্য গুছি জন অৰণ্যলৈ পৰিবৰ্তন হ'ব, সেইটোও ঠিক। কিন্তু সেই সময়টো আহিবলৈ আৰু বহু বছৰ বাট চাব লাগিব। আজিৰ ল'ৰা-ছোৱালীৰ গাত তোমাৰ দৰে ধৈৰ্য, কষ্টসহিষ্ণু, দুৰদৰ্শী গুণ কেৰা আছে জানো ? সকলোৱে আঠুৰ মুৰতহে সোণ বিচাৰে। তোমাৰ ল'ৰা যে তাৰ ব্যতিক্ৰম হ'ব, ভাবিব পাৰানে ? গতিকে বাপু ফুল, মই জনাখিনি কলো। তুমি গোটেই ৰাতিটো এবাৰ দকৈ চিন্তা কৰি চোৱা। পিচত পন্তোৱাতকৈ সময় পাওঁতেই এটা শুদ্ধ উত্তৰ উলিয়াই পুৱালৈ মোক জানিবলৈ দিবা।

কথাখিনি কৈ শেষ কৰি কমলে পেচন আৰু সুগন্ধীয়ে লাগি মেলি সকলোৱে বাবে ঢেলাই কৰি পাৰি দিয়া বিচনা খনত আগৰে পৰা পৰি থকা উনৈশজনৰ লগত নিজকো যোগ দি কুৰিজনহে দীঘল দিলেগৈ। ফুলবৰে বহা ঠাইতে মৌন হৈ বহি বৰ্তমান আৰু ভৱিষ্যতৰ অঙ্ক এটাৰ শুদ্ধ উত্তৰ উলিয়াবৰ বাবে যোগ, বিয়োগ, পূৰণ, হৰণ চাৰিওবিধ নিয়ম খটাই প্ৰকৃত সংখ্যাটো বিচাৰি ঘন্টাৰ পাছত ঘন্টা পাৰ কৰি দিলে। কেতিয়ানো উঠিগৈ শুলেগৈ কোনেও নাজানিলে। পিচদিনা ৰাতিপুৱাই সকলোকে চাহ জলপান খোৱাই লৈ সকলোকে একে ঠাইতে বহিবলৈ দিলে। তাৰ পিছত তামোল পানৰ শৰাই এখন আনি দদায়েক কমলৰ সন্মুখত থৈ নিজে আঠুলৈ কবলৈ ধৰিলে—দদাইদেউ কালি আপুনি মোক যিমানখিনি কথা ক'লে সেই গোটেইখিনি কথা মই গোটেই ৰাতিটো পুনঃ পুনঃ স্মৰণ কৰি চাই বুজিব পাৰিলো যে আপুনি কোৱা সকলো কথাই সত্য। মই আজি মোৰ দেহা মাটি কৰি তেজক পানী কৰি গঢ়ি তোলা এই মাটি-বাৰী, সা-সম্পত্তি বোৰক মই যিমান উচ্চ স্থান দি সাৱটি আছো, এইবোৰকে মোৰ পুত্ৰই কালিলৈ তুচ্ছ জ্ঞান কৰি দলিয়াই পেলাব। আজি যিবোৰ বনৰীয়া জীৱ-জন্তু, পশু-পক্ষীক মোৰ প্ৰাণৰ বন্ধু বুলি মই আৰ্জন কৰা ফলমূল খাবলৈ এৰি দিছো, সেই বন্ধুবোৰকে মোৰ পুত্ৰই মোৰ চকুৰ আগতে শত্ৰুজ্ঞান কৰি গুলিয়াই মাৰিব। তেতিয়া মই তাক একো বাধা দিব নোৱাৰি, নিৰবে মৃত্যু সম অনুতাপত ভোগী মৰিব লাগিব। গতিকে মোৰ আৰু ইয়াত কাম নাই। এই মাটি-বাৰী, এই খেতি পথাৰ, এই অৰন্যৰ বন্ধুবৰ্গৰ সকলো মায়া মোহ ত্যাগ কৰিলো। ককাদেউতাৰ মনোবাঞ্চাই পূৰ্ণ হওঁক। মই তেখেতৰ ওচৰলৈকে যোৱাতো সিদ্ধান্ত কৰিলো। তেখেতৰ কাষত থাকি খুজি মাগি এসাজ খাইও মই শান্তি পাম। আজি অতবছৰে মোৰ অন্তৰত সমগ্ৰ মানুহ জাতিৰ প্ৰতি বিতৃষ্ণা, ঘৃণা ভাবে আশ্ৰয় লৈছিল, কালিৰ পৰা আপোনালোকৰ মৰম চেনেহেৰে সেই সকলো কলুষ ভাব উটুৱাই লৈ গ'ল। আপোনালোকে মোৰ বাবেই ইমান কেইজন মানুহ অশেষ কষ্ট কৰি আহি, আমাৰ অন্তৰত যি আনন্দৰ খোৰাক যোগালে আৰু অন্ধকাৰৰ পৰা উদ্ধাৰ কৰি পোহৰৰ ৰাজ্যলৈ নিবলৈ সাহসেৰে আগবাঢ়ি আহিল, তাৰবাবে আপোনালোক প্ৰতিজনলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছো। মই আজীৱন আপোনালোক

কেইজনৰ কথা স্মৰণ কৰিম। মই আপোনালোকৰ চৰণত শৰণে পশিছো।" ফুলবৰে আৰু কথা কব নোৱাৰিলে। শুকে খুন্দা মাৰি ধৰিলে। সেৱা কৰি থাকোতে উচুপি উঠিল।

কমলে পৰিস্থিতিটো পাতলাবৰ কাৰণে ডাঙৰকৈ হাঁহি এটা মাৰি ক'লে "হ'ব বাপু ফুল, তই আৰু আমাক একো জনাব নালাগে। আমি তোৰ অন্তৰত সৃষ্টি হোৱা ধুমুহাৰ কথা সকলো গম পাইছো। এতিয়া উঠ। গা-পা ধুই যাবলৈ সাজু হ'গে। ইমান সাহসী বীৰ পুৰুষে সামান্য পৰিস্থিতি এটা চম্ভালিবলৈ গৈ কান্দিলে ভাল নেদেখি। আজি চৈধ্য বছৰে পুত্ৰৰ দৰে লালন পালন কৰি অহা এই মাটিৰ মোহ তই বাধ্যত পৰি ত্যাগ কৰিবলৈ ওলাইছ যদিও তোৰ অন্তৰে বাধা দিছে। চিন্তা নকৰিবি, ভগৱানে কৰিলে আৰু তোৰ দেহা মূৰ ভালে থাকিলে এনে এখন আশ্ৰয় স্থল তই তাতো গঢ়ি লব পাৰিবি। কিয়নো স্থান বেলেগ হলেও ধৰিত্ৰী আই একে গৰাকীয়েই।" ইমানকে কৈ কমলে ই ফালে সিফালে চালে। সঙ্গী সকল বান্দৰ বহাদি তেওঁৰ চাৰিওফালে বহি আছে। এইবাৰ সঙ্গীসকললৈ চাই ক'লে, "বন্ধু সকল, আমি কথা পাতি বহি থাকোতেই সিফালে চাঁগে বোৱাৰী আৰু নাতিনীয়ে আমাৰ বাবে ৰন্ধা বঢ়া কাম শেষ কৰি আমাৰ মেল ভঙালৈ বাট চাই আছে। গতিকে আজিলৈ ইমানতে মেলৰ কাম শেষ কৰা হ'ল। আপোনালোক সকলোৱে গৈ গেৰমেৰ নদীৰ নিৰ্মল পানীত গা মূৰ ধুই আজৰিহে আহকগৈ।

সভাপতিৰ "সভাভঙ্গ" এই শব্দটোলৈ অপেক্ষা কৰি বৈ থকা সভাসদ সকলে শব্দ দুটা শুনাৰ লগে লগে উঠি পলাবলৈ যি দৰে উৎপাত লগাই সেইদৰেই কুৰিজনীয়া দলটিয়েও কমলে উচ্চাৰণ কৰি "মেলৰ কাম শেষ" বুলি কোৱা শব্দ কেইটা শুনিয়েই বহাৰ পৰা উঠি দিহা দিহি আঁতৰি গ'ল। ❖❖

# তেৰ

মিংমোংৰ পৰা গুছি আহি ঘিলামৰা আঁওহতীয়া ককাকৰ আশ্ৰয়ত বসবাস কৰাও ফুলবৰৰ পৰিয়ালটোৰ দুটা বছৰ পাৰহৈ গ'ল। ফুলবৰে ককাকৰ নিৰ্দেশক্ৰমে তেখেতৰ বাৰীতে সৰুকৈ এটা ঘৰ সাজি বেলেগে থাকিবলৈ লৈছে। গাঁৱৰে অৱস্থাপন্ন দুই এঘৰ মানুহৰ পথাৰতে মৰকীয়া হালবাই ফুলবৰে নিজৰ পৰিয়ালটি পোহপাল দি আছে। আজৰি পৰত ঘৰৰ পৰা তিনিমাইলমান দূৰত কুমতীয়া আৰু জীয়াঢল নদীয়ে খাই এৰিথৈ যোৱা মাটি এটুকুৰাত হাবি কাটি মুকলি কৰিবলৈ যায়। কথিত আছে যে ১৯৫০ চনৰ আগতেই কোনোবা পেহী এজনীৰ পুতেকে সেই ঠাই টুকুৰাত মাটি মোকলাই খেতি বাতি কৰি স্থায়ী ভাৱে বসবাস কৰি আছিল। ১৯৫০ চনৰ বৰ ভূমিকম্পত পেহীৰ পুতেকৰ মাটি ভেটী সমস্ত জলাহত পৰিণত হোৱাত মানুহজন তাৰ পৰা কেনিবা পলাল। নতুবা বৰ ভূমিকম্পই ডাঙৰ ফাট মেলি পেহীৰ পুতেকৰ ঘৰে মানুহে সেই ফাটত সোমোৱাই পুতি পেলালে। সবিশেষ কোনেও একো নাজানে। পেহীৰ পুতেকক কিন্তু আজিলৈকে কোনেও কতো লগ পোৱা নাই। মাত্ৰ সেই ঠাই টুকুৰা নামটোহে "পেহীৰ পুতেকৰ আটী" বুলি জনাজাত হৈ ৰ'ল। সেই ঠাই টুকুৰা এতিয়া নল, খাগৰী, ইকৰা, তৰা, ভেৰ আদিৰ গছেৰে এখন সৰু অৰন্যলৈ ৰূপ ললে। সেই অৰন্যখনৰ মাজলৈ মানুহ অকলশৰে যাবলৈ ভয় কৰা হ'ল। অৰন্যখনৰ মাটিকালি কমেও চাৰিশ পুৰামান হ'ব। ইমান এটা বহল অঞ্চল এটা পেহীৰ পুতেকেই অধিকাৰ কৰি আছিল বুলি কবলৈ ভয় খালেও না বুলি কবলৈও কোনো যুক্তি নাই। সেই সময়ৰ সকলো মানুহেই সেইটো অঞ্চল পেহীৰ পুতেকৰ অঞ্চল বুলিয়েই জানে। সেই হাবিলৈ কৰবাৰ পৰা বনৰীয়া বাঘ, ভালুক, পহু, মহ, গাহৰী আদি আহি স্থায়ীভাৱে বসবাস কৰি লৈছেহি। বান্দৰ ভাইহঁতৰ কথা নকলোৱেই বা। আন জন্তুত কৈ বান্দৰৰ উৎপাতটোহে বেছি। দুই তিনিটা মানুহক আগছি ধৰিবলৈও সিহঁত মথাই পৰোৱাই নকৰে।

আজি দুই এবছৰৰ পৰা নগাওঁ জিলাৰ পৰা কিছুমান ভগনীয়া আহি সেই হাবি টুকুৰাত মাটি মোকলাই ঘৰ দোৱাৰ বনাই বসবাস কৰিবলৈ ধৰিছে। তাকে দেখি ওচৰ পাজৰৰ দুই এঘৰ মানুহেও হাবি মোকলাই খেতিবাতি কৰিবলৈ লৈছে। আমাৰ ফুলবৰেও আজৰি পৰত গৈ নিজা বৰীয়াকৈ চিত এটা দখল কৰিবৰ বাবে দুই এঘাপ মাৰিছে গৈ। কুমতীয়া আৰু জীয়াঢল নদীয়ে সেই অঞ্চলটো খাই বৈ এৰিলে যদিও বাৰিষা ছমাহ

এৰাকুমতীয়াই সেই অঞ্চলত তাণ্ডৱলীলা সৃষ্টি কৰিবলৈ এৰা নাই। গতিকে শালিধানৰ খেতি কৰিব নোৱাৰি। সেয়েহে মানুহ বিলাকে এৰাধৰাকৈ দুই এবছৰৰ মূৰে মূৰে বাওধানৰ খেতি কৰি মাটিৰ দখলি স্বত্বটো ৰাখি আছে। কিন্তু ফুলবৰে সেইটো কৰা নাই। তেওঁ য'ত লাগে একেবাৰে লাগিয়েই যায়। এলাহ আৰু জিৰণিক নেওচি দুই এমাহৰ ভিতৰতে কেইবা পুৰাও মাটি মুকলি কৰি পেলালে। তেওঁ মুকলি কৰা মাটি ভুখৰত এটা আৰিমন্ত ৰজা দিনীয়া পুখুৰী পালে। সেই পুখুৰীটোৰ এটা পাৰ প্ৰায় এবিঘামান মাটি ওখ। বাৰিষাৰ পানীটো সেই বিঘামাটি তল নাযায়। গতিকে তেওঁ সেই টুকুৰা মাটিতে ঘৰ দোৱাৰ বনাই ককাকৰ বাৰীৰ পৰা উঠি অহাৰ কথা চিন্তা কৰিলে। এদিন ককাক আৰু দদায়েকহঁতক তেওঁ মনৰ কথা খুলি ক'লে। সকলোৱে তেওঁৰ ইচ্ছাত বাধা প্ৰদান নকৰিলে। ককাকহঁতৰ অনুমতি পাই পিচ দিনাৰ পৰা এপদ এপদকৈ বস্তু গোটাই এমাহৰ মূৰত দুই কোঠলীয়া ঘৰ এটা সাজি উলিয়ালে। তাৰ এসপ্তাহৰ পিচত ভাল দিনবাৰ এটা চাই সেই ঘৰলৈ সপৰিয়ালে উঠি গৈ নিগাজিকৈ বাস কৰিবলৈ ললে।

আজিকালি অৱশ্যে এই ঠাইৰ নামটো দীঘলীয়া হোৱাৰ বাবে মাতিবলৈ সুবিধাৰ্থে চমুকৈ 'পেহীআটী' বুলিয়েই নামাকৰণ কৰি ললে। এদিন দুদিনকৈ এঘৰ দুঘৰকৈ মানুহ উঠি আহি বহোঁতে বহোঁতে পেহীআটীৰ ওখ চাপৰি টুকুৰাত এখন সৰু গাঁৱেই হৈ পৰিল। গোটেই পেহীআটীৰ অঞ্চলৰ এক তৃতীয়াংশ হাবি ভাঙি প্ৰায় মুকলি কৰা হ'ল। দ' হোলা অঞ্চলটোহে ভাঙিবলৈ বাকী আছেগৈ। সেই অঞ্চলটো এলাপেচা মানুহে ভাঙিবলৈ সাহসো কৰিব নোৱাৰে। সেই অংশ অতি গেজেপনি হাবি। সকলো বনৰীয়া জীৱ-জন্তু সেইখিনিতে থোপখাই আছেগৈ। তাৰ লগতে লগ লাগি আছে আগৰ কোনোবা পূৰ্ব পুৰুষে কুঁহিয়াৰ খেতি কৰি এৰি থৈ যোৱা এটা বিৰাট অঞ্চল। সেই অঞ্চলটোও এতিয়া অটব্য অৰণ্য। সেই অঞ্চলত কেইজনমান পহু চিকাৰীয়ে পহুৰ খোজ বিচাৰি হাবিৰ তলে তলে ঘূৰি ফুৰোতে এখন প্ৰকাণ্ড গুড় পাগকৰা থাল আৱিস্কাৰ কৰিছিল। সেই থালৰ পৰাই মানুহে অনুমান কৰি লৈছে যে ১৯৫০ চনৰ আগৰ কোনোবা এটা শতিকাত সেই অঞ্চলটো স্থায়ী বা অস্থায়ী হিচাবে কোনো লোকে কুঁহিয়াৰ খেতি কৰি গুড় উৎপাদনৰ বাবে ব্যৱহাৰ কৰা হৈছিল। সেই গুড় উৎপাদন কৰা থালখন আৱিস্কাৰ কৰাৰ পিচৰ পৰাই সেই ঠাইডোখৰৰ নাম ৰাখিলে 'গুড়থালী'। গুড়থালী আৰু পেহীআটী অঞ্চল দুটাৰ মাজেদি কুমতীয়া নদীখন বৈ গৈছিল। বৰ্তমান সেইখন এখন এৰা কুমতীয়া। সেই এৰা কুমতীয়া নদীতে বছৰৰ বাৰটা মাহতে ওচৰৰ গাওঁবাসী শ শ মানুহে বৌ, বৰালী, চিতল, আৰি, গাগল, শল, শাল, কান্দুলী, পাভ, কুহি, চেনি আদি অনেক মাছ ধৰি খাইছিল। এৰা কুমতীয়া পেহীআটী অঞ্চলত পৰা দ হোলা বিলাকতো অলপ কষ্ট কৰিয়েই ভাৰে ভাৰে শল, শাল, মাগুৰ, শিঙি, কাৱৈ আদি মাছ ধৰি নি আছিল। এই অঞ্চল বিলাকত বাস কৰা মানুহে মাছ নোহোৱাকৈয়ে যে মানুহে ভাত খায়, এই কথা

বুজি নাপাইছিল আৰু কোনোবাই মাছ বেচা-কিনা কৰা কথা ক'লে অকৰা লাগি কওঁতাজনৰ মুখলৈ চাই আছিল, কিন্তু বিশ্বাস কৰিবলৈ টান পাইছিল। তেওঁলোকৰ ভাব অন্য বস্তু বজাৰলৈ বেচিবলৈ নিয়াৰ দৰে এভাৰ বৌ মাছকে যেনিবা লৈ গলো, কিন্তু কোন অকৰাই মূল্য দি কিনিব? খলহা এখন ভাল বাট এটাত পাতি থৈ আহি, এঘন্টাৰ পিচতে যদি একুৰি ডেৰকুৰি কুহি-চেনী মাছ লাগি জপিয়াই মোক খা মোক খা কৰি থাকে, তেন্তে কোনটো ধুদৰ পচলাই টকা দি কিনি খাব?" নগৰে চহৰে ওলাই যোৱা কেইজনৰ বাদে বাকী গাওঁ বাসীয়ে মাছ কিনি খোৱাৰ কথা কল্পনা কৰিব পৰা নাছিল। পেহীআটাঁলে উঠি গৈ ফুলবৰে দহ পুৰামান মাটি চাৰিসীমা উলিয়াই মুকলি কৰিলে, কিন্তু মাজতে দুই পুৰামান মাটি অহা বছৰলৈ চাই সৰিয়হ ৰবৰ কাৰণে হাবি কৰিয়েই ৰাখিছে। নিজৰ হাল গৰু নাই। গতিকে বুদ্ধি খটাই খেতি নকৰিলে অন্য উপায় নাই। বাকী মুকলি কৰা মাটিখিনিত কুৰ, কটাৰী মাৰি খেতি কৰি কাৰো ওচৰত হাত নপতাকৈ নিজৰ উপাৰ্জনেৰে দুবেলা দুমুঠি পেটভৰাই খাব পাৰিছে। খেতি কৰা কামত পেচনো বহি থকা বিধৰ তিৰোতা নহয়। মতাৰ লগত সমানে কুৰ কটাৰী মাৰি তেওঁক সহায় কৰি দিয়াৰ ওপৰিও পেচনে আজৰি পৰত তাত সূতবৈ কাটি নিজৰ পৰিয়ালটিৰ বাবে কাপোৰ যোগান ধৰাৰ ওপৰিও দুই এখন বেচিও দুটকা উপাৰ্জন কৰি ভৱিষ্যতৰ বাবে সাঁচি ৰাখিব পৰা হৈছে। ফুলবৰেও দিনত কৰিবলৈ সময় উলিয়াব নোৱাৰাৰ বাবে ৰাতি এপৰলৈকে উজাগৰে থাকি ডলা, চালনি, পাচি, খৰাহী, বাঁচ আদি বৈ বান্ধি বজাৰত বা ঘৰতে বেচি দুই এপইচা ঘটি তেল নিমখৰ খৰচটো উলিয়াইছে। ফুলবৰ ঘৰুৱা কুটিৰ শিল্পৰ কামবোৰ সকলোৱে পছন্দ কৰে। গতিকে তেওঁ বনোৱা বস্তুবোৰ বজাৰলৈ নিবলৈ নাথাকেই। সকলো গ্ৰাহকে ঘৰৰ পৰাই লৈ যায়হি। গ্ৰাহকৰ চাহিদা অনুপাতে তেওঁ বস্তুহে যোগান ধৰিব পৰা নাই। আজি কালি তেওঁ কতো মৰকীয়া হাল বাবলৈ যাব নালাগে। এটকা দুটকাকৈ গোটাই খীৰতী গাই এজনীও যোৱা মাহত কিনি আনিলে।

অসমীয়া ৰাইজৰ অতি আদৰৰ ভোগালী বিহুৰ পিচ দিনাই ফুলবৰ হঁতৰ ঘৰত ভকত দুজন গানৰ সৈতে বৈষ্ণৱ ধৰ্মৰ গুৰু এজন আহি উপস্থিত হলহি। গুৰুজনাৰ নাম শ্ৰীশ্ৰী বাসুদেৱ মহন্ত। যোৰহাট জিলাৰ বলমা মধুপুৰ সত্ৰৰ তেখেত সত্ৰাধিকাৰ। ফুলবৰে সপৰিয়ালে ভকত কেইজনাৰ সৈতে গুৰুজনাক অতি আদৰ সাদৰ আৰু ভক্তি ভাবে সেৱা শুশ্ৰূষা কৰি এদিন দুদিনকৈ এসপ্তাহ ৰাখিলে। তেওঁলোকৰ সেৱা শুশ্ৰূষাত গুৰুজনা অতি সুখী আৰু আনন্দিত হ'ল। বিশেষকৈ সুখী হ'ল তেওঁৰ গাভৰু জীয়েক সুগন্ধীৰ ব্যৱহাৰত। ছোৱালীজনীৰ ভকত বৈষ্ণৱৰ প্ৰতি প্ৰদৰ্শন কৰা ভক্তিভাব দেখি অতি মোহিত হ'ল। তাৰ ওপৰি ছোৱালীজনীৰ ঘৰুৱা কামকাজ বিলাকো লক্ষ্য কৰি বুজিলে তাইৰ সকলো কামেই পৰিপাটি, শৃঙ্খলাবদ্ধ আৰু নিখুঁট। এনে এটি ছোৱালী সততকাই বিচাৰি উলিওৱা সহজ নহব বুলি চিন্তা কৰি এইটি ছোৱালীকে তেওঁৰ ডেকা মাজু পুত্ৰ

কেশবানন্দলৈ বিয়া কৰাই নিবৰ বাবে মনতে গুণা-গঠা কৰিলে। সেয়েহে সত্ৰলৈ প্ৰত্যাবৰ্ত্তন কৰাৰ আগদিনা গুৰুজনাই ফুলবৰ আৰু পেচনক ওচৰতে বহোৱাই লৈ গুৰু গম্ভীৰ ভাৱে কথা এফাকি বেকত কৰিলে, "তোমালোক পিতৃ-মাতৃ দুইজনৰে যদি কোনো আপত্তি নাথাকে, তেন্তে মোৰ মাজু পুত্ৰ কেশবানন্দলৈ তোমালোকৰ জী সুগন্ধীক বিয়া কৰাই নিব বিচাৰো।"

গুৰুজনাৰ মুখত ফুলবৰ আৰু পেচনে কোনো কালেই কল্পনা কৰিব নোৱাৰা এনে এটি প্ৰস্তাৱ শুনি তেওঁলোক দুয়োজন এজনে আনজনৰ মুখলৈ চাই বহুতপৰ বহা ঠাইতে বহি ৰ'ল। তেওঁলোক দুয়ো মাক-বাপেকে এয়া নিদ্ৰা দেৱীৰ কোলাত শুই শুই সপোনেহে দেখিছে নে সাৰেই আছে এবাৰ চিন্তা কৰি চাব লগা হ'ল। গুৰুজনাই এয়া তেওঁলোকক পৰীক্ষা লৈছে নেকি বাৰু? দেৱতা এজনলৈ মনুষ্য ছোৱালী এজনী বিচাৰিছে, ই কেনেকৈ সম্ভৱ?

বহুতপৰ অপেক্ষাৰ পিচতো মাক-বাপেক এজনৰো পৰা কোনো উত্তৰ নাপাই, মাত্ৰ ভেবা লাগি দুয়ো বহি থকা দেখি ভকত এজনে ক'লে, "তোমালোক দুয়ো দেখোন বাবাদেউৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি কেৱল তেখেতৰ মুখলৈকে চাই আছা? তোমালোকৰ ভাব কি নিৰ্ভয়ে ব্যক্ত কৰিব পাৰা। হয় না কিবা এটা কোৱা। তোমাৰ মোৰ দৰে তেখেতৰ অন্তৰত কুচ্চুৰ্ট কপট আদিৰে ভৰা নহয়। গতিকে তোমালোকে না বুলি কলেও তেখেতে তোমালোকক অপৰাধ নধৰে। আৰু হয় বুলি কলেও আনন্দত ভাগি নপৰে। জীৱক উদ্ধাৰ কৰাই তেখেতৰ ধৰ্ম। তোমাৰ ছোৱালীটিৰ ৰূপ গুণ, স্বভাৱ চৰিত্ৰ, নিখুঁট কাম-কাজ, ভকত বৈষ্ণৱৰ প্ৰতি থকা প্ৰেম ভক্তি ভাৱ দেখা পাইহে তেওঁক উদ্ধাৰ কৰি নি সত্ৰত স্থান দিবলৈ বিচাৰিছে। গতিকে ছোৱালীটিৰ জন্ম দাতা পিতৃ-মাতৃ হিচাবে গুৰুজনাই তোমালোকৰ মতামত বিচাৰিছে। নিৰ্ভয়ে ব্যক্ত কৰিব পাৰা।"

ভকতজনাৰ কথাত ফুলবৰে মনত কিছু সাহস বিচাৰি পালে। তেওঁ লাহেকৈ গুৰুজনাৰ চৰণ চুই সেৱা এটি কৰি ক'লে, "প্ৰভু ঈশ্বৰে যদি আমাক পৰীক্ষা কৰি চাবলৈ এই প্ৰস্তাৱ আগবঢ়োৱা নাই তেন্তে প্ৰভু ঈশ্বৰে নিৰ্ভয় দিলে এষাৰি আবেদন ব্যক্ত কৰিব খোজো।"

গুৰুজনাই হাঁহি এটা মাৰি ক'লে, "নিৰ্ভয়ে তুমি তোমাৰ মনৰ ভাৱ ব্যক্ত কৰিব পাৰা।"

এনে সময়তে সুগন্ধীয়ে গুৰুজনালৈ গৰম গাখীৰ এবাটি আৰু ভকত কেইজনলৈ চাহ এবাটি এবাটি আনি ভক্তিভাৱে সন্মুখত ৰাখি খাবলৈ মিনতি জনালে। গুৰুজনাই সুগন্ধীলৈ চাই ক'লে "মা সুগন্ধী তুমি ভিতৰলৈ যাব নালাগে। খন্তেক আমাৰ কাষতে বহা। আমি সকলোৱে মিলি তোমাৰ বিষয়ে আলোচনা এটা কৰি আছো। তুমিও শুনা।"

গুৰুজনাৰ আদেশ পালন কৰি তাই ঢৰা এখন বিচাৰি আনি গুৰুজনাৰ ওচৰতে

বহি ললে। তেতিয়া ফুলবৰে কবলৈ আৰম্ভ কৰিলে। প্ৰথমে জীয়েকলৈ চাই ক'লে, "আই সুগন্ধী, তোমাৰ ভাগ্য অতি মহান, তোমাক বোৱাৰী ৰূপে পাবলৈ প্ৰভু ঈশ্বৰে আশা কৰিছে। গতিকে তোমাৰ মত কি আমাক জনাব লাগে?"

বাপেকৰ কথা শুনি সুগন্ধীয়ে মনত কোনো খুকুজা নলগাকৈ ক'লে, "দেউতা, আমি হলো নাৰী জাতি। জন্মৰ পৰা মৰণলৈকে আমি পুৰুষৰ অধীনত জীৱন কটাব লাগে। জন্মৰ পৰা গাভৰু হোৱা লৈকে পিতৃ-মাতৃৰ অধীন, বোৱাৰী কালচোৱা স্বামীৰ আৰু বৃদ্ধা বয়সত পুত্ৰৰ অধীনহে চলিব লগাটোৱেই আমাৰ বাবে ধৰাবন্ধা নিয়ম বনাই থোৱা আছে। গতিকে মোৰ বেলেগ মতামতৰ প্ৰয়োজন আছে বুলি মই নাভাবো। বৰ্তমান মই আপোনালোকৰ অধীন। গতিকে আপোনালোক দুজনৰ ইচ্ছাই মোৰ ইচ্ছা। নিয়তিৰ লিখন নহয় খণ্ডন। মোৰ চাৰি আঙুল কপালত যি সাধি আহিছো, সেইটো কোনে নোহোৱা কৰিব পাৰিব।"

গুৰুজনাই সুগন্ধীৰ কথা সমৰ্থন জনাই ক'লে, "সঁচা মা, তুমি আমাৰ সমাজত চলি অহা সঁচা কথাবোৰকে কৈছা। আমি হলো পৰম পিতাৰ এটি এটি খেলৰ পুতলা। তেওঁ আমাক যি দৰে নচোৱাই, আমিও সেইদৰেই নাচিব লাগে। আমিও তেওঁৰ ইচ্ছাতে আহি এইখিনি পাইছোহি। তেওঁৰ ইচ্ছাতে আমি এইবোৰ বিয়া বাৰোৰ কথা পাতি আছো। তেওঁ কৰাও বুলিলে এই বিয়া হব আৰু নকৰাও বুলিলে আমাৰ সকলো কথা বতৰা অথলে যাব। তথাপি ফলাফললৈ আশা নকৰি আমি আমাৰ কৰ্ত্তব্য কৰি যাবই লাগিব। কি কোৱা ভকত সকল?"

তেতিয়া পেচনে মাত লগালে, "প্ৰভু ঈশ্বৰ, মই অজ্ঞানীয়ে কথা এষাৰ কব খোজো। দাই দোষ নধৰিব। আমাৰ সমাজত কথা এষাৰ প্ৰচলিত হৈ আহিছে যে 'সমানে সমানে কৰিবা কাজ, সাৰিলে জিকিলে নাই লাজ।' আমি হলো তেনেই টুকুনা মানুহ। কোনো ফালেই আমি আপোনালোকৰ সমকক্ষ নহওঁ। তেনেস্থলত কি সাহসতনো আমি আমাৰ মতামত প্ৰকাশ কৰো? স্থলে পৰ্বতে আমাৰ অৱস্থাৰ কথা জানি, দেখি, বুজিও যেতিয়া আপুনি এনে লোভনীয় প্ৰস্তাৱ আগবঢ়াইছে, তেনে এটি প্ৰস্তাৱ আমিনো কোন হতেৰে নাকচ কৰো? কিন্তু এটা কথা চিন্তা কৰিহে মোৰ মনৰ ভয়ভাৱ দূৰ কৰিব পৰা নাই। আমাৰ ছোৱালীজনী এতিয়াও তেনেই সৰু হৈ আছে। চকুৰে নেদেখা, কাণেৰে নুশুনা, যাওঁ বুলিলেও যাব নোৱাৰা এখন দূৰ ঠাইলৈ নতুন এখন সমাজত বাস কৰিবলৈ অকলশৰে কেনেকৈ পঠাম বাৰু? অন্য আপত্তি মোৰ ফালৰ পৰা নাই।"

পেচনৰ কথা শেষ হলত ফুলবৰে ঘৈণীয়েকৰ সুৰতে সুৰ মিলাই ক'লে, "মোৰ মনত যিবোৰ চিন্তা উদয় হৈছিল, ইতিমধ্যে মাকে সেই সকলোবোৰ কথা বেকত কৰিলেই। আমাৰ ছটি ল'ৰা-ছোৱালীৰ ভিতৰত এইজনী ছোৱালীয়েই আমাৰ দুয়োৰে অতি আদৰৰ

আৰু অতি হেপাহৰ। এইৰ ওপৰতেই আমাৰ দুয়োৰে আশা ভাৰষা সকলো নিৰ্ভৰ কৰি আহিছো। আমাৰ পুত্ৰ এটি আছে যদিও এইতকৈ আমি তাক উচ্চ স্থান দিয়া নাই। আমাৰ ভৱিষ্যতৰ আশা মাত্ৰ সুগন্ধীৰ ওপৰতেই। গতিকে কোন হতেৰেনো বাৰু এইক আমাৰ চকুৰ আগৰ পৰা আঁতৰ কৰি দূৰলৈ পঠাওঁ? অন্যহাতে এইৰ প্ৰতি আমাৰ দুয়োৰে যিমান মৰম, তাইৰ আকৌ ভায়েকটোৰ প্ৰতি তাতোকৈ অধিক মৰম। তাইৰ বাবে ভায়েকটো হ'ল তাইৰ আলাসৰ লাৰু। তাক এৰি থৈ তাই ইমান দূৰত সুখ শান্তিৰে দিনবোৰ কটাব পাৰিব যে, মই কল্পনা কৰিবলৈ টান পাইছো।"

পিতৃ-মাতৃ দুয়োজনৰ মনৰ ভাব বুজি পাই গুৰুজনাই গহীনাই মন্তব্য কৰিলে, "শুনা, তোমালোক দুয়ো শুনা আৰু মা সুগন্ধীয়েও শুনা। মোৰ মুখৰ পৰা যি বাক্য এবাৰ বেকত হয় তাক আৰু মই ঘূৰাব নোৱাৰো। অহা ফাগুণ মাহৰ পূৰ্ণিমা তিথিত তোমালোকৰ অতি আদৰৰ জী সুগন্ধীক, মোৰ মাজু পুত্ৰ কেশবানন্দলৈ বিয়া কৰাই নিয়াটোকে মই শেষ সিদ্ধান্ত কৰিলো। লগতে আৰু এটা সিদ্ধান্ত ললো যে মোৰ ভাবি বোৱাৰীৰ আলাসৰ লাৰু তেওঁৰ ভায়েকটোকো সেই একে দিনাই গাড়ীত উঠাই আমাৰ সত্ৰলৈ লৈ যাম। যাতে ভায়েকটোক বোৱাৰীয়ে সদায় চকুৰ আগতেই দেখিবলৈ পায়। তাতে তাক স্কুলত নাম লগাই দিম। এতিয়া তোমালোক দুয়ো ৰাজিনে?"

ফুলবৰ আৰু পেচনে এটাও শব্দ উচ্চাৰণ নকৰিলে। দুইজনৰে দুগালেদি দুধাৰি আনন্দৰ লোটক বাগৰি আহিল। সেই বৈ অহা লোটকক বাধা দিবলৈ তেওঁলোকে যত্ন নকৰিলে। দুই জনৰ চকুৰ পৰা বৈ অহা পানীয়ে গুৰুজনাৰ চৰণ যুগল ধুৱাই দিলে। ❖

# চৈধ্য

গুৰুজনাই কথা দি থৈ যোৱা মতেই ফাগুণ মাহৰ পূৰ্ণিমা তিথিৰ শ্ৰীশ্ৰী কৃষ্ণৰ দৌলযাত্ৰাৰ দিনা বৰ উলহ মালহেৰে সুগন্ধী আৰু কেশৱানন্দৰ মাজত শুভ বিবাহৰ কাম সুকলমেই সমাধা হৈ যায়। বায়েকৰ লগত যৌতুক হিচাবে ভায়েক পৰমানন্দ ও গৈ বলমা মধুপুৰ সত্ৰ পালেগৈ। ভাল দিনবাৰ চাই স্কুলত পৰমানন্দক নাম লগাই দিলে। প্ৰথম এটা বছৰ সেই স্কুলত পঢ়ি বছেৰেকীয়া পৰীক্ষাত গোটেই স্কুলখনৰ ভিতৰতেই সৰ্বোচ্চ নম্বৰ পাই প্ৰথম স্থান অধিকাৰ কৰি বিদ্যালয়খনৰ শিক্ষক-শিক্ষয়ত্ৰিৰ লগতে ওচৰ চুবুৰীয়া প্ৰিয় পাত্ৰ হৈ পৰিল। লগতে স্কুল কৰ্তৃপক্ষৰ ফালৰ পৰা প্ৰতি মাহে ৪০.০০ টকা হিচাবে কৃৰ্তি ছাত্ৰ বটা লাভ কৰিবলৈ সক্ষম হ'ল আৰু প্ৰতিমাহে প্ৰতিজন ছাত্ৰ-ছাত্ৰীয়ে দিবলগা পঢ়া ফিজ ১০.০০ টকাৰ পৰাও ৰেহাই পালে। সেই সময়ত প্ৰতিখন বিদ্যালয়তে পঢ়াৰ ফিজ প্ৰতি মাহে আদায় দিয়াৰ নিয়ম আছিল। একেবাহে দুটা মাহ ফিজ দিব নোৱাৰা ছাত্ৰ-ছাত্ৰীক স্কুলৰ পৰা নাম কাটি বিদায় দিয়া হৈছিল। যিটো সময়ত এখন ভাল নতুন ইংলেণ্ড বেলি চাইকেলৰ দাম আছিল মাত্ৰ ষাঠি পৰা সত্তৰ টকা। এযোৰ ভাল চাৰ্ট পেণ্টৰ দাম আছিল পাঁচ পৰা ছয় টকা।

সৰুৰে পৰা সাহিত্যৰ প্ৰতি ৰাপ থকা পৰমানন্দই সেই বিদ্যালয়ৰ পৰা প্ৰতিবছৰে প্ৰকাশ পোৱা আলোচনী "মালিনী" ত সি লিখা কেইবাটাও গল্প, প্ৰবন্ধ প্ৰকাশ হৈ ওলাইছিল। নিজৰ পঢ়া শুনা ঠিক মতে বজাই ৰাখিও অতি দক্ষতাৰে একেবাহে তিনিটা বছৰ ছাত্ৰ একত্ৰ সভাৰ সাধাৰণ সম্পাদক হিচাবে কাৰ্যভাৰ বহন কৰাৰ ওপৰিও এন,চি,চি বিভাগৰ কামাণ্ডাৰ পদটি দক্ষতাৰে পৰিচালনা কৰি সকলোৰে পৰা বাঃ বাঃ আৰু সন্মান লাভ কৰিছিল। সেই সময়ত সকলোৰে মুখত শুনিবলৈ পোৱা গৈছিল যে কেশৱানন্দৰ খুলশালিয়েক পৰমানন্দই একালত এজন নামজ্বলা মানুহ হবগৈ আৰু এই স্কুল খনৰ সুনাম আৰ্জন কৰিবলৈ সক্ষম হব।

কিন্তু কি হব ? "ভবা কথা নহয় সিদ্ধি, বাটত আছে কণাবিধি।" মানুহে ভবামতে পৰমানন্দ একেবাৰেই হব নোৱাৰিলে। মেট্ৰিক পৰীক্ষালৈ কেইমাহ মান থাকোতেই তাৰ এটি অঘটন ঘটিল। চাইকেল চলাই আহি পকা ৰাষ্টাতে তাৰ এটা ডাঙৰ এক্সিডেন্ট হয়। মূৰত ইমান বেছি আঘাট পালে যে মূৰ ফাটি তেজ ওলোৱাৰ ওপৰিও চকুৰে, মুখে, নাকে দিও তেজ বাহিৰ গৈ গৈছিল। প্ৰায় দুই /তিনি ঘন্টা সময় অজ্ঞানহৈ ৰাষ্টাতে পৰি

আছিল। ভিনিয়েকে খবৰ পাই খৰখেদাকৈ গৈ ডিব্ৰুগড় মেডিকেললৈ নি চিকিৎসা কৰোৱাই এসপ্তাহৰ মূৰত ল'ৰাটোক ঘৰলৈ আনিব পাৰিলে। কিন্তু তাৰ চকুযোৰ অকামিলা হৈ গ'ল। মগজুৰেও কাম নকৰা হ'ল। হাই পাৱাৰৰ চশ্‌মা পিন্ধি পঢ়া শুনা কৰিলেও মগজুত একো এটা নোসোমোৱা হ'ল। একেবাহে দহ ঘন্টা পঢ়িব পৰা ল'ৰাটোৱে এতিয়া এঘন্টাই পঢ়া টেবুলৰ কাষত বহি থাকিব নোৱাৰা হ'ল। ইফালে ফাইনেল পৰীক্ষাৰ দিন তেনেই চমু চাপি আহিল। নপঢ়িলেও নহয়। বায়েক সুগন্ধীয়ে তাৰ কাষতে বহিলে পঢ়িবৰ বাবে অনুপ্ৰেৰণা যোগাই থাকে।

ফাইনেল পৰীক্ষাৰ নিৰ্দিষ্ট দিনটো আহি পালেহি। পৰমানন্দই সেই অৱস্থাৰেই পৰীক্ষাৰ কেইদিন হলত বহিল। পৰীক্ষাটো সি এই বছৰ নিদিও বুলিয়েই বায়েকক জনাইছিল। সি কৈছিল যে বেয়া নাম এটা লোৱাতকৈ একো নাম নোলোৱাই ভাল। ভগৱানে যদি কৃপা কৰি তাৰ আগৰ মগজুটো ঘূৰাই দিয়ে, তেন্তে অহা বছৰলৈ পৰীক্ষাগৃহত বহিব। বায়েক মান্তি নহ'ল। বায়েকে তাক বুজালে, "তই হাজাৰ কলেও কোনেও তোৰ কথা মানি নলব যে তোৰ কিবা এটা হৈছে। খাব পাৰিছ, ফুৰিব পাৰিছ, মানুহৰ লগত কথা পাতিব পাৰিছ, স্বাস্থ্য পাতিব ফালৰ পৰা আৰু দেখা শুনা ফালৰ পৰা তোক কোনেও নকব যে তোৰ কিবা এটা হৈছে। মই বুজিছো তোৰ ভিনিয়েৰাকো মই বুজাব পাৰিম। কিন্তু সত্ৰৰ বাকী ৰাইজে জানো তোৰ কিবা অসুখ বুলি ক'লে মানি ল'ব ? তই নিজে এইখন তোৰ নিজৰ ঘৰ বুলি ভাবি আহিছ বা আছ যদিও আচলতে এইখন তোৰ নিজৰ ঘৰ নহয়। গতিকে তোৰ ইচ্ছা মতেই ইয়াত কাম নচলিব। এই সত্ৰৰ মালিক সকলৰ মতেই চলিব লাগিব। গতিকে পৰীক্ষাৰ ফলাফললৈ আশা নকৰি তই পৰীক্ষাটো দে।"

বায়েকৰ কথামতেই সি পৰীক্ষাটো দিলে। শ্ৰেণীত মুখতে অঙ্কৰ উত্তৰ কৰি উলিয়াব পৰা ল'ৰাটোৱে যেতিয়া পৰীক্ষা হলত বহি সাধাৰণ অঙ্ক এটাৰ শুদ্ধ উত্তৰটো উলিয়াবলৈ দুই তিনি পৃষ্ঠা কাগজত কৰিও বাৰে বাৰে কাটিব লগা হ'ল, তেতিয়াই সি বুজিলে যে তাৰ ৰিজাল্ট কি হব। পৰীক্ষা দি উঠিয়েই মনৰ বেজাৰত সি বায়েক ভিনিয়েক আৰু গুৰুজনাৰ অনুমতি লৈ ঘৰলৈ গুছি আহিল। ঘৰলৈ আহি সি দেউতাকৰ কাম বনত সহায় সহযোগ কৰি দিনবোৰ পাৰ কৰিবলৈ লাগি গল। এদিন দুদিনকৈ মাহবোৰ পাৰ হবলৈ ধৰিলে। পৰীক্ষা দিওঁতেই পাই গৈছে তাৰ ৰিজাল্টৰ খবৰ। কেইমাহ মানৰ পিচত দুই এজনৰ মুখত শুনিবলৈ পালে যে যোৱা সপ্তাহৰ কোনোবা এটা তাৰিখত মেট্ৰিকৰ ৰিজাল্ট দিলে। কথাটো শুনি তাৰ মনটো উগুল থুগুল লাগিল। সেই তাৰিখৰ ট্ৰিবিউন খন এতিয়া সি পাই ক'ত? কোনোবাই কিনি আনিছিল যদিও ইমান দিনে সেইখন বাতৰি কাকত হৈ থকা নাই। তামোলৰ টোপোলা, গুড়, চেনি খোৱা অলাগতিয়াল কাগজ হ'ল। পৰীক্ষাৰ ৰিজাল্ট বিচাৰি সি বায়েকৰ ঘৰলৈ যাবলৈ সাহস নহ'ল। এদিন মনৰ খদুৱনী ভাব দমাব নোৱাৰি লক্ষীমপুৰ নগৰৰ ফালে ওলাই গ'ল। বহুত এজেন্টৰ

ওচৰত বিচাৰিও সেই তাৰিখত ট্ৰিবিউনখন নাপালে। শেষত উপায় নাপাই সকলো আশা ভাৰসা বাদদি ঘৰলৈ ঘূৰিবৰ বাবে বাছ ষ্টেণ্ডত বলহি। নগৰলৈ যোৱা চিন স্বৰূপে ভনীয়েকহঁতলৈ মৰটন কেই টকা মান কিনি জেপত ভৰাই বাছত উঠিল। গধূলি ঘৰ আহি পাই ভনীয়েক দুজনীক মৰটনৰ টোপোলাটো দিলে। ভনীয়েকহঁতে তাক তাৰ ৰিজাল্টৰ কথা সুধাত সি সেই তাৰিখত বাতৰিখনেই বিচাৰি নোপোৱাৰ কথা জনালে। ভনীয়েক দুজনীয়ে মৰটন খিনি ভগাই লৈ মৰটন বান্ধি অনা কাগজখন মেলি চাই দেখে যে কাগজখন অসংখ্য সংখ্যাৰে ভৰি আছে। লগে লগে ককায়েকক মাতি আনি কাগজখন দেখুৱালে। কাগজখন চাই সি আচৰিত হ'ল। সি দেখোন আজি গোটেই দিনটো বিচাৰি ফুৰা কাগজখন এইখনেই। পিচে এই টুকুৰাত ৰোল যোৰহাটৰ নম্বৰ খিনি আছে বা নাই। সি খৰধৰকৈ কাগজ টুকুৰা লুতিয়াই বগৰাই চাই দেখিলে, আছে। তৃতীয় বিভাগত তাৰ নম্বৰটোও আছে। তাৰ নম্বৰটো পাই তাৰ মন দমি গ'ল। সি এতিয়া কেনেকৈ যোৰহাটৰ মানুহৰ আগত তাৰ মুখ উলিয়াবগৈ? অহা বছৰলৈ প্ৰাইভেটকৈ পৰীক্ষা দি সু-নাম অৰ্জন কৰাৰ আশা তাৰ শেষ হৈ গ'ল। স্কুল কৰ্তৃপক্ষ আৰু তাৰ শ্ৰদ্ধাৰ শিক্ষাগুৰু সকলৰ আগত কোনটো নাকেৰে দেখা কৰিবগৈ? সি মদখোৱা মানুহৰ দৰে ধলং পলংকৈ ভিতৰ সোমাই গৈ বিচনাত পৰি দিলেগৈ।

তাৰ এসপ্তাহৰ পিচত মাৰ্কচিট আৰু চাৰ্টিফিকেটখন আনিবলৈ গৈ ভিনিহিয়েকৰ ঘৰ পালেগৈ। ভয়ে ভয়ে সি ভিনিহিয়েকৰ ঘৰত সোমাল। বায়েক ভিনিহিয়েকে তাক শান্তনা বাণী শুনাই ক'লে, "তই মনত দুখ নকৰিবি। আমি তোৰ চাৰ্টিফিকেট আৰু মাৰ্কচিট কাহানিবাই আনি থৈছো। মেথ্ মেটিক্সত আৰু কেইটামান নম্বৰ ধৰিব পৰা হলে ছেকেণ্ড ডিভিজনটোৱেই ৰ'ল হেঁতেন। যিটো বিষয়ত তোৰ বেছি ৰাপ আছিল,সেই বিষয়তে কম নম্বৰ পালি। যেই কি নহওঁক তই সেইটো অৱস্থাৰে পৰীক্ষাটো দি যে পাচ নামটো ৰাখিলি সেয়ে বহুত বুলি ধৰিবি। ভাল নাম কৰিবলৈ এতিয়াও বহুত সুবিধা পাবি। ইমানতে মন পেলাই নিদিবি।"

এইদৰে বুজনি দি থাকোতেই সৰু ভিনিয়েক সদানন্দ আহি পৰমানন্দৰ সন্মুখত উপস্থিত হলহি। সৰু ভিনিয়েকক দেখি সি একো মাত দিব নোৱাৰি তলমূৰ কৰি বহি ৰ'ল। তাৰ সৰু ভিনিয়েক গুৱাহাটীৰ ডি, পি, আই চাকৰি কৰে। খুলালিয়েক পৰমানন্দৰ ৰিজাল্ট কিয় ইমান বেয়া হ'ল, তাৰ খা-খবৰ লম বুলিয়েই গুৱাহাটীৰ পৰা এসপ্তাহৰ ছুটীত ঘৰলৈ আহিছে। তাক আহি লগ নাপাই খঙত গোটেই মানুহটো জ্বলি আছিল। ভাগ্যে আজি সি গৈ ওলালগৈ। কিন্তু পৰমানন্দৰ বাবে সৰু ভিনিয়েকক লগ পোৱাটো আছিল তাৰ দুৰ্ভাগ্য। আহি পায়েই খঙত জ্বলি পকি থকা সৰু ভিনিয়েক সদানন্দই পৰমাক দেখিয়েই খঙৰ মাত্ৰা আৰু বৃদ্ধি পাই অগ্নিকুণ্ডহে পৰিল। আজি অত বছৰে যিটো ল'ৰাৰ গুণ চৰিত্ৰ বসানি তত্‌পোৱা নাছিল। আজি সেইটো লৰাই মেট্ৰিকত থাৰ্ড ডিভিজনত

পাচ কৰি সকলোৰে মুখত ছাঁই ঘঁহি দিলে। সদানন্দই পৰমাৰ মুখলৈ নোচোৱাকৈ গালি পাৰিবলৈ ধৰিলে। এটা সময়ত সৰু ভিনিহিয়েকৰ গালি শপনি শেষ হ'ল। কিন্তু তাৰ আগতেই পৰমানন্দ অন্তৰ্ধ্যান হ'ল। গালিৰ শেষত বুজনি দিবলৈ চাই দেখে, পৰমানন্দ বহি থকা চকীখন খালী। নাই মানে কতো নাই। ঘৰৰ সকলোৱে ৰাতি এপৰলৈকে ওচৰৰ সকলো ঘৰতে বিচাৰিও তাৰ ছাঁটোকে নেদেখিলে। তিনি চাৰিদিনৰ পিচতো যেতিয়া ল'ৰাটো নোলালগৈ। সকলোৱে ধৰি ললে যে সি ঘৰলৈ গ'লগৈ। বায়েকে মনতে দুখ কৰিলে যে ছয় মাহৰ মূৰত ল'ৰাটো আহি ওলাইছিলহি, বেচেৰাটোৱে চাহ এটুপাকে খাবলৈ নোপোৱাকৈ পুনৰ গুছি যাব লগা হ'ল।

পৰমানন্দই সৰু ভিনিয়েকৰ গালি খাই অলপো মনত আঘাট পোৱা নাছিল। বৰঞ্চ তেখেতৰ সেই গালিৰ ওপৰিও তেখেতৰ হাতৰ বা এচাৰিৰ দ্বাৰা কোব দুটা মান খোৱাৰহে সি যোগ্য আছিল। সৰু ভিনিয়েকে তাক বৰ মৰম কৰিছিল আৰু তাৰ পাচত সদায় অনুপ্ৰেৰণা যোগাই আহিছিল। মেট্ৰিক পৰীক্ষাত ভাল নাম কৰি পাচ কৰিলে গুৱাহাটীত তেখেতৰ লগত ৰাখি কটন কলেজত বিজ্ঞান শাখাত নাম ভৰ্ত্তি কৰাই দিম বুলি কৈ আহিছিল আৰু সেইমতে ৰিজাল্টৰ দিন চমু চাপি অহাৰ লগে লগে তাৰ থকা মেলা, পঢ়া সকলো সুবিধা আগতিয়াকৈ কৰি ৰাখিছিল। সি যে পৰীক্ষাত উচ্চ স্থান লাভ কৰি পাছ কৰিবই সেইটো তেখেতৰ অন্তৰত দৃঢ় বিশ্বাস বহি গৈছিল। কিন্তু সদৌ শেষত সকলোকে অবাক কৰি সৰু ভিনিয়েকৰ সকলো আশা আকাঙ্খাত চেঁচাপানী ঢালি সি এনে বেয়া ৰিজাল্ট কৰিব? গুৱাহাটী থকা সদানন্দই বিশ্বাস কৰিবলৈ টান পাইছিল। সেয়েহে তেওঁ ৰিজাল্ট পোৱাৰ আশাত খৰখৰকৈ এসপ্তাহৰ বাবে বিশেষ ছুটীলৈ ঘৰ আহি ওলালহি। ঘৰ আহি পাইও যেতিয়া তেখেতে জানিব পাৰিলে যে পৰমানন্দ সঁচাকৈয়ে তৃতীয় বিভাগতহে পাচ কৰিছে। তেতিয়ানো বাৰু কাৰ খং নুঠাকৈ থাকিব? তাৰ বেয়া ৰিজাল্টে সৰু ভিনিয়েকৰ অন্তৰত কিমান গভীৰ ভাৱে আঘাট দিছে সি বুজিব পাৰিলে। ইফালে গুৰুজনা শ্ৰীশ্ৰী বাসুদেৱ মহন্তই তাক তাৰ সেই অকৃতকাৰ্য্যতাৰ কাৰণে এষাৰো টান বচন নোবোলাত সি অনুতপ্ত হৈ দেই পুৰি মৰিবলৈ ধৰিলে। বাকী সকলৰ কথা বাদ দি তেখেতলোক দুজনৰ সন্মুখত দ্বিতীয়বাৰ সি ঠিয় হবলৈ সাহস গোটাব নোৱাৰিলে। তাৰ অন্তৰখনে হাহাকাৰ কৰি উঠিল। সেয়েহে চোৰ পলোৱাদি পলাই ঘৰলৈ নগৈ ডুলিয়াজান পালেগৈ। তাত কিছুদিন ঘূৰি পকি কটাই বাহিৰে বাহিৰে আহি ৰঙিয়া এয়াৰ ফিল্ডত প্ৰৱেশ কৰিলেহি। তাত এয়াৰ ফৰ্জৰ মিলিটাৰী অফিচাৰ এজনৰ লগত চিনাকী হৈ তেখেতৰ জৰিয়তেই টেলিফোন আৰু টেলিগ্ৰাফ ডিপাৰ্টমেণ্টত মাহে নবৈ টকা দৰমহাত সৰু চাকৰি এটা যোগাৰ কৰি ললে। চাৰি মাহ দিন চাকৰি কৰাৰ অন্তত স্থায়ী পদৰ বাবে সাত বছৰীয়া প্ৰশিক্ষণ লবলৈ পুনৈলৈ যাবলৈ মন মেলিছে। এনেতে খবৰ পালে যে

তাক বিচাৰি নাপাই মাক, বাপেক, বায়েক, ভিনিয়েকহঁতে কন্দা কটা লগাইছে। খবৰ পাই তাৰ মনে নসহিলে। পুনতে বায়েক ভিনিয়েকৰ ঘৰলৈ যাবলৈ সাহস গোটাব নোৱাৰি ব্ৰহ্মপুত্ৰ পাৰহে নিজৰ ঘৰলৈকে আহিল। ঘৰলৈ আহি সি মায়াজালত আবদ্ধ হ'ব লগা হ'ল। একমাত্ৰ হেৰোৱা পুতেকক পুনৰ ঘূৰাই পাই তাক ইমান দূৰ ঠাইত সাত বছৰৰ বাবে প্ৰশিক্ষণ লবলৈ মাক বাপেকহঁতে এৰি নপথালে। পিতৃ-মাতৃৰ বাধা নেওচি সিও যাবলৈ ইচ্ছা নকৰিলে।

তাৰ এবছৰৰ পিচতে শিক্ষক বাচনি পৰীক্ষা এটাত উৰ্ত্তীণ হৈ প্ৰাথমিক বিদ্যালয় এখনিত শিক্ষকৰ চাকৰি এটা পালে। তাৰ পঢ়া জীৱন সিমানতে সামৰণি পৰিল। চাকৰি পোৱাৰ চাৰি বছৰৰ পিচত শ্ৰীশ্ৰী বাসুদেৱ মহন্তই তেখেতৰ শিষ্য উত্তৰ লক্ষীমপুৰৰ নিবাসী শ্ৰীযুত গোপাল বৈষ্ণৱৰ জীয়েক শ্ৰীমতী পদুমীৰ লগত বিয়া পাতি দিয়ে।

যোৰহাট বাসীৰ বহুতেই, একালত এজন বিখ্যাত খ্যাতিমন্ত লোক হ'ব বুলি ভৱিষ্যত বাণী কৰা সেই উজ্বল ধ্ৰুৱতৰা স্বৰূপ লৰাটো এতিয়া এটা তেনেই নিষ্প্ৰভ, ম্লান পপীয়া তৰা এটা অখ্যাত অঞ্চলৰ তেনেই সাধাৰণ নাগৰিক। বিধিৰ বিধান কি যে বিড়ম্বনা। পুতেকৰ মাষ্টৰ চাকৰিটো হোৱাৰ পিচত ফুলবৰৰ সৰু জীয়েক দুজনীক পঢ়োৱাৰ কিছু চিন্তা কমিল। পৰিয়ালটিৰ ভিতৰি আৰ্থিক অৱস্থা যিয়েই নহওঁক ফুলবৰক এতিয়া গাওঁখনৰ ধনী শ্ৰেণীৰ শাৰীত পেলাই সকলোৱে গুণ-গান গাবলৈ ধৰিলে। এই গুণ-গান গৈ ককায়েক মোহনৰ কাণত পৰিলগৈ। সেই সময়ত ককায়েকহঁতৰ অৱস্থা পানীত হাঁহ নচৰা বিধৰ। একমাত্ৰ পুতেক বোৱাৰীয়েক হাল ধূদৰ পচলা স্বভাৱৰ বাবে, মোহনৰ অৱস্থা দুখে কুলাই পাচিয়ে নধৰা হৈ আহিছে। খোৱা লোৱাত অলপ কষ্ট হলেই এপদ এপদকৈ ঘৰৰ সম্পত্তি বা মাটি বেছি বা বন্ধকত দি দি বৰ্ত্তমান ভেটীটোহে বৈছেগৈ। পুতেক বোৱাৰীয়েকে বন্ধকী মাটিবোৰ খোলা কথা সমুলি চিন্তা বা যত্ন নকৰি, সেই মাটি সম্পূৰ্ণ বিক্ৰী কৰি দুপইচা লৈ দুদিনমান আৰামত খোৱা কথাহে চিন্তা কৰে। চাকৰি বাকৰি নাইকীয়া খেতিয়ক মানুহৰ যদি খেতি মাটি এডৰাই নাথাকে তেন্তে ন বা দহ জনীয়া পৰিয়াল এটা চলে কেনেকৈ? ফুলবৰৰ ককায়েকৰ চেহেৰা পাতি তেনেই হাড়ে চালে লাগিল। দুদিনৰ মূৰটো এসাজ ভাত পেট ভৰাই খাবলৈ নাপালে মানুহৰ স্বাস্থ্য তেনে নহৈ কেনে হব?

এদিন আবেলি পৰত মলিয়ণ ফটাছিটা বস্ত্ৰ পৰিধান কৰা, ডাৰিয়ে গোফে ভোবোকা, তেনেই চেৰেলা মানুহ এজন আহি ফুলবৰৰ ঘৰত ওলালহি। মানুহজনক চিনিব নোৱাৰি ভালকৈ সুধপোচ কৰাৰ পিচত জানিব পাৰিলে যে সেইজনেই তাৰ একমাত্ৰ ককায়েক মোহন। ককায়েক বহু কষ্টে চিনিব পাৰি সম্মুখত সাজিৰহে বৈ থকা শত্ৰুক কাটিবলৈ দা-এখন নিবিচাৰি দুই হাত মেলি আঁকোৱালি ধৰিবলৈহে খেদি গল। ককায়েকৰ অৱস্থা আৰু চেহেৰা দেখি অতীতৰ সকলো খং-ৰাগ, ক্ষোভ, শত্ৰুতা ভাব দলিয়াই পেলাই

পৰম আনন্দেৰে আৰু পবিত্ৰ প্ৰেমেৰে বহুত পৰ সাৱটি ধৰি থাকিল। ককায়েকৰ অকাল বৃদ্ধ অৱস্থা দেখি ফুলবৰৰ হিয়া কান্দি উঠিল। আথে বেথে ভৰিহাত ধুৱাই নতুন সাজ পিন্ধিবলৈ দি ককায়েকক পিন্ধি অহা সাজ যোৰ দূৰলৈ দলিয়াই পেলাই সুকোমল আসনত বহোৱালে। পেচনেও খৰ খেদাকৈ বৰজনাকক চাহ জলপান খোৱাই-বোৱাই ঘৰৰ কুশল বাতৰি সুধিলে। লগতে আজি অত বছৰে তেখেতলোকৰ কোনো খা-খবৰ লব নোৱাৰাৰ বাবে দুখ প্ৰকাশ কৰিলে।

মোহনেও দুখ আৰু আনন্দত চকুলো বোৱাই আজি অত বছৰৰ মূৰত ককাই ভাই বোৱাৰীৰ মিলন হবলৈ পাই পৰম আনন্দ লভিছো বুলি জনালে। তাৰ পিচত অতীতৰ কথা স্মৰণ কৰাই ক'লে যে নিজৰ স্বাৰ্থ পূৰণৰ বাবে তেওঁ অতীতত ভায়েকহঁতৰ পৰিয়ালটোৰ বাবে যি অৰ্হিত আৰু গৰ্হিত কাম কৰিছিল তাৰ বাবে তেওঁ আজি অনুতপ্ত। লগতে এইষাৰও স্বীকাৰ কৰিলে যে তেওঁৰ অন্যায় আৰু অবিচাৰৰ বাবেই বেচেৰী ৰংমলা জনীয়ে অকালতে মৃত্যুক সাৱটি লব লগা হ'ল। তাৰ পিচত পুতেক, বোৱাৰীয়েক, নাতিয়েকহঁতৰৰ স্বভাৱ, চৰিত্ৰ কিছুমান গাই লৈ, পুতেক বোৱাৰীয়েকহঁতৰ লগত থাকি তেওঁ কিমান কষ্ট পাইছে, কিমান আলৈ আথানি কৰি নিজৰ মাকজনীক মাৰিলে, এইদৰে সিহঁতৰ লগত থাকিবলৈ হলে তেওঁ যে আৰু বেছিদিন জীয়াই নাথাকে এইবোৰকে কৈ কৈ কান্দিবলৈ ধৰিলে।

তেতিয়া ভায়েকে ক'লে যে " তুমি কোনো চিন্তা কৰিব নালাগে। যিমান দিন থাকিবলৈ মন যায় ইয়াতে থাকা। তোমাৰ জীৱনৰ শেষ দিনকেইটা যদি আমাৰ লগতে কটাবলৈ মন কৰা তেন্তে আমাৰ কোনো আপত্তি নাই।

ভায়েক আৰু ভাই বোৱাৰীয়েকৰ আশ্বাস পাই মোহনে ফুলবৰৰ ঘৰতে আনন্দেৰে দিনবোৰ কটাবলৈ ধৰিলে। তেওঁ সেইটোকে আশা কৰি ঘৰৰ পৰা একেবাৰে ওলাই আহিছিল। এদিন দুদিনকৈ ডেৰটা বছৰ মোহনে ভায়েকৰ ঘৰতে কটালে। এই ডেৰটা বছৰত মোহনৰ স্বাস্থ্য পাতি ঘূৰাই পাই পুনৰ জনম পোৱা যেন লাগিল। তেওঁক পিন্ধিবলৈ, থাকিবলৈ, খাবলৈ একোৱেই অভাৱ অনুভৱ কৰিবলৈ ফুলবৰে দিয়া নাই। এতিয়া মোহনে আগৰ স্বাস্থ্য পাতি ঘূৰাই পাই ভায়েকৰ লগত সমানে সমানে কাম বন কৰিব পৰা হ'ল। কিন্তু ভায়েকে কোনোদিন ককায়েকক কামত সহায় কৰি দিবলৈ নাটানে। এনেয়ে বহি থাকি আমনি পালে সৰু সুৰা দুই এখন কাম কৰিবলৈ বিচাৰিলে ফুলবৰে বাধা নিদিয়ে। ফুলবৰৰ মতে স্বাস্থ্যবান মানুহে কাম নকৰি বহি থকাটোও এটা বেমাৰ। ইমান সুখে শান্তিৰে জীৱনটো কটাবলৈ পাইও মোহনৰ নিজৰ ঘৰখনলৈ মনত পৰিল। অসমীয়া এষাৰ কথা আছে "হেজাৰ খোৱাই-বোৱাই আতৌ পুতৌ কৰি ৰাখিলেও মিৰিৰ চকু সদায় পৰ্বতৰ ফালে।" এদিন গধুলি খাই বৈ উঠি তামোল চালি খাই বহি থাকোতে মোহনে ভায়েকক ক'লে, "বাপু ফুল, মই ঘৰ এৰি অহা আজি ডেৰ বছৰ হ'ল। এই

ডেৰটা বছৰত মই তোমাৰ ঘৰত বৰ সুখে-শান্তিৰে আছো। ইফালে মোৰ পু-বোৱাৰী, নাতিপুতিহঁত কিমান দুখত দিন কটাইছে, সেইবোৰ চিন্তা কৰি কৰি এই কেইদিন ৰাতি মোৰ টোপনি নধৰা হৈছে। মই আহি তোমাৰ ঘৰত দিনটোত তিনি সাজ খাই আৰাম কৰি আছোহি, ইফালে মোৰ নাতিহঁতে দুদিনৰ মূৰতো ছাগে এসাজ ভাত পেট ভৰাই খাবলৈ পোৱা নাই। অন্যহাতে ৰ'দ, বতাহ, বৰষুণ একোৱে আক্ৰমণ কৰিব নোৱাৰা ঘৰ এটাত মই নিচিন্তে শুই মেলি আছোহি। ইফালে মোৰ নাতিহঁতৰ যিটো ঘৰত বাস কৰি আছে, মোৰ আজি ভাবিবলৈকে ভয় লগা হৈছে। চাল-বেৰ সকলো ওৰলী গ'ল। টান বতাহ এজাক মাৰিলেই ঘৰৰ পৰা ওলাই দৌৰ মাৰিব লাগে। বৰষুণ দিলে যে কি বিলৈ হয়, তুমি নিজে চকুৰে নেদেখিলে কল্পনাই কৰিব নোৱাৰা। ঘৰটো মেৰামতি কৰিবলৈও হাতত পা-পইচা এটা নাই। তোমাৰ ল'ৰাটোলৈ মোৰ হিংসাই হয়। তোমাৰ ল'ৰাই কালি পৰহি মেট্ৰিক পাচ কৰিয়েই চাকৰিত সোমাই হাজাৰ হাজাৰ টকা ঘটিছে। বহুত বছৰৰ আগতে মোৰ ল'ৰাটোৱে পঢ়ি শুনিও চাকৰি এটা যোগাৰ কৰি লব নোৱাৰিলে। খেতিয়ে পথাৰে চাৰিওফালে তোমাৰ নদন-বদন অৱস্থা। মোৰ আকৌ খেতি কৰিবলৈ মাটি এডৰাও নাই। বাৰু যেই কি নহওঁক, তোমাৰ ল'ৰাটো কালি চাকৰিৰ পৰা আহি ঘৰ সোমাইছেহি। তাৰ পৰা খুজি টকা কেই হাজাৰ মান মোৰ হাতত দিবাচোন। মই কালিলৈ গৈ মোৰ বোৱাৰীজনীৰ হাতত দি আহিমগৈ।" ককায়েকৰ কথাবোৰ শুনি শুনি শেষত ফুলবৰৰ ডেকা কালৰ দমন কৰিব নোৱাৰা খংটো উঠি আহিল। মুখেৰে একো নামাতি বহি থকাৰ পৰা গিৰিপকৈ উঠি হাতত তিনি বেটাৰীয়া টৰ্চটো লৈ বাহিৰলৈ ওলাই আহিল। চোতালখনতে কিছু সময় পাইচাৰি কৰি থাকি এটা সময়ত নঙলা বাজ হৈ কেনিবা ওলাই গ'ল। ঘূৰি ঘৰলৈ আঁহোতে ৰাতি বহুত হ'ল। পত্নী পেচনৰ বাদে সকলো শুই নিঃপালি দিলে।

পিচদিনা পুৱা সোনকালে বিচনা এৰি কাকো একো মাতবোল নকৰাকৈ চাৰিটা বস্তাত গুটিধানৰ ভঁড়ালটোৰ্ পৰা ধান নমাই বস্তা চাৰিটাত ভৰাই, বস্তাৰ মুখ কেইখন চিলাই কৰিলে। অলপ পিচতে ফুলবৰে যোৱা ৰাতি কৈ অহা মতেই ঘোঁৰা গাড়ী দুখন আহি তেওঁৰ চোতালত উপস্থিত হ'লহি। গাৰুৱান দুটাৰ লগত ধৰামেলাকৈ এখন গাড়ীত ধানৰ বস্তা কেইটা উঠালে। আনখন গাড়ীত ফাগুণ মাহত ঘৰ চাম বুলি কাটি দমাই থোৱা শৰণখেৰ দুশ উঠাই আঁটি আঁটি বান্ধিলে। খেৰৰ গোটবোৰ শকত কাৰণে গাড়ীখনত দুশতকৈ অধিক খেৰ নধৰিলে। গাড়ী দুখন বোজাই কৰি শেষ কৰাৰ পিচত ফুলবৰে ভিতৰলৈ সোমাই গৈ ককায়েকক ক'লে, "ককাই, মোৰ ল'ৰাটোৱে চাকৰিত সোমোৱা দুটা বছৰেই পূৰ হোৱা নাই। সি চাকৰি কৰি দৰমহা পাইছেনে নাই আৰু পাইছে যদি কিমান টকা পাইছে মই আজিলৈকে তাক সুধা নাই আৰু জানিবৰ মোৰ প্ৰয়োজন হোৱা

নাই। গতিকে আজি হঠাৎ আপোনাৰ বাবে মই তাৰ ওচৰত টকা কেইহাজাৰ মান বিচাৰি হাত পাতিব নোখোজো। অন্যহাতে সি আপোনাৰ লৰাৰ দৰে শুই বহি খোৱা বিধৰ ল'ৰাও নহয়। ৰাতি নৌ পুৱাওতেই উঠি গৈ পথাৰ পালেগৈ। এই ব্ৰহ্মপুৰাতে তাক মই টকা বিচাৰি আমনি দিব নোখোজো। মই মোৰ এই দুই বাহুৰে আজুৰি যি উপাৰ্জন কৰি ৰাখিছো তাৰে পৰা যি পাৰিছো চোতালত ঘোঁৰা গাড়ী দুখনত উঠাই আপোনাৰ বাবে দিছো। আপুনি বোৱাৰীয়েকৰ হাতেৰে কিবা এমুঠি খাই গাড়ী দুখন লৈ ঘৰলৈ যাওঁক গৈ। গাড়ীৰ ভাড়া মই দিলো। ভাড়াৰ বাবে চিন্তা কৰিব নালাগে। ঘৰ পাই আপুনি পুনৰ আমাৰ ওচৰলৈ আহে বা নাহে সেইটো আপোনাৰ খুচি কথা। মই আৰু আপোনাক জোৰ নকৰো।

ফুলবৰে নিজে কব লগীয়া কথাখিনি কৈ শেষ কৰি, কান্ধত মেচিদা খন পেলাই লৈ কুবা-কুবিকৈ পথাৰলৈ গুছি গ'লগৈ। ককায়েকৰ কোনো কথা শুনিবলৈ তেওঁ ৰৈ নাথাকিল। ❖❖

# পোন্ধৰ

নগাওঁ জিলাৰ পৰা পেহীআটী মাটি টুকুৰা দখল কৰিবলৈ ইঘৰৰ পিচত সিঘৰকৈ পৰুৱাৰ লানি লগাৰ দৰে মানুহ আহিয়েই আছে। মাটি হ'ল বুলিনো কৰ পৰা ওলাই থাকিব। গতিকে এতিয়া যাৰে বল তাৰে দখল কাৰবাৰ চলিছে। দখলৰ ওপৰতো বলেৰে দখলিস্বত্ব দেখোৱাবলৈ মানুহবোৰ বলিয়াৰ দৰে যুঁজ বাগৰ চলাই আছে।

ফুলবৰে দখল কৰা মাটিখিনিৰ মাজতে দুই পুৰামান মাটি অহা বছৰলৈ ছাঁই সৰিয়হ বৰৰ কাৰণে জংঘল নকটাকৈ হাবিঁহে থাকিবলৈ দিছিল। নতুনকৈ অহা ভগনীয়া নগয়া কেইটামান সেই মাটি কণত চকু পৰিল। কাকো সুধ-পুচ নকৰাকৈ এদিন সাত আঠটামান মানুহ আহি ফুলবৰৰ সেই মাটিকণত ঘাপ দিলেহি। সি ৰাখি থোৱা হাবিডৰাত কোনে ঘপিয়াইছেহি চাবলৈ গৈ,মানুহ কেইটাক দেখি ভদ্ৰ ভাৱেই ক'লে, "ভাইহঁত, এই পাৰি হাবি নাকাটিবা। এই পাৰি মোৰ দখলৰ ভিতৰৰ হাবি। মই অহা বছৰলৈ ছাঁই সৰিয়হ বৰৰ বাবে হাবি কৰি ৰাখিছো।" কিন্তু মানুহ কেইটাই ফুলবৰৰ কথালৈ কাণ নিদি "তই কোন, আমাক বাধা দিবলৈ" ভাৱত বেছিকৈহে ঘপিয়াবলৈ লাগি গ'ল। সিহঁতৰ 'যুদ্ধং দেহি' ভাব দেখি ফুলবৰৰ শকত বাহু দুটা কঁপি উঠিল। সামান্য খাবলৈ নোপোৱা ভগনীয়া ন-গয়া আঠটাৰ মই মতালী ভাব দেখি ফুলবৰৰ শৰীৰত সঘনাই গৰম তেজৰ সোঁত বৰলৈ ধৰিলে। যিজনে যিটো বিচাৰে, সেইটো উদাৰচিতে দান কৰাই তেওঁৰ ধৰ্ম্ম। এই কেলেহুৱা কেইটাইও তাৰ চিনাকী বিচাৰিছে। গতিকে সিও তাৰ চিনাকী দিবলৈ সাজু হ'ল। এই কেইটাৰ লগত মুখৰ চুপতিয়ে কাম নিদিব বুলি জানি চকুৰ প্ৰচাৰতে একে জাপে গৈ তিনিটাৰ পৰা তিনিখন দা কাঢ়িলৈ তিনিওটাকে এঘুচা এঘুচা মাৰি হাবিতে বগৰাই পেলালে। তাৰ পিচত বাকী কেইটাৰ ওচৰলৈ খেদা মাৰি যাওঁতে তিনিটাই একেলগে ফুলবৰক কাটিবলৈ দা দাঙি খেদি আহিল। ফুলবৰৰ হাতত থকা দা তিনি খনৰ এখন ভাল দৰে খামুচি ধৰিলৈ খেদি অহা তিনিটাৰ দা কেইখনৰ নাল তিনিটা সামান্য কচু তিনিডাল কটাদি কাটি, ছয় টুকুৰা বনাই মাটিত পেলাই দিলে। তেতিয়া ভয়ত সেই কেইটা ফুলবৰৰ সন্মুখৰ পৰা পলাই সাৰিবলৈ চেষ্টা জ্ঞান হেৰাল। সিহঁতৰ নিজৰ নিজৰ প্ৰাণটো বচাবলৈ অস্ত্ৰহীন পাঁচটাই উজত-মুজত খাই, পৰি ধৰি যেয়ে যেনি সুবিধা পালে পলাই দৌৰ মাৰিলে। তাকে দেখি লগৰ দুটাইও ফুলবৰ গৈ ওচৰ নৌ পাওঁতেই

গৰুৱে নেজ দাঙি দৌৰ মৰাৰ দৰে হাবি বন মহতিয়াই দৌৰ মাৰি হাৰিল। তাৰ পিচত দা কেইখন গোটাই লৈ সিহঁতৰ পিছে পিছে নেখেদি ঘৰলৈ গুছি আহিল।

সেইদিনাৰ পৰা ন-গয়াই ফুলবৰৰ মাটিত ভৰি দিবলৈকে ভয় কৰা হ'ল। তাৰ পিচৰ বছৰ ছুই সৰিয়হ সিচিবৰ কাৰণে সেই হাবি কেইবিঘা মুকলি কৰিবলৈ গৈ, প্ৰথমদিনাই হাবিত কেইঘাপমান মাৰোতে হাবিত শকত লতা এডালৰ দৰে ওলমি থকা সাপ এটাই ফুলবৰৰ সোঁহাতখনতে দংশন কৰিলে। গছৰ ডাল এটাত ওলমি থকা সেইডালযে লতা নহয়, সাপহে ফুলবৰে ধৰিবই পৰা নাছিল। লতা বুলি ধৰি টানি আনিবলৈ বিচাৰোতেই খুট মাৰি দিলে। ফুলবৰে ধৈৰ্য্য নেহেৰুৱাকৈ বুদ্ধি এটা কৰিলে। তাৰ হাতত থকা দা খনেৰে দংশন কৰা মাংস টুকুৰা কাটি উঠাই পেলালে। তাৰ পিচত ঘৰলৈ গুছি আহিল। ঘৰ আহি পাই মানে তাৰ হাত ভৰি কাপোৰ কানি সকলো তেজেৰে ৰাঙলী হ'ল। খৰ খেদাকৈ পেচনে বন দৰৱ এসোপা খুন্দি বান্ধি দিলত তেজ ওলোৱা বন্ধ হ'ল। পেচনে ফুলবৰক ডাক্তৰৰ ওচৰলৈ যাবৰ বাবে খাটনি ধৰিছিল, কিন্তু ফুলবৰ ৰাজি নহ'ল। ফুলবৰে হাঁহি মাৰি ক'লে, " নিশ্চিত মৃত্যুৰ পৰা বাচিলো যেতিয়া, তই বিধবা ভাত খাব নালাগে দে। ঘাঁ-টুকুৰা শুকালেই ভালহে যাম। পিছে ঘাঁ টুকুৰা শুকাই মানে সৰিয়হ খেতি কৰাৰ দিন অতীত হৈ যায় বুলিহে চিন্তা হৈছে। এতিয়া কি বুদ্ধি কৰি হাবি কেইবিঘা কটা যায় তাৰহে চিন্তা কৰিব লাগে। ডাক্তৰে চিকিৎসা কৰি মোৰ ঘাঁ ডোখৰ যিমান দিনত শুকুৱাব, তোৰ বনৌষধে তাতকৈ সোনকালেই শুকুৱাব।"

পেচনে ক'লে, "যিমান টুকুৰা মাংস আপুনি কাটি পেলাই থৈ আহিল, সেই টুকুৰা ঘাঁ শুকাবলৈ কমেও দুমাহ সময় লাগিব আৰু শুকালেও আপুনি আগৰ দৰে টান কাম কৰিব নোৱাৰিব। ওচৰৰ মানুহবোৰৰ সহায় আমি নিবিচাৰো। আওঁহতীয়া দেউতাহঁতৰ মানুহ সকলৰো এই সময়ত কাৰো আজৰি নাই। গতিকে আমাৰ লৰাটোকে পঠাই আপোনাৰ বন্ধুৱেক বকাসুৰৰ সহায় বিচৰাটোৱেই ভাল হব বুলি মই ভাবিছো। তেখেত হাত দীঘল মানুহ। দুদিন মানৰ কাৰণে হাবি কাটিব পৰা মানুহ দুটামান পঠাব পাৰেইবা। তেখেতক খবৰ দিবলৈও একো অসুবিধা নাই। আমাৰ পৰমাই চাকৰি কৰা স্কুল খনৰ পৰা তেখেতৰ ঘৰলৈ বেছি দূৰ যাব নালাগে বুলি শুনিছো।"

পত্নী পেচনৰ বুদ্ধিটো বেয়া নহয় বুলি বিবেচনা কৰি দুদিনমানৰ পিচত পুতেক ঘৰলৈ আহিলত পুতেক পুনৰ চাকৰিলৈ যাবৰ দিনা তাৰ আগত নিজৰ সকলো বিপদৰ কথা বন্ধুৱেকক জনাবলৈ ক'লে আৰু লগতে কাম কৰিব পৰা কৰ্মী দুজন মানক এসপ্তাহৰ বাবে পঠাই দিবলৈ বন্ধুৱেকক জনাবৰ বাবে কৈ পঠালে।

পৰমাই খবৰ জনোৱা পিচদিনাই বকাসুৰে নিজেই লেংটি মৰা আবৰ চাৰিটা লগত লৈ গধূলি পৰত ফুলবৰৰ ঘৰত উপস্থিত হ'লহি। নিজৰ প্ৰাণ সম বন্ধুৱেকৰ এনে টান

দুৰ্ঘটনাৰ খবৰ পাই নিজে নহাঁকৈ থাকে কেনেকৈ? বন্ধুবেকক দেখা পাই ফুলবৰৰ হাতৰ বিষ বহুত খিনি কমি যোৱা যেন পালে। কিন্তু বন্ধুবেকৰ লগত সুখ-দুখৰ কথা হেপাহ পলোৱাই পাতিবলৈ নৌ পাওঁতেই সন্ধ্যা পৰত এটা নঘটিব লগা ঘটনা ঘটিল। পুৱা গধুলি ভগৱানক পূজা সেৱা কৰিবৰ বাবে ফুলবৰে সৰুকৈ চোতালৰ আগতে নামঘৰ এটা বনাই লৈছে। সন্ধ্যাপৰত ফুলবৰৰ পৰিয়ালৰ সকলোৱে মিলি সেই নামঘৰত মিঠাতেলৰ চাকি, ধূপ-ধূনা জ্বলাই লৈ তাৰ পিচত মঙ্গল ধ্বনি কৰিবৰ বাবে সকলোৱে মিলি শঙ্খ, ঘন্টা, ডবা, কাঁহ, বৰতাল, টিলিঙা, ডম্বৰু আদি সমস্বৰে বজাই লৈহে প্ৰাৰ্থনা কৰাতো নিয়ম।

সেই দিনাও নিৰ্দিষ্ট সময় হোৱাৰ লগে লগে ফুলবৰৰ পৰিয়ালৰ সকলো নামঘৰত সোমাই ধূপ-দ্বীপ জ্বলাই লৈ প্ৰতিজনে এপদ এপদ বস্তু হাতত লৈ একেলগে ধ্বনি দি সেই অঞ্চলটো গম গমাই তুলি একেবাৰে বৈকুণ্ঠ পুৰিৰ নিচিনা কৰি তুলিলে। সেই ধ্বনি শুনি জুইৰ কাষত বহি থকা লেংটি মৰা আবৰ চাৰিটাই ভয় খাই সিহঁতৰ দোৱানত কিবা দুৰ্বোধ্য শব্দ কেইটামান কৈ যৰে বস্তু ততে পেলাই ভিৰাই পকাই দৌৰ মাৰিলে। নামঘৰৰ পূজা সেৱা শেষ কৰি সকলোৱে হাতে হাতে লেম্প, চাকি, টৰ্চলাইট লৈ পলাই দৌৰু মৰা আবৰ চাৰিটা বিচাৰি ওলাল। ৰন্ধা-বঢ়া, খোৱা-বোৱা এৰি ৰাতি এপৰলৈকে বিচাৰি এটাও নাপালে। ফুলবৰৰ ঘৰখনৰ লগতে বন্ধুবেক বকাসুৰও চিন্তাত পৰিল। ভগৱানক পূজা সেৱা কৰা বাদ্য যন্ত্ৰৰ মাত শুনিয়েই চাৰিটাকৈ মানুহে ইমান ভয় খাব বুলিনো তেওঁলোকে কেনেকৈ জানে? কেইটামান দিন বন্ধুবেকৰ ঘৰত কটাম বুলি অহা বকাসুৰে পিচদিনাই বাধ্যত পৰি ঘৰলৈ ঘূৰিব লগা হ'ল। পিচ দিনাও যেতিয়া দুপৰীয়ালৈকে মানুহ চাৰিটাক এই অঞ্চলত বিচাৰি পোৱা নগ'ল, বকাসুৰৰ চিন্তা লাগিল। বকাসুৰে ভাবি ল'লে সিহঁত নিশ্চয় ৰাতি ৰাতি ঘৰলৈ বুলি বাট ধৰিলে। সিহঁতে নিশ্চয় ভাবি ললে যে সিহঁত চাৰিটাৰ গাত কিবা দেউ ভূত মেলিবৰ কাৰণে কিবা পূজা পাতিছে। মানুহ কেইটা হেৰাব লাগিলে সিহঁতৰ গামে বকাসুৰক সুদাই নেৰিব। গতিকে আবেলি পৰত বকাসুৰ গ'লগৈ। ফুলবৰেও বন্ধুবেকৰ লগত যোৱাৰ কথা ভাবিছিল, কিন্তু আগদিনা ৰাতি মানুহ বিচাৰি ঘূৰি পকি দিয়াত হাতৰ বিষটো বেছি হ'ল। গতিকে বন্ধুবেকৰ লগত যাব নোৱাৰিলে।

কেইদিন মানৰ পাচত পুতেকে স্কুল বন্ধৰ দিন এটাত ঘৰলৈ আহি জনালেহি যে আবৰ চাৰিটা পিচদিনা গৈ ঘৰ ওলালগৈ। পিচে সিহঁত চাৰিটাই ইমান ভয় খাই গল যে চাৰিওটাই ঘৰত গৈ জ্বৰ গালেগৈ। সিহঁতৰ গামে কিবা তন্ত্ৰ মন্ত্ৰ কৰি জাৰি ফুকি দিয়া ৰচি ককালত বান্ধি দিলতহে বৰ্ত্তমান বিচনাৰ পৰা উঠিব পাৰিছে। বকাসুৰ তাঁৰেদেৰে সিহঁত কেইটাৰ ওচৰলৈ গৈ বহুত বুজালেগৈ, কিন্তু সিহঁত কোনো পধ্যেই দ্বিতীয়বাৰ

ভৈয়ামলৈ নামিবলৈ ৰাজি নহ'ল।

পুতেক পৰমানন্দই এই খবৰ দি থৈ পুনৰ চাকৰিলৈ ঘূৰি যোৱাৰ এসপ্তাহ নহলেই, সেই আবৰ চাৰিটা আহি ফুলবৰৰ চোতালত আহি উপস্থিত হ'লহি। এইবাৰ সিহঁতি খালী হাতে অহা নাই, চাৰিওটাই বলে পাৰেমানে কচু, জলকীয়া, পাহাৰীয়া আলু এবোজা এবোজা লৈ ওলাইছেহি। সিহঁতে অনা বস্তুবোৰ নমাই থৈয়ে সিহঁতক বহিবলৈ পাৰি দিয়া আসনত নবহি এটাই ক'লে, "আমি প্ৰথমে তহঁতি আমাৰ গাত দেউ মেলিবলৈ বজোৱা বস্তুবোৰ চাম আৰু তাৰ পিচতহে বহিম।"

নামঘৰৰ সেই পৱিত্ৰ বাদ্য কেইপদ বিনা কাৰণত বাহিৰলৈ উলিয়াই অনা নিয়ম নাই। কিন্তু আবৰ কেইটাৰ আবৰি কথাত সেইবোৰ নিয়ম নীতি নাখাতে। উপাই নাই। সিহঁতক বস্তু কেইপদ নেদেখুৱা লৈকে সিহঁত নবহো বুলিছে যেতিয়া নবহেই। গতিকে পেচনে গা-পা ধুই চাকি এগছি জ্বলাই, কোনো দায় দোষ নধৰিবলৈ প্ৰাৰ্থনা এটি কৰি, বস্তু কেইপদ বাহিৰলৈ উলিয়াই আনি সিহঁতৰ সন্মুখতে থলে। সিহঁতি বস্তু কেইপদ বহুপৰ লিৰিকি বিদাৰি চোৱাৰ পিছতে বজাই দেখাবলৈ ক'লে। এপদ এপদকৈ পেচনে সকলো বাদ্য বজাই শুনালে। তাৰ পিচতে সিহঁতি নিজেই বজাবলৈ লাগি গ'ল। শঙ্খটোৰ বাদে বাকী সকলো বাদ্য সিহঁতি বজাব পাৰিলে। ডম্বৰুটো বজাওতে দুটামানে আঙুলিত দুখ পালে। কিন্তু শঙ্খটো কোনো পধ্যেই ফুদি শব্দ উলিয়াব নোৱাৰিলে। গতিকে সেইটোতেই আচল যাদুটো সোমাই আছে বুলি ধৰিলৈ সেইটো সিহঁতৰ লগত ৰাখি বাকী কেইপদ বস্তু ভিতৰত থবলৈ দিলে।

সিহঁত চাৰিটাই ফুলবৰৰ ঘৰত এসপ্তাহ কটালে। এসপ্তাহৰ ভিতৰতে তিনিপূৰা হাবি কাটি শেষ কৰিলে। কিন্তু সিহঁতে হাবি কটা ফুলবৰৰ মনঃপুত নহ'ল। প্ৰথম দিনাই কেনেকৈ কাটিব লাগে তেওঁ গৈ দুবাৰমান দেখুৱাই থৈও আহিছিল। কিন্তু সিহঁতি ক'লে, "আমি তহঁতৰ কথামতে নাকাটিম, আমাৰ মতেহে কাটিম।" ফুলবৰে চিন্তা কৰিলে এই আবৰি কেইটাক কি কৰা যায়? হাবি নকটাই কালিলৈ পঠাই দিব নেকি? এইদৰে হাবি কটাতকৈ একেবাৰে নকটাই ভাল। চাহ গছবোৰ কলম দিয়া নিচিনাকৈ এককাল, এবুকুৰ ওপৰত নল, ইকৰা, খাগৰীবোৰৰ আগবোৰ কলমদি গৈছে। ডাঠ হাবি পালে সেই হাবিৰ ওপৰত উঠি চাৰিওটাই হেঁচা মাৰি তললৈ দবাই লৈ আগবোৰ কাটি এটি থৈ গৈছে। গুৰিবোৰ গুৰি ভাগেই আছে। গুৰি নকটা হাবিবোৰ শুকাব কেনেকৈ? এইদৰে হাবি কটাই তাৰ আপদহে চপাই লোৱা হৈছে। গতিকে আজি দিনটো যি কাটিলে কাটিলে। এইখিনিকে জোখ-মাখ কৰি পা-পইচা দি কালিলৈ সিহঁতক বিদায় দিব লাগিব। এইবোৰকে ভাবি ভাবি সিহঁতক এৰি আহি ঘৰ পালেহি। গধূলি সিহঁতক ভাত পানী খোৱাই বোৱাই লৈ ফুলবৰে ক'লে, "ভাইহঁত, তহঁতি আজি যিমান হাবি কাটিলি, সেইখিনিৰ দামটো লৈ

কালিলৈ ঘৰলৈ যাগে। এইদৰে হাবি কাটিলে আমাৰ কোনো কামত নাহিব। মই বেলেগ মানুহ লগাই হাবি কটাম।"

ফুলবৰৰ কথা শুনি চাৰিওটাই গুজৰি উঠিল, "নাই নহব। তোৰ গোটেই আবিটো আমিয়েই কাটিব। তোৰ মিটাটোৱে আমাক তোৰ গোটেই আবিটো কটম কৰিবলৈ আমাক ওকুম কৰিছে। কালি গলেগৈ তোৰ মিটাটোৱে আমাক কং কৰিব। আমি নাই যাব। কামটো কটম কৰিহে যাব।"

সিহঁতৰ এক কথা। যিটো নকৰো বোলে কোনেও বলেৰে কৰাব নোৱাৰে। যিমান বুজালেও মিছা। একো লাভ নহব। গতিকে সিহঁতৰ ইচ্ছা মতেই ফুলবৰে সিহঁতক এসপ্তাহ পোহিব লগা হ'ল। এই এসপ্তাহ দিন সেই আবৰি চাৰিটাক ৰাখি ফুলবৰৰ পৰিয়ালটোৱে বাৰুকৈ এমজা পালে।

সিহঁতৰ দ্বাৰা লাভৰ ঘৰত একোৱেই নহ'ল। বৰঞ্চ অনেক বস্তু লোকচানহে কৰিলে। ফুলবৰহঁতৰ তিনিটা মানুহে খাব পৰা ভাত সিহঁতৰ এটাই খায়। তাকে চাই শাকো লাগিব তিনি-চাৰি বাটি। সেইবোৰ বাদ দিও এদিন সিহঁতি আবেলি পৰত মাছ বিচাৰি গৈ ফুলবৰৰ নতুন মজবুত খলহা দুখন কাটি টুকুৰা কৰাই থৈ আহিল। এখন ভাল খলহা বনাই উলিয়াওঁতে এজন মানুহৰ দুসপ্তাহ সময় লাগে। তেনে দুখন খলহা আবৰ চাৰিটাই কাটি থৈ আহিল। ফুলবৰে নিজে হাতৰ বিষত খলহা পাতিব নোৱাৰে কাৰণে সৰু জীয়েক দুজনীয়ে ঘৰৰ ওচৰতে জান এটাত খলহা দুখন পাতি থৈছিল। সেই জানটোত বেছি মাছ নালাগে যদিও দিনটোত চাৰি পাঁচটা শল শাল মাছ খাবলৈ পায়। ছোৱালী দুজনীয়ে দূৰত পাতিবলৈ যাব নোৱাৰে বাবে বাপেকৰ হাতখন ভাল হোৱালৈকে ঘৰৰ ওচৰৰ জানটোত পাতি দুই এটা মাছ ধৰি খাব বুলি ভাবিছিল। আবৰ চাৰিটাই মাছ বিচাৰি গৈ পালেগৈ ছোৱালী দুজনীয়ে পাতি থৈ অহা খলহা দুখন। এখনত তিনিটা শল মাছ আৰু আনখনত এটা শালমাছ লাগি দমদমাই আছিল। আবৰ কেইটাই মাছ লাগি থকা দেখি টকালি চকালি পাৰি খলহা দুখন পাৰলৈ আনি টানি চালে। কিন্তু খলহা দুখনৰ চাৰিওফালে ঘুৰি পকি চাই মাছ কেইটা উলিয়াই আনিবলৈ বাট বিচাৰি নাপালে। গতিকে সিহঁতৰ লগত থকা দা কেইখনেৰেই খলহা দুখন কাটি দুফাল তিনিফাল কৰি মাছ কেইটা ধৰি আনি পেচনৰ আগত দিলেহি। পেচনে মাছ কেইটা কি বুদ্ধি কৰি পানীৰ পৰা উঠালে আবৰ কেইটাক নুসুধিলে। মাছ কেইটা যে বিচাৰি আনি দিছে এয়ে বহুত। এদিন পেচনে সিহঁত কেইটাক কৈছিল, "ঐ ভাইহঁত, তহঁতৰ ককাইটোৰ হাতটো দুখ হৈ আছে। খৰি ফালিব নোৱাৰে। তহঁতি এই কুঠাৰটোৱে খৰি অলপ ফালি দেছোন।" সিহঁতে উত্তৰ দিলে, "কৰি পলাটো আমাৰ কাম নাই আছে। তহঁত মাইকী চবৰ সেইটো কাম আছে। তই পালি ল।" সেই বুলি কৈ সিহঁত কেইটা আঁতৰি গ'ল। সেই দিনাৰ পৰা পেচনে সিহঁতক একো কৰিবলৈ

নকয়। সেইবাবে আজি মাছ কেইটা বিচাৰি আনি দিয়াৰ কাৰণেও সিহঁতৰ পৰা একো জানিবলৈ মন নকৰিলে। পেচনৰ সৰু জীয়েক দুজনী স্কুলৰ পৰা আহি জা-জলপান খাই স্কুললৈ যোৱাৰ আগতে পাতি থৈ যোৱা খলহা দুখন চাবলৈ পিচফালৰ জানটোৰ ফালে দুইজনী দৌৰ মাৰিলে। জানটোৰ ওচৰ পাই পাৰতে দুইখন খলহা লাংখাই পৰি থকা দেখা পাই দুইজনী আচৰিত হ'ল। কোনে কৰিলে এইটো কাম? মনৰ দুখত দুইজনী ঘৰলৈ ঘূৰি আহি দেউতাকক সিহঁতি পাতি থৈ যোৱা খলহা দুখনৰ অৱস্থাৰ কথা জনালেহি। ফুলবৰৰ খলহাত দাৰঘাপ দিবলৈ কাৰ ইমান সাহস হ'ল? এই গাঁৱত ফুলবৰৰ লগত ফেপেৰি পাতি ধৰিবলৈ কোন মতা জন্ম হ'ল? ফুলবৰে বহুত পৰ চিন্তা কৰিলে। তাৰ পিচত আবৰ কেইটাই ধৰি অনা মাছ কেইটালৈ মনত পৰিল। এইটো ইহঁত কেইটাৰে কাম হব নে কি? এবাৰ চিন্তা কৰি সিহঁতৰ এটাক মাতি আনি সুধিলে, "ঐ ভাই, তহঁতি অনা মাছ কেইটা ক'ত কেনেকৈ ধৰিছিলি?"

সেই প্ৰশ্নটো লৈকেহে যেন সিহঁত বাট চাই আছিল। অত পৰে সিহঁতক ইমান ডাঙৰ কাম এটা কৰি মাছ কেইটা আনি দিয়াৰ কাৰণে কোনেও একো জানিবলৈ নিবিচৰাত যেন সিহঁতি মনত বৰ আঘাট পাই আছিল। এইবাৰ মাছকেইটা ধৰি অনাৰ বিষয়ে ফুলবৰে জানিবলৈ বিচৰাত আবৰটোৱে বৰ ফুৰ্ত্তি পালে। সিহঁত কেইটাই এককাল পানীলৈ নামি গৈ সেই বস্তু দুটা কেনেকৈ পাৰলৈ টানি আনিলে, পাৰলৈ টানি আনি একে ঘাপে কেনেকৈ বস্তু দুটা টুকুৰা বনাই তাৰ ভিতৰত সোমাই থকা মাছ কেইটা উদ্ধাৰ কৰি আনিলে আৰু বৌৰ হাতত দিলেহি, আবৰটোৱে হাতেৰে অঙ্গী-ভঙ্গী কৰি দেখোৱাই, মাছ কেইটা ধৰি অনাৰ বীৰত্বৰ কাহিনীটো ফুলবৰৰ আগত সবিশেষ প্ৰদৰ্শন কৰি দেখুৱালে। যেন সিহঁত কেইটাই খলহাত লাগি থকা মাছ কেইটা ধৰি অনা নাই, একেবাৰে সাগৰৰ তলিলৈ ডুব মাৰি গৈ একে তেপাতে চাৰিটাকৈ বিশাল আকাৰ তিমিমাছ ধৰি আনিহে বৌৱেকৰ হাতত দিছেহি। ফুলবৰ আৰু ছোৱালী দুজনীয়ে আবৰটোৰ ফালে ভেবা লাগি চাই থাকিল। একো কব নোৱাৰিলে। কিবা কৈ লাভো নাই বুলি জানে।

ফুলবৰৰ মতে এসপ্তাহ দিন তাৰ হাবি কেইপুৰাৰ ওপৰত চাৰিটাকৈ আবৰক নাচিবলৈ লগাই, ল'ৰা ধেমালি কৰোৱা হ'ল আৰু আবৰ কেইটাৰ মতে তিনিপুৰা হাবি কাটি সম্পূৰ্ণ খটম কৰি দিয়া হ'ল। যেই কি নহওঁক সিহঁতৰ কাম শেষ হ'ল যেতিয়া সিহঁতক প্ৰাপ্য টকাখিনি দি বিদায় দিব লাগে। ৰাতিপুৱা ভাগতে সিহঁতক সন্তুষ্ট মতে খোৱাই বোৱাই সিহঁতৰ প্ৰাপ্য টকাখিনি দি ফুলবৰ আজৰি হ'ল। টকাখিনি হাত কৰি লোৱাৰ পিচত সিহঁতি পেচন বৌৱেকলৈ চাই ক'লে, " বৌ, আমাক এতিয়া তই বক্‌চিচ হিচাবে আমাৰ চাৰিটাক চাৰিটা এৰি চাদৰ কাপোৰ দে।"

এইবাৰহে পেচনৰ মূৰত পানী ঢালিব লগা অৱস্থা হ'ল। জপাত সোমোৱাই থোৱা

এৰিচাদৰ দহখন সেমেকি যোৱাত ফালি টান ৰ'দটো পাই আটাই কেইখন উলিয়াই দীঘল ডাৰডালত ৰ'দ খাবৰ বাবে পেচনে মেলি দিছিল। ৰ'দত মেলি থোৱা কাপোৰ কেইখনৰ ওচৰলৈ গৈ আবৰ চাৰিটাই বহুপৰ ধৰি পিটিকি মোহাৰি চাই থকা পেচনে লক্ষ্য কৰিছিল। কিন্তু তাৰে এখন এখন যে সিহঁতি বক্চিচ হিচাপে বিচাৰিব পেচনে সপোনতো ভাবিব পৰা নাছিল।

পেচনে সিহঁতক বুজালে যে সেইবোৰ কাপোৰৰ মূল্য বহুত। বক্চিচ হিচাবে দিব পৰা বস্তু সেইবোৰ নহয়। তাৰ বদলি সিহঁতক এখন এখন গামোচা দিব বিচাৰিলে। কিন্তু সিহঁত নাচোৰ বান্দা। এৰি চাদৰ কাপোৰ সিহঁতক লাগিবই। নহলে সিহঁতি ঘৰলৈ নাযায়। উপায়ন্তৰ হৈ চাৰিখনৰ ঠাইত দুখন এৰি চাদৰ কাপোৰ আনি পেচনে সিহঁতৰ হাতত দিলেহি। কাপোৰ দুখন লৈ সিহঁতে পেচনৰ চকুৰ আগতে যিহে অত্যাচাৰ চলালে, কোনো শিপিনীয়ে স্থিৰেৰে চাই থাকিব নোৱাৰে। সিহঁতৰ কঁকালত বান্ধি লৈ ফুৰা দা খনেৰে ৰেপি ৰেপি দুখন এৰিচাদৰ কাপোৰ চকুৰ পচাৰতে চাৰিখন কৰি চাৰিওটাই ভাগ কৰি ল'লে। তাৰ পিচত কাকো মাত এষাৰ নলগোৱাকৈ কুঁ-কুঁৱাই ওলাই গুচি গ'ল। যোৱাৰ আগতে অৱশ্যে সিহঁতি লগত ৰাখি থোৱা আচল যাদুৰ বাকচটো "শঙ্খ" টো ঘূৰাই দি যাবলৈ নাপাহৰিলে। ❑❑

# যোল্ল

আঘোণ মাহ। ধনী দুখীয়া সকলো মানুহ নিজৰ নিজৰ খেতি চাপোৱাৰ কামত ব্যস্ত। গুড়থালি হাবি আৰু এৰাকুমতীয়া দ উহনি আৰু হোলা অঞ্চলত ভাঙিবলৈ বাকী থকা পেহীআটী গেজেপনী হাবি ডৰাত থকা বনৰীয়া জন্তু বিলাকে ৰাতি ভাগত বহুত খেতিয়কৰ খেতি নষ্ট কৰিছে। দিনৰ ভাগত আকৌ ধুৰন্ধৰ বান্দৰ জাক আহি দাৱনীয়ে দাই থোৱা মুঠিবোৰকে খাই আৰু কিছুমান চুচৰাই চুচৰাই লৈ গৈ হাবিত সোমোৱাই খাইগৈ। বান্দৰ জাকে মাইকী মানুহলৈ অলপো ভয়কে নকৰে। দাৱনীৰ হাতৰ পৰাই মুঠি কাঢ়ি লৈ যায়। সেইবাবে দাৱনীৰ লগত মতা মানুহ এটা ৰখিয়া হৈ থাকিব লগা হৈছে। পেহীআটীৰ তেসত্তৰ ঘৰ মানুহৰ এই মাহটোত কাৰো ভালমতে শুৱন খাৱন নাইকীয়া হৈছে। এইকেইটা জীৱ জন্তুৰ উৎপাতেই জুৰিছে, তাতে আকৌ দৈত্যৰ ওপৰত দানৱ পৰাদি কৰবাৰ পৰা এটা প্ৰকাণ্ড অকলশৰীয়া বনৰীয়া হাতী আহি পেহীআটীৰ সেই গেজেপানী হাবিডৰাত সোমালহি। কেইটামান পেহী আঁতি গাঁৱৰ ডেকাই খৰি বিচাৰি হাবিত সোমাওঁতে হাতীৰ খোজ দেখি আহিছে। সেই একেদিনাই কেইজনীমান দাৱনীয়ে হাবিডৰাৰ কাষত ধানদাই থাকোতে হাতীটোৱে হাবিডৰাৰ পৰা মুকলিলৈ ওলাই আহি, তাৰ শুঁৰেৰে সিহঁত কেইজনীক পাকমাৰি ধৰিবলৈকে লৈছিল। ভাগ্যে এজনীয়ে আগতীয়াকৈ দেখা পাই চিঞৰ বাখৰ কৰি দৌৰি দৌৰি আহি ঘৰ সোমালহি বুলিহে ৰক্ষা পৰিল। তাৰ পিচদিনা দিন দুপৰতে ভূৱন নামৰ আদহীয়া এজনক বনৰীয়া হাতীটোৱে খেদি আনি নিজৰ ঘৰৰ ভিতৰতে সোমোৱাই থৈ গ'লহি। ঘূৰি যাওঁতে আকৌ ঘুটুলাই বোলাটোক বাটতে লগ পাই একে খেদাই নি অকণ হঁতৰ বাৰীৰ ডাঠ কলনিডৰাৰ মাজত সোমোৱাই এৰি থৈ গ'ল। সেই একেদিনাই ভৰ দুপৰীয়া লেকাই, পদ্ম, চন্দ, দিননাথহঁতে ধানৰ দাঙৰী বান্ধি থাকোতে হাতীটোৱে হাবিৰ মাজৰ পৰা ওলাই সিহঁতলৈ খেদামাৰি আহিল। সিহঁত কেইটাই দৌৰি পলাল। কিন্তু সিহঁতৰ দাৱনী কেইজনীয়ে সিহঁতৰ লগত দৌৰিব নোৱাৰি ডাঠ ধাননিৰ তলত লেৰবাই লুকাই দিহে প্ৰাণ কেইটা বচালে। ধানৰ দাঙৰীবোৰ হাতীটোৱে গছকি ফেনেকী শেষ কৰি পেলালে।

এইবোৰ উৰা বাতৰি আহি ফুলবৰৰ কাণতো পৰিছেহি। কিন্তু ফুলবৰে সেইবোৰ কথাত কাণ চকু দিবলৈ সময় নাই। নিজৰ পকাধান চাপোৱাৰ কামতে একাণ পতিয়াকৈ লাগি আছে। সেই কথাবোৰ শুনা চতুৰ্থ দিনা ৰাতিপুৱাই ফুলবৰে দেখাপালে সিহঁতৰ

ঘৰৰ ফালে পেহীআটীৰ কাঠনি চুকৰ সকলো ৰাইজ- বুঢ়া-বুঢ়ী, ডেকা-জীয়ৰী, সৰু-ডাঙৰ সকলো ফোফাই জুফাই দৌৰি আহিছে। কোচত, কান্ধত, পিঠিত লৰা-ছোৱালীবোৰ লৈ বোৱাৰীবিলাকে কুকুৰ খোজত আহি আছে। ঘটনা কি জানিবলৈ ফুলবৰে নিজৰ পদুলিৰ মুখতে ঠিয়হৈ ৰ'ল। ফুলবৰৰ নাম শুনিলেই তিনিজাপ মৰা গাওঁবাসীয়ে আজি তেওঁলৈ কেৰেপ নকৰি, তেওঁৰ গাৰ কাষে দিয়েই তেওঁৰ চোতাললৈ হুৰমুৰকৈ সোমাই গৈ চোতালত মাটিতে বহি ফেফাবলৈ ধৰিলে। চাওঁতে চাওঁতে দহ মিনিট মানৰ ভিতৰতে তেওঁৰ প্ৰকাণ্ড চোতালখন মানুহে নধৰা হ'ল। কাৰোৰে মুখত মাত নাই। সকলোৰে মাত্ৰ ঘনাই উশাহ লবলৈ ধৰিছে।

ঘটনাটো কি জানিবৰ কাৰণে ফুলবৰে বুঢ়া কেইজন মানলৈ চাই সুধিলে, "এই ব্ৰহ্মপুৰাতে ইমানবোৰ ৰাইজ মোৰ ঘৰলৈ ইমান ল'ৰা-ঢপৰাকৈ অহাৰ কাৰণ কি?"

বুঢ়া-বুঢ়ী কেইটাই ফেফনি কোবত ফুলবৰৰ কথাৰ উত্তৰ দিবই নোৱাৰিলে। ডেকা এটাই ক'লে, "আমাৰ হাবিত সোমাই থকা হাতীটো আজি বলিয়া হ'ল। সি আমাৰ গাঁৱৰ সিটো মূৰৰ পৰা ঘৰ দুৱাৰ, গছ-গছনি ভাঙি মানুহ-দুনুহ মাৰি এইফালে আহি আছে। আমি অহালৈকে ছঘৰ মান মানুহৰ ঘৰ-দুৱাৰ ভাঙি শেষ কৰিলেই। আপোনালোকো পলাবলৈ সাজু হওঁক। আমি খন্তেক আপোনাৰ চোতালতে জিৰাইছো। তাৰ পিচত পুনৰ ঘিলামৰাৰ ফালে পলাব লাগিব। নহ'লে আমাৰ ৰক্ষা নাই। এইখিনি আহি পাবলৈ তাৰ বেচি সময় নালাগে। সি একেবাৰে কালৰূপ ধৰি আহিছে। গতিকে আপোনালোক সাজু হওঁক।"

কথাখিনি একে উশাহতে কৈ ডেকাটোৱে ডিঙি মেলি হাতীটোৱে ধ্বংস কৰি অহাৰ ফালে চালে। কিজানি ওচৰ পালেহিয়েইবা। তাৰ কথা শুনি ফুলবৰে সেই ডেকাটিলৈ চাই প্ৰশ্ন কৰিলে, "আমিও তোমালোকৰ লগতে পলাই যাম বাৰু। তাৰ আগতে কোৱাচোন হাতীটোৱে ঘৰ-দুৱাৰ ভাঙি এইফালে আহি থকা তুমি নিজেই দেখি আহিছানে?"

সি মুখখন সেমেনা সেমেনি কৰি ক'লে, "মই নিজে দেখা নাই যদিও কথাটো সঁচা। মোক নিজ চকুৰে দেখি অহা কাঞ্চাই কৈছে। এইবাৰ কাঞ্চালৈ চাই ফুলবৰে সুধিলে, "কাঞ্চাই কাৰ কাৰ ঘৰ ভঙা দেখিছিলা?"

কাঞ্চাই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ চোতালত তলমূৰকৈ বহি থকা মুখমেলালৈ চাই ক'লে, "মই অৱশ্যে নিজ চকুৰে দেখা নাই। মই মিছা কথা নকওঁ। মোক সৌ মুখ মেলাই খবৰটো দিলেহি।" তেতিয়া মুখ মেলাই নিজেই ঠিয়হৈ জনালে যে, "কেহুৱে পোহৰ হওঁ কি নহওঁতেই তাৰ বাৰীৰ পিচফালে শৌচ কৰিবলৈ গৈছিল। সি বাহিৰ ফুৰিবলৈ নাপালেই। এনেতে পগলা হাতীটো তাৰ বাৰীলৈ সোমাই আহি তাৰ ঘৰ দোৱাৰ সকলো ভাঙি খাষ্টাং কৰিলে। লগে লগে সি তাৰ পাঁচ বছৰীয়া ল'ৰাটোক আৰু

মাইকীজনীক লৈ মোৰ বাৰীৰ মাজেদি সোমাই খৰখেদাকৈ মোক খবৰটো দি ঘিলামবাৰ ফালে পলাল।"

তেতিয়া ফুলবৰে সকলো ৰাইজলৈ চাই সুধিলে "আমাৰ ইয়াত উপস্থিত থকা কোনোবাই বলিয়া হোৱা হাতীটোক আজি দেখা পাইছিল নেকি?" ফুলবৰৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি প্ৰত্যেক প্ৰত্যেকৰ মুখলৈ চোৱা চুই কৰিবলৈ ধৰিলে। কোনেও মই দেখিছিলো বুলি কব নোৱাৰিলে। তেতিয়া ফুলবৰে গহীনাই ক'লে, " তোমালোকে শুনা কথাটো সঁচাই হওঁক বা মিছাই হওঁক বৰ্ত্তমান তোমালোকে ভয়ত আতুৰ হৈ ক'লৈকো পলাই যাব নালাগে। মোৰ ঘৰতে খোৱা-পিৰা কি পোৱা খন্তেক বহি মেলি আৰাম কৰা। মই হাতীটো চাই আঁহো। সি বৰ্ত্তমানলৈকে কিমান ঘৰ ভাঙিলে আৰু এতিয়ামানে আহি কোনখিনি পাইছেহি মই এবাৰ চাই আঁহো। পলাব লগা হ'লে মই তোমালোকক জনামহি।" এই বুলি কৈ ফুলবৰে তেওঁৰ চিৰ লগৰী মিট দাখন হাতত লৈ খৰ খোজে মানুহবোৰ ভাগি অহাৰ ফালে আগুৱাই গ'ল। গৈ গৈ তেওঁ গাওঁখনৰ সিটো মূৰ পালেগৈ। গাওঁখনৰ সেইটো মূৰৰ শেষৰ ঘৰটোৱেই কেহুৰামৰ ঘৰ। কেহুৰামৰ ঘৰটোৰ ওচৰ পায়েই দেখা পালে, মানুহবোৰে কোৱাৰ দৰে তাৰ ঘৰটো হাতীটোৱে ভাঙি লাং লাং ঠাং ঠাং কৰাটো মিছা। তাৰ ঘৰ মাত্ৰ দুটা। এটা ভঁৰাল ঘৰ আৰু আনটো মানুহ থকা দুই কোঠালিয়া এটি সৰু ঘৰ। দুইটা ঘৰ ঠিকেই আছে। বাটতো কাৰো ঘৰ ভাঙি থকা দেখি নাহিল। তেন্তে সেই হাতীটোৱে ভাঙিলে কাৰ ঘৰ? আজি ৰাতিপুৱাই ইমান মিছা কথা কৈ গাঁৱৰ মানুহবোৰক ইমান হাৰাশাস্তি কৰা বাবে কেহুৰাম নামৰ মানুহটোলৈ ফুলবৰৰ বৰ খং উঠিল। সি সেইখিনিৰ পৰা ঘূৰি আহিবলৈকে লৈছিল। এনেতে কেহুৰামৰ কলনি বাৰীৰ ফালে 'চৰক' কৰা শব্দ এটা শুনিবলৈ পালে। সি সতৃষ্ণ নয়নে শব্দটো হোৱা ফালে চালে। হয়, হাতী এটাই কেহুৰামৰ বাৰীৰ ভীমকল এজোপা পেলাই লৈ তাৰ পতোৱা এচটা এচটাকৈ এৰুৱাই বৰ আৰামেৰে খাই আছে। হাতীটো কেহুৰামৰ ভঁৰালটোৰ আঁৰলৈ ভালকৈ চালে। হাতীটো তাৰ বনৰীয়া বা বলিয়া যেন নালাগিল। আৰু অলপ দেৰি চাই জানিব পাৰিলে সেইটো মতা হাতী নহয় মাইকী হাতীহে। এইদৰে বহুত পৰ নিৰিক্ষণ কৰি থাকোতে এবাৰ দেখিবলৈ পালে যে হাতীজনীৰ আগফালৰ সোঁ ভৰিটোত ছয়/সাত হাত মান দীঘল এডাল শিকলি লাগি আছে। শিকলিডাল দেখা পাই সি নিশ্চিত হ'ল যে সেইজনী ঘৰচীয়া হাতী। কিবা কাৰণত শিকলি চিঙি পলাই আহি এইখিনি পাইছেহি। এইবাৰ সি নিৰ্ভয়ে হাতীজনীক দেখা দিলে। হাতীজনীয়ে তাৰফালে মূৰ তুলি চালে, তাৰ পিচত পুনৰ খোৱাত মন দিলে। হাতীজনীৰ মনত কোনো খং ভাব বা আক্ৰমণৰ ভাব নেদেখি সি কেহুৰামৰ তলা নমৰা ভৰালটোৰ পৰা ধানৰ ডাঙৰি এটা উলিয়াই আনিলে। ডাঙৰিটো নি সি হাতীজনীয়ে খেদি আহিলে নিজকে বচাব পৰা ব্যৱধানত

থিয় হৈ দুটা মুঠি তাইৰ ফালে দলিয়াই দি ক'লে, "খা কাবেৰী" হাতীজনীয়ে ফুলবৰে দলিয়াই দিয়া ধানৰ মুঠি দুটা টানি নি মুখত ভৰালে। তাইৰ গৃহস্থই হাতীজনীক কি নামেৰে মাতে সি নাজানে। গতিকে মাইকী হাতীক কি কি নাম সাধাৰণতে দিয়া হয় সি মনত পেলাই পেলাই গাই গ'ল। গঙ্গা, যমুনা, লক্ষ্মী, গোলাপী, বহাগী, কৃষ্ণা, ধৰিত্ৰী, অম্বা, ময়ুৰী, সৰস্বতী, নাই। মিছা হ'ল। সি মতা এটা নামো তাইৰ পছন্দ হোৱা নাই। সি অনা ডাঙৰীটোৰ মুঠিও প্ৰায় শেষ হৈ আহিল। শেষত তোক কি বুলি মাতিম ঐ 'ৰাণী মাই' বুলি কোৱাত তাই মুঠিৰ ধান খাবলৈ এৰি তাৰফালে টংধৰি চালে। তেতিয়া সি বুজিলে যে তাইৰ নাম তেন্তে 'ৰাণী মাই'। সি বাকী কেইটা মুঠি হাতত লৈ 'ৰাণীমাইৰ' ওচৰলৈ গৈ তাইৰ শুঁৰডালত মুঠিবোৰ লগাই লগাই দি ক'লে, "খা ৰাণী মাই, পেট ভৰাই খা। মই তোক ঘৰলৈ নিবলৈ আহিছো।" হাতীজনীয়ে বৰ আৰামেৰে ফুলবৰৰ হাতৰ পৰা মুঠিবোৰ নি খাবলৈ ধৰিলে। ফুলবৰে আৰু কাষ চাপি গৈ তাই শুঁৰডালত মৰমেৰে হাত বুলালে। তাই বৈ দিলে। তাৰ পিচত হাতীজনীৰ গোটেই গাটো মোহাৰি ঢকিয়াই মৰম কৰি দিলে। লাহে লাহে সি ভৰিত লাগি থকা শিকলিডালৰ খাৰুৱাটো খুলি টানি আনি খেৰেংকৈ হাতীজনীৰ সন্মুখত পেলালে। হাতীজনীয়ে দুবাৰমান শিকলি লাগি থকা ভৰিটো দাঙি পাৰি চালে। আৰাম পাই সুখী হ'ল। তাৰ পিচত পলম নকৰি ফুলবৰে হাতীজনী বইট কৰাইলৈ তাই পিঠিত শিকলিডাল তুলি দি নিজেও ওপৰত উঠি লৈ মাউতৰ আসনত বহি ললে। সি আসন লোৱাৰ লগে লগে হাতীজনীয়ে ঠিয় হৈ সি ভৰিৰে ইঙ্গিত কৰা মতে আগুৱাই যাবলৈ ধৰিলে।

ফুলবৰৰ চোতালত গোটখাই থকা মানুহ বোৰৰ চকু থিয়হৈয়ে আছিল। দূৰতে সিহঁতৰ ফালে গৈ থকা হাতীজনী দেখি ভয়ত চিঞৰ বাসৰ কৰি পলাবলৈ দৌৰা দৌৰি লগালে। হাতীজনীৰ ওপৰতযে মানুহ এটা উঠি গৈছে সিহঁতে মনেই কৰা নাছিল। সিহঁতে হাতীজনী সিহঁতৰ ফালে আগুৱাই যোৱা দেখি ভাবি লৈছিল যে অকলশৰীয়া ফুলবৰক পাই হাতীটোৱে তাক মাৰি শেষ কৰি এতিয়া সিহঁতৰ ফালে আগুৱাই আহিছে। মানুহবোৰ পালাবলৈ দৌৰ মৰা দেখি ফুলবৰে চিঞৰিলে, "ঐ ভয়াতুৰহঁত, পলাব নালাগে। তহঁতি কণা নেকি ? মই তহঁতৰ বলিয়া হাতীটোৰ ওপৰত উঠি আহিছো দেখা নাই।"

ফুলবৰৰ গগন ফলা চিঞৰ শুনিও কিছুমান পলাল, কিছুমানে ভয়ে ভয়ে ডিঙি মেলি হাতীটোৰ ফালে চাই ফুলবৰক হাতীটোৰ ওপৰত বহি অহা দেখিলে। সিহঁতি সপোনেই দেখিছেনে দিঠকতে দেখিছে তত্ ধৰিব নোৱাৰি বুঢ়া মেথা এমখা ৰ'ল। এমখা বহু দূৰলৈ দৌৰিলে, দূৰৰ পৰাই ফুলবৰ আৰু হাতীজনীৰ পালে চাই থাকিল। সিহঁত মখাই নিজৰ নিজৰ মনতে গুণা গঠা কৰিছে - সিহঁতে এইবোৰ কি অলৌকিক

কাণ্ড দেখিছে? বলিয়া হোৱা বনৰীয়া হাতী এটাৰ ওপৰত ফুলবৰ আহি আছে। ফুলবৰে কিবা ভেলেকি দেখুওৱা নাইতু? সিহঁতৰ মনৰ খুদুৱনী অন্ত নপৰিল। হাতীজনী আনি নিজৰ চোতালত ঠিয় কৰাই যেতিয়া ফুলবৰে হাতীজনীৰ শুঁৰডালেদি বগাই নামি তাইক চুই মেলি মৰম কৰা দেখিলে তেতিয়াহে এটি দুটিকৈ মানুহবোৰ চাপি আহিল আৰু সিহঁতবোৰৰ মুখলৈ পানী আহিল। দুই এজনৰ মুখত হাঁহিও দেখা গ'ল।

ফুলবৰে হাতীজনীক খাবলৈ ধান এপাচি তাই সম্মুখত দি ভয়াতুৰ গাওঁবাসীলৈ চাই ক'লে, "তোমালোকে আনৰ কথা শুনি, সঁচা মিছা বিচাৰ নকৰাকৈ মিছাতে ভয় খাই ঘৰবাৰী এৰি পলাই আহিছা। এই হাতীজনীয়ে আমাৰ গাঁৱৰ কাৰো এটাও ঘৰ ভঙা নাই। কেহুৰামৰ ঘৰও ভঙা নাই। মাত্র তাৰ বাৰীৰ ভীমকল এডালহে ভাঙি খাইছিল। তোমালোক এতিয়া নির্ভয়ে ঘৰাঘৰী যোৱা আৰু নিজৰ নিজৰ কামত ধৰাগৈ। হাতীজনীক বিচাৰি মালিক নহালৈকে মোৰ ঘৰতে এই থাকিব। যোৱা, শুনা কথাত নিদিবা কাণ, দেখাতো লবা তিনিটা প্ৰমাণ।"

ফুলবৰক নমস্কাৰ, ধন্যবাদ, জয় আমাৰ ফুলবৰ বীৰৰ জয়, আদি ধ্বনি দি দি মানুহবোৰ গ'লগৈ।

পিচে হাতীজনীকলৈ ফুলবৰৰহে বিপদ হ'ল। এইক কি কৰা যাব এতিয়া? কাৰ হাতী এইজনী? কৰ পৰা আহি এইখিনি ওলালহি? কিয় শিকলি চিঙি আহিব লগা হ'ল? গিৰিহঁতে বিচাৰি অহালৈকে তেওঁ লগতে ৰাখিবনে, খেদি দিব? অনেক প্ৰশ্নই আহি তেওঁৰ মনত বাহ ললেহি। শেষ দুই চাৰিদিন তেওঁৰ লগত ৰখাটোকে সিদ্ধান্ত ললে। তেওঁ নিবিচৰাকৈয়ে আকৌ ওপৰিঘিঁ কাম এটা বাঢ়িল। প্ৰতি দিনে ৰাতি পুৱাই নিজৰ বাৰীৰ কলগছ এডাল খাবলৈ দি আঠমান বজাত ওচৰৰ তৰানি ডৰাত এৰিথৈ আহেগৈ। বেলি ডুবাৰ লগে লগে তাইক হাবিৰ পৰা আনি নিজৰ বাৰীৰ জৰিগছ এজোপাৰ তলতে কল কেইডাল মান আগত দি, সেই চুটি শিকলি ডালেৰে মাটিৰ পৰা ওলাই থকা শকত শিপা এডালত বান্ধি থয়। তাই একো আমনি নকৰে। বৰ জাতী হাতী। যিটো ভৰিৰে তাই শিকলিডাল চুচৰাই লৈ ফুৰিছিল, সেই ভৰিটোত ঘাঁ লাগি ঠাই টুকুৰা গেলি হাতীজনীয়ে বৰ কষ্ট পাইছিল। ফুলবৰে নিজৰ কাম বাদ দিও হাতীজনীৰ সেই ঘাঁ টুকুৰা শুকুৱাবলৈ পুৱা আৰু গধূলি দুইবেলা যত্ন লৈছিল। ফুলবৰে ডিব্ৰুগড়ৰ চন্দ্ৰ প্ৰসাদৰ ঘৰত থাকোতেই হাতীৰ ঘাঁ লাগিলে শুকাবলৈ বন্ধা বনৌষধ শিকি আহিছিল। পিছে ঔষধৰ গছ কেইজোপা বিচাৰি ফুৰোতেহে তেওঁৰ অশেষ কষ্ট আৰু সময় খৰচ হৈছিল। ইফালে আঘোন মহীয়া দিন। তিনি চাৰিজনীয়া দাৱনীয়ে দোৱা ধানৰ মুঠিবোৰ চপাব লাগে। হাতীজনীক গৰম পানীত নিমখ মিহলাই ভৰিটো ধুৱাই ঔষধ বান্ধি শেষ কৰে মানে প্ৰায় এঘন্টা সময়েই যায়গৈ। ফুলবৰৰ যত্ন আৰু কষ্টই ফল ধৰিলে। পোন্ধৰ দিন মান একেৰাহে ঔষধ

লগোবাৰ পিচত ঘাঁ টুকুৰা শুকাল। হাতীজনীয়ে ভৰিটো এচাৰিবলৈ এৰিলে। তাক এতিয়া হাতীজনীয়ে ভালকৈ চিনি পোৱা হ'ল। তাই তাৰ মাতটোও বুজি পোৱা হ'ল। আজি কেইদিন মানৰ পৰা সি গধূলি হাতীজনীক আনিবলৈ হাবিলৈ যাব নালাগে। তাৰ পথাৰৰ পৰা তাই শুনাকৈ 'আহ ৰাণী মাই, আহ' বুলি দুবাৰ মান মাতিলে নিজেই আহি চোতালত বৈ দিয়েহি। চোতালত আহি ঠিয় হোৱাৰ লগে লগে পেচনে ধান কেইমুঠিমান পাচি এটাত নি তাইৰ আগত দিয়েগৈ। তাই সেই খিনি খাই নিজৰ বন্ধা ঠাইত বৈ থাকেগৈ। ছোৱালী কেইজনীয়ে কেতিয়াবা গাওঁৰ পৰা পকা কল বিছাৰি আনি হাতীজনীক খাবলৈ দিয়েহি।

চাওঁতে চাওঁতে তিনিটা মাহ পাৰ হৈ গ'ল। হাতীজনীয়ে সিহঁতৰ নিজৰ নহয় সেই কথা ফুলবৰৰ পৰিয়ালে পাহৰিয়েই গৈছিল। মাঘ মাহৰ এদিন দুপৰীয়া অচিনাকী দুজন মানুহ আহি ফুলবৰৰ ঘৰত উপস্থিত হ'লহি। ফুলবৰৰ তেতিয়া ঘৰত নাছিল। কেনিবা ওলাই গৈছিল। পেচনে মানুহ দুজনক বহিবলৈ দি তামোল চালি খোৱাই লৈ তেওঁলোকৰ পৰিচয় আৰু আগমনৰ কাৰণ সুধিলে। তেতিয়া মানুহ এজনে নিজৰ পৰিচয় ডাঙি ধৰি ক'লে, "মোৰ নাম প্ৰতাপ সোনোৱাল। মোৰ ঘৰ ৰাজগড়, ওখ মাটিত। আজি তিনিমাহ মানৰ আগতে মোৰ হাতী এজনী হেৰাইছে। বহুত বিচাৰিও কতো পোৱা নাই। আপোনালোকৰ ঘৰত হাতী এজনী বান্ধি ৰাখিছে বুলি শুনি আহিলো। মোৰ লগত অহা এইজন সেই হাতীজনীৰে মাউট।"

পেচনে মানুহ দুজনৰ পৰিচয় জানিব পাৰি হাতীজনী তেওঁলোকৰ ঘৰত আজি তিনিমাহ কিয় পুহিব লগা হ'ল, তেওঁৰ স্বামীয়ে কেনেকৈ তাইক ধৰি আনিলে, ভৰি এটাত লগা ঘাঁ টুকুৰা কেনেকৈ ভাল কৰিলে আদিৰ পৰা অন্তলৈকে বিৱৰি জনালে। তাৰ পিচত হাতীজনীয়ে কি কাৰণে শিকলি চিঙি ইমান দূৰলৈ পলাই আহিব লগা হ'ল জানিবলৈ বিচাৰিলে।

তেতিয়া প্ৰতাপ সোনোৱালে জনালে "এই হাতীজনীক আন কেইবাটাও হাতীৰ লগত পাহাৰত কাঠ টনাবলৈ নিছিলো। ৰাতি এইক বান্ধি থোৱাৰ অৱস্থাত বনৰীয়া হাতী কেইটামান আহি আক্ৰমণ কৰিছিলহি। আমি কেম্পত খবৰটো পাই দৌৰি আহি বনৰীয়া হাতী কেইটাক লগ পালেহি কিন্তু মোৰ হাতীজনীক দেখা নেপালেহি। তাই আমি আহি পোৱাৰ বহুত আগতেই শিকলিডাল চিঙি পলাল। সেই দিন ধৰি তাইক বিচাৰিয়েই ফুৰিছো। আজি তিনি মাহেও বিচাৰি যেতিয়া তাইক নাপালো, তাই কৰবাত শিকলিডাল পাকখাই লাগি ধৰি মৰিল বুলিয়েই আশা এৰি দিছিলো। পিছে আজি তিনিদিনৰ আগত আপোনালোকৰ ইয়াৰে কেহৰাম নামৰ মানুহ এজনক লগ পালো। আমি দুয়ো একেখন বাচৰ ওচৰ ওচৰি দুটা চিতত বহি নগাওঁৰ পৰা আহি আছিলো। আমি দুয়ো কথা পাতিবলৈ চিনাকী হৈ লোৱাৰ পিচত, সময় পাৰ কৰিবৰ বাবে বহুত কথাই আলোচনা কৰিলো। শেষত হাতী ধৰাৰ বিষয়ে আলোচনা চলিল। তেতিয়া কেহৰাম বোলা মানুহ জনে

মোক জনালে যে তেওঁলোকৰ গাঁৱৰ ফুলবৰ নামৰ মানুহ এজনে বনৰীয়া পগলা হাতীকো মোহিনী বান মাৰি ঘৰচীয়া কৰিব পাৰে। তেনে বনৰীয়া পগলা হাতী এজনী ধৰি আনি নিজৰ ঘৰত বান্ধি ৰাখিছে। তাইৰ নাম দিছে, "ৰাণীমাই"। ৰাণীমাই আহ বুলি ক'লেই তাই দৌৰি আহি মানুহজনৰ আগত হাজিৰ হৈ দিয়েহি। মোৰ হাতীজনীৰ নামো "ৰাণী"। "ৰাণী মাই" অৱশ্যে নহয়। তথাপি মোৰ মনটোত খুদুৱনী লাগিল। মই বিচাৰি ফুৰা হাতীজনীয়েই বা ? গতিকে সবিশেষ জানিবলৈ মানুহ জনক মই বহুত প্ৰশ্নই কৰিলো। তেওঁ জনাখিনি ক'লে। তেওঁৰ পৰা আপোনালোকৰ ঠিকনাটো লৈ বহুত আশা বুকুত বান্ধি আজি আপোনালোকৰ ঘৰত ওলাইছোহি। দয়া কৰি আপোনালোকে যদি আমাক হাতীজনী চাবলৈ দিয়ে তেন্তে সুখী হম।"

পেচনে ক'লে "নিশ্চয় চাব পাৰিব।" ৰাণীমাইক বান্ধি থোৱা নাই। সৌ হাবিডৰাতে মেলি থোৱা আছে। চাই আহক গৈ। আমাৰ এখেত ঘৰত থকাহেতেন ঘৰতে চাব পাৰিলে হয়। তেখেতে মাত লগাই দিয়া হলে ঘৰলৈ গুছি আহিলে হেতেন।"

মানুহ দুজন উঠি পেচনে দেখাই দিয়া হাবি ডৰাৰ ফালে গলগৈ। তাৰ পাচত ফুলবৰ আহি ঘৰ সোমালেহি। পেচনে গিৰিয়েকক সকলো কথা জনালে। হাতীজনীৰ মালিকেই আহি ওলাইছেহি বুলি শুনি ফুলবৰে বৰ আনন্দ পালে। অন্যহাতে ইমান দিনে মৰম দিওতা হাতীজনীক এৰি পঠাব লাগিব বুলি ভাবি অন্তৰত আঘাটো পালে।

ইফালে হাতীজনীৰ গিৰিহঁত আৰু মাউট দুয়ো হাবিত সোমাই দুই তিনি ঘন্টা অশেষ চেষ্টা কৰিও কোনো এজনেই হাতীজনীৰ কাষ চাপিব নোৱাৰিলে। শেষত ঠোঁট মুখ চেলেকি ফুলবৰৰ ঘৰ ওলালেহি। আহি পায়েই ফুলবৰৰ লগত চিনা পৰিচয় হৈ হাতীজনী ধৰি দিবলৈ অনুৰোধ জনালে। ফুলবৰে ক'লে, "মই হাতীজনী আজি তিনিমাহ দিন পোহপাল দি ৰাখি আছো। তাইৰ আচল গিৰিহঁত আহি পোৱাৰ অপেক্ষাত। মই যাৰে তাৰে হাতত "হাতীজনী মোৰ" বুলি কলেই পঠাই দিব নোৱাৰো। মই ঘৰত নথকা অৱস্থাত মোৰ অনুমতি নোলোৱাকৈ হাতীজনী ধৰি আনিবলৈ আপোনালোক গৈছিল কিয় ?

আপোনালোক দুজন চোৰ নে ডকাইট ?"

ফুলবৰৰ কথা শুনি মানুহ দুজনৰ বুকু কঁপি গ'ল। প্ৰতাপ সোনোৱালে ভয়ে ভয়ে হাতযোৰ কৰি ক'লে "আমি আপোনাৰ পৰিবাৰৰ অনুমতিলৈহে হাতীজনীক ধৰি আনিবলৈ গৈছিলো।"

"মিছা কথা, মোৰ পৰিবাৰে তাইক চাবলৈহে আপোনালোকক অনুমতি দিছিল। ধৰি আনিবলৈ নহয়।" ফুলবৰ গৰজি উঠিল।

ফুলবৰৰ গুজৰণীত দুইজনৰ মুখত মাত হৰিল। হাতীজনীৰ মালিকে একো নমতা দেখি মাউটটোৱে মাত লগালে "হয় দাদা, আপোনালোকৰ বৌৱে আমাক হাতীজনী চাই আহিবলৈহে পঠাইছিল। তাতগৈ আমি হাতীজনী দেখি আমাৰ হেৰুৱা হাতীজনীয়েই

হয় বুলি চিনি পালো। সেয়েহে তাইক ধৰি আনিবলৈ যত্ন কৰিছিলো।"

ফুলবৰে মাউতটোলৈ তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি সুধিলে, "কি নাম তোমাৰ?"

"ওমৰ আলি" ফুলবৰৰ তীক্ষ্ণ দৃষ্টি সহ্য কৰিব নোৱাৰি তলমূৰ কৰি উত্তৰ দিলে মাউটটোৱে।

"কেইবছৰ হ'ল মাউতৰ চাকৰি কৰা?"

'বিশ বাইশ বছৰ কম হোৱা নাই।"

"তেন্তে তুমি কেনে ধৰণৰ মাউত? বিশ বাইছ বছৰ হাতীৰ লগত খেলিও ঘৰচীয়া হাতী এজনীকে বশ কৰি ধৰি আনিব নোৱাৰিলা। মই বুজিব পাৰিছো, তোমালোক আচলতে হাতীজনীৰ গিৰিহঁত নহয়। তোমালোক দুই নম্বৰী ধান্দাত আহিছা। মই তোমালোকৰ হাতত হাতীজনী গতাব নোৱাৰো। তোমালোক যোৱাগৈ। আচল মালিক বুলি নিশ্চিত প্ৰমাণ পালেহে মই হাতীজনীক তেওঁৰ হাতত গতাব পাৰিম।"

ফুলবৰৰ কথা শুনি প্ৰতাপ সোনোৱাল বিমূৰত পৰিল। তেওঁ চিন্তা কৰি চাইছে, এই মানুহজনে সঁচা বা উচিত কথাকেই কৈছে। লাখটকীয়া সম্পত্তি এটা কোনো প্ৰমাণ নোহোৱাকৈ 'মোৰ' বুলি মুখৰ কথাৰে দাবী কৰিলেই বিনা বিচাৰে যাৰে তাৰে হাতত গতাই দিয়াতো উচিতো নহয়। আচলতে তেওঁ নিজেও হাতীজনীৰ আচল মালিক নহয়। হাতীজনীৰ আচল মালিকনী কিনাৰ ৰচিদ পত্ৰবোৰ ভাগিনীয়েকৰ হাতত বা ভিনিহীয়েকৰ হাতত আছে। গতিকে বহুত ভাবি চিন্তি প্ৰতাপে বিনীত ভাৱে জনালে "দাদা, আপোনাৰ উচিত বিচাৰত মই সুখী হৈছো। আপোনাৰ কথাই মোক আঘাট দিয়া নাই। মই আজি হাতীজনী নিম বুলি আহিছিলো যদিও সেই আশা ত্যাগ কৰিলো। আপোনাৰ ওচৰত উচিত প্ৰমাণ দেখুৱাই মেলিহে হাতীজনী নিবলৈ আহিম। আপুনি ঠিকেই ধৰিছে। হাতীজনী আচলতে মোৰও নহয়। মোৰ ভিনিদেউ এজনে তেওঁৰ একমাত্ৰ জীয়েক জনীৰ নামত কিনিদি মোক মাত্ৰ হাতীজনীৰ ৰখিয়াহে পাতি থৈছে। গতিকে মই আপোনাক কথা দিলো যে এই হাতীজনীৰ আচল মালিকনীক আপোনাৰ ওচৰত সাজিৰ কৰাইহে এইক নিবলৈ আহিম। লাখটকীয়া সম্পত্তি এটাৰ উচিত মূল্য বুজাৰ কাৰণে মই আপোনাক হাজাৰ বাৰ ধন্যবাদ দিছো। আজিলৈ বিদায়। এসপ্তাহৰ পিচত পুনৰ আহিম।"

মানুহ দুজন পেচনৰ হাতেৰে চাহ জলপান খাই গলগৈ। মানুহ দুজনক খেদি কামটো ভাল কৰিলেনে বেয়া কৰিলে, ফুলবৰে এবাৰ চিন্তা কৰি চালে। লোকৰ হাতী, গিৰিহঁত আহিছিল। দি পঠোৱা হলেই লেঠা চিগিল হেতেন। মিছাতে আকৌ দুদিন মানলৈ কিয় লেঠাখন চপাই ললে? বেছি দিনলৈ ৰাখি থলে তাইনো তাক কি সোণ হাগি দিব? এদিন দি পঠাবই লাগিব। তাইকনো আজীৱন ৰাখিব কিয়? বৰঞ্চ তাই তাৰ কামহে খতি কৰিছে। মানুহ দুটাই তাক নুসুধাকৈ স্ব-ইচ্ছাই হাতীজনী ধৰি আনিবলৈ যোৱাটোৱেই

তাৰ খং । গৈছিলি গৈছিলি, তহঁতৰ হাতীজনী ধৰি আনিব নোৱাৰিলি কিয় ? ধৰিব নোৱাৰি তাক কিয় খাতিৰ কৰিছিলহি ? হাতীজনীৰ ওচৰলৈ শেনটোহে গৈ, ফেঁচাটোহে কিয় ঘূৰি আহিলি ? ধৰি আনি 'এইক লৈ যাওঁ' বুলি কব পৰা হেঁতেন একো কথাই নাছিল। পঠাই দিলেহেঁতেন। কিন্তু দুই তিনি মাহ দিন বাট চাব পাৰিলি, মোৰ বাবে দহ মিনিট সময় বাট চাব নোৱাৰিলি ? এই দুটাৰ লগত হাতীজনীক নপঠাই ভালেই কৰিলো। সিহঁতি স্বীকাৰো কৰিছে নিজৰ হাতী নহয় বুলি। দক্ষিণ পাৰৰ কৰবাৰ ভাগিনীয়েকৰ হাতী। ভিনিয়েক এটাই কিনি খুলালিয়েকক ৰখিয়া পাতি থৈছে। এইবাৰ আহক চোন ভাগিনীয়েক জনী। তাইনো হাতীজনী নিজৰ বুলি কি প্ৰমাণ দেখুৱাই চাই লওঁ। এই বোৰকে ভাবি গুণি থাকোতে বেলি পৰিবই হ'ল। হাতীজনীক মাতিবলৈ হাবিখনৰ ফালে আগুৱাই গ'ল।

এসপ্তাহ পাৰ হ'ল। হাতীজনীৰ মালিকনী অহাৰ নাম গোন্ধেই নাই। ফুলবৰে বিশেষ কাম এটাত নগৰৰ ফালে যাব লগা হ'ল। পুৱা চাহ জলপান খায়েই বাছ ধৰিবৰ কাৰণে তেওঁ ওলাই গ'ল। যোৱাৰ আগতে ঘৈণীয়েকক ক'লে, "মই আবেলি পৰত ঘৰ আহি পামহি। হাতীজনী বিচাৰি কোনোবা আহিলে মই ঘূৰি নহালৈকে কাকো নিবলৈ নিদিবা।"

সময় দি যোৱা মতেই ফুলবৰ নগৰৰ পৰা ঘূৰি আহি ঘৰ পালেহি। ঘৰৰ ভিতৰত সোমায়েই তেওঁ দেখিলে ড্ৰইংৰুমত ছয় সাতজন মান মানুহ বহি, তেওঁৰ পৰিবাৰ, জীয়েক দুজনী আৰু বোৱাৰীয়েক পদুমীৰ লগত হাঁহি মাতি কথা পাতি আছে। কোনোবা আপোন মানুহ নহলে আমাৰ এই মখাই কিয় হাঁহি মাতি কথা পাতিব ? প্ৰথম দৃষ্টিতে ফুলবৰে এজনক চিনি পাইছে। এসপ্তাহৰ আগতে অহা সেই প্ৰতাপ সোনোৱাল নামৰ মানুহটো। বাকী পুৰুষ দুজন আৰু মহিলা দুগৰাকী কোন ?

কোনো মাত বোল নকৰি দৰ্জা মুখৰ পৰাই আলহি কেইজনলৈ ৰ লাগি চাই থকা দেখি, মহিলা এগৰাকীয়ে মাত লগালে, "ধূৰ্ত ফুল, তুমি আজি ক'ত হাৰিবা ? ভেশচন ধৰিবলৈ তোমাৰ সেই নাৰ্চৰ ড্ৰেচ আৰু পঞ্জাবীৰ পাগুৰিটো আছেনে নাই ? আছে যদি এইযোৰ খুলি তাৰে এযোৰ পিন্ধি আঁহাগৈ।"

মহিলা গৰাকীৰ এই কথা কেইষাৰে সুদীৰ্ঘ ডেৰকুৰি বছৰৰ আগৰ দিন বোৰৰ স্মৃতি তাক মনত পেলাই দিলে। তাৰ মনত সঘনাই মহিলা গৰাকীৰ বাক্য কেইটাই ক্ৰিয়া প্ৰতিক্ৰিয়া কৰিবলৈ ধৰিলে। মহিলা গৰাকীৰ কাষতে বহি থকা হাঁহি মুখীয়া ভদ্ৰ লোকজনলৈ ভালকৈ চাই সি চিনি পালে। "দেউতা ! মা ! বুলি চিঞৰিলে। দুইজনৰে ভৰিত দীঘল দি পৰিল। মাক বাপেক দুয়োয়ে তাক ধৰি তুলি দিলে। তিনিও জনৰ চকুৰে আনন্দৰ অশ্ৰু বাগৰি আহিল। মাক-বাপেক, পুতেকৰ ত্ৰিশ বছৰৰ মূৰত তিনিও জনৰে চকুত পুনৰ মিলনৰ অশ্ৰু দেখি কোঠাত থকা বাকী সকলোৰেও চকুবোৰ মোহাৰিলে। বাপেক চন্দ্ৰ প্ৰসাদে চকীৰ পৰা ঠিয়হে ফুলবৰক পুনৰ এবাৰ আকোৱালী ধৰি বুকুত

সোমোৱাই ললে। ক্ৰমান্বয়ে আকুল, আবেগৰ পৰিস্থিতিটো শান্ত হোৱাৰ পিচত, ফুলবৰৰ জীয়েক দুজনীৰ মাজত তলমূৰকৈ বহি থকা সুপ্ৰিয়ালৈ এবাৰ ফুলবৰে চকু দিলে। তাইক মাত লগাবলৈ সাহ কৰিব নোৱাৰি, প্ৰতাপ সোনোৱালৰ কাষত বহি থকা ডেকা ফুলবৰৰ দ্বিতীয় সংস্কৰণ চেহেৰাৰ যুবকজনৰ মুখলৈ এবাৰ চালে। বহুত বছৰৰ আগতে কোৱা বৌৱেক জেউতীৰ কথা এষাৰলৈ তাৰ মনত পৰি গ'ল। "সুপ্ৰিয়াৰ পাঁচ বছৰীয়া ল'ৰাটোৰ চেহেৰা বাপেকৰ নিচিনা নহৈ তোমাৰ দৰে হৈছে। সুপ্ৰিয়াই গৰ্ভধাৰণ কৰা দিনাও তোমাকে স্মৰণ কৰি আছিল চাগৈ।" হয়, নিশ্চয় পুষ্পকেই হ'ব এইটো। যিটো পুষ্পকে আজি এমাহৰ আগতে বিলাতত ডাক্তৰি শিক্ষা শেষ কৰি ঘৰলৈ ঘূৰি আহিছে বুলি সিদিনা বাতৰি কাকতত পঢ়িবলৈ পাইছিল। লগতে পাচপৰ্ট চাইজৰ ফটোও দেখিছিল। ফুলবৰ যোৱা দেখি পুষ্পক বহাৰ পৰা উঠি নমস্কাৰ দিলে। ফুলবৰে প্ৰতি নমস্কাৰ নজনাই তাক নিজৰ বুকুত সাৱটি ধৰিলে। সাৱটি ধৰি থাকিয়েই সুধিলে — "তুমিয়েই ডাক্তৰ পুষ্পক নোহোৱানে ?" যুৱকে ক'লে, "হয় ময়েই পুষ্পক। পিচে মোৰ নামটো আপুনি কেনেকৈ জানিলে ?" যুৱকজনে আচৰিত হৈ প্ৰশ্ন কৰিলে। ফুলবৰে ক'লে — 'মই তোমাৰ মামা, মমায়েকে নিজৰ ভাগিনিয়েকৰ নামটো নাজানিলে কেনেকৈ হ'ব ? তোমাৰ খা-খবৰ মই লৈয়ে থাকো। আজি এমাহৰ আগতে তুমি বিলাতৰ পৰা ডাক্তৰি শিক্ষা শেষ কৰি ঘৰলৈ ঘূৰি আহিছা। নহয় বুলি কোৱা ?'

পুষ্পকে ক'লে — 'হয় মামা ! মই এতিয়া বুজি উঠিলো যে আপুনি সঁচাই মোৰ খা-খবৰ ৰাখিছে। মায়ে মিছাতে আপুনি আমাৰ কোনো খা-খবৰ নলয় বুলি চিন্তা কৰি থাকে।'

ফুলবৰে পুষ্পকক বাহু বন্ধনৰ পৰা মুক্তি দি ক'লে — "মাৰে তেনেকুৱাই। কেৱল চিন্তা কৰি চকুলো বোৱাই কান্দিব জানে বাদ বাকী একো কৰিব নাজানে। এতিয়া বহা। পিছত কথা হ'ম।' এইবুলি কৈ পিন্ধি থকা কাপোৰ সাজ খুলিবলৈ নিজৰ কোঠালৈ গ'ল। ড্ৰইং ৰুমৰ পৰা ওলাই আঁহোতে ফুলবৰে সুপ্ৰিয়াৰ ফালে চাইছিল। সুপ্ৰিয়াইও তাৰ ফালে চাইছিল। চাৰি চকুৰ মিলন হৈছিল। কিন্তু এজনেও হাঁহিব পৰা নাছিল।

পিছদিনা ৰাতিপুৱা ফুলবৰৰ সোনকালে শুই উঠি পকা ভীমকল দুআথিমান ওলমাই লৈ হাতীজনীৰ ওচৰলৈ খোজ ল'লে। আগদিনা গধূলি আলহিৰ লগত কথা বতৰা পাতি থকাৰ কাৰণে হাতীজনীক জীয়েক সৰু জনীয়েই ভৰিত শিকলিডাল লগাই থৈ আহিল। ফুলবৰ আৰু পেচন এজনেও তাইক উলটি চাবলৈ সময় উলিয়াব নোৱাৰিলে। গতিকে পুৱাই কল কেইআথি খাবলৈ দিও গৈ বুলি ফুলবৰ গৈ তাইৰ কাষ পালেগৈ। ফুলবৰে গৈ দেখা পালে তাতকৈ আগতে গৈ সুপ্ৰিয়াই হাতীজনীৰ ওচৰত ঠিয় হৈ আছে। কল এআথি হাতীজনীৰ শুৰডালত লগাই দি ফুলবৰে সুপ্ৰিয়াৰ মুখলৈ নোচোৱাকৈয়ে ক'লে — 'হাতীজনীৰ চিন্তাত তোমাৰ ৰাতি টোপনিয়েই নধৰিলে যেন

পাইছো। চিন্তা কৰিব নালাগে। আচলতে তোমাৰ এই হাতীজনীৰ জৰিয়তে তাইৰ মালিকনীজনীৰ মুখখন এবাৰ হেঁপাহ পলুৱাই চাবলৈ পাম বুলি আশা কৰিয়েই মোমাই দেউতাক হাতীজনী দি নপঠালো।

সুপ্ৰিয়াই ক'লে —'মই আহি দিলত এতিয়া তেল মাৰি শুনাব নালাগে। আজি অত বছৰ হৈ গ'ল। কোনোবা দিনা মোলৈ মনত পেলাইছিলনে ?'

ফুলবৰে ক'লে — 'তোমালৈ সদায় মনত পৰে। কিন্তু তোমাৰ স্বামী প্ৰশান্তৰ ভয়ত মই তোমাক দেখা কৰিবলৈ যাব পৰা নাই। তোমাৰ বৰজনা জীৱন ককাইদেউৰ মুখে তোমালোকৰ সকলো খা-খবৰ লৈ থাকো।

সুপ্ৰিয়াই হাতীজনীৰ গাটো মোহাৰি থাকি ক'লে — 'মোৰ মানুহজনলৈ ইমান যদি ভয়েই, তেন্তে ভয় লগা মানুহজনলৈ মোক বিয়া দিছিল কিয় ?'

ফুলবৰে শেষৰ কলআষি হাতীজনীক দি ক'লে — 'বিয়াৰ পিছত তুমি যে মোৰ কথা সকলো তোমাৰ স্বামী দেৱতাৰ আগত বখলিয়াই দেখুৱাবা, মইতো ভাবিবই পৰা নাছিলো। তোমাৰ স্বামী দেৱতাৰ আগত অন্ততঃ মোক তোমাৰ নিজৰ ককাইদেউৰ মৰ্যদাকণ দি দেখুৱাব পাৰিলাহেঁতেন।

সুপ্ৰিয়াই ক'লে — 'মোৰ সৰ্বশৰীৰতে যেতিয়া আপুনিয়েই বিৰাজমান হৈ থাকে, তেন্তে মোক দেখাজনে মোৰ লগতে আপোনাকো দেখা পাবই। মই আপোনাক লুকুৱাই ৰাখিম ক'ত ?'

ফুলবৰে ক'লে — 'শুনা তেন্তে, মই তোমাক কেৱল তোমাকেই বিচাৰিছিলো। তোমাক নিজৰ কৰি পাবলৈ মোৰ অন্তৰে হাঁহাকাৰ লগাইছিল। কিন্তু তোমাৰ উজ্বল ভৱিষ্যতৰ কথা চিন্তা কৰি, তোমাৰ ভৱিষ্যতৰ সুখ শান্তিৰ কথা চিন্তা কৰি মই তোমাৰ পৰা আঁতৰি আহিলো। মই সেইকণ ত্যাগ কৰাৰ পৰা আঁতৰি আহিলো। মই সেইকণ ত্যাগ কৰাৰ কাৰণে তুমি এতিয়া অন্ততঃ এটা হালুৱাৰ পৰিবাৰ নহৈ এজন নামজ্বলা ডাক্তৰৰ পৰিবাৰ ৰূপে সুখে শান্তিৰে জীৱনটো কটাব পাৰিছা। মই সেইটোকে বিচাৰিছিলো

ফুলবৰৰ কথা শুনি সুপ্ৰিয়া উচুপি উঠিল। তাই উচুপি উচুপি ক'লে — 'আপুনি ভুল ভাবিছে। মই অলপো সুখী নহওঁ। মোৰ গোটেই জীৱন চকুপানী টুকুতেই গৈছে। আপোনাৰ বন্ধু প্ৰশান্ত মানুহ নহয়। সি এটা ৰাক্ষস, এটা নৰ হত্যাকাৰী পাষণ্ড। মোৰ বাকীবোৰ সন্তানো আপোনাৰ চেহেৰা পাতি লয় বুলি ভয় কৰি পুষ্পকৰ পিছত পাঁচটা সন্তান মোৰ গৰ্ভতে নষ্ট কৰি পেলাইছে। পুষ্পককো সি চকুপাৰি দেখিব নোৱাৰে। সেয়েহে মই তাক মা-দেউতাৰ টকা-পইচাৰে তাৰ চকুৰ আঁতৰত, আমেৰিকাত ৰাখি পঢ়োৱাৰ ব্যৱস্থা কৰিলো। নামত স্ত্ৰীৰ মৰ্যদা দিলেও মই এতিয়া তেওঁৰ পৰা বহুত দূৰত। মই প্ৰায় দিনবোৰ মা-দেউতাৰ ঘৰতে কটাওঁগৈ। ল'ৰাটো আমেৰিকাৰ পৰা ঘূৰি আহিল। মই এতিয়া নিশ্চিন্ত। দুই এদিনতে প্ৰশান্তৰ লগত আইনৰ জৰিয়তে বিবাহ

বিচ্ছেদ ঘটাই দুলিয়াজানৰ ঘৰ চিৰদিনৰ বাবে ত্যাগ কৰি ডিব্ৰুগড়ৰ মা-দেউতাৰ ঘৰলৈ যামগৈ। মই মোৰ বৃদ্ধা দিন কেইটা কিছু শান্তিৰে কটাবলৈ বিচাৰো।'

পৰিস্থিতিটো বদলি কৰিবৰ কাৰনে ফুলবৰে বেলেগ প্ৰসঙ্গ অৱতাৰণা কৰি সুধিলে— 'যি ভাল দেখা কৰিবা। তুমি সুখী হ'লে ময়ো শান্তি পাম। পিছে তোমাৰ হাতীজনীক বন্দী কৰি ৰাখি থোৱা মানুহটো মই বুলি ভাবিছিলানে আন কোনোবা বেলেগ ফুলবৰ বুলি ভাবিছিলা? তোমাৰ মোমাই দেউতাৰাইতো নিশ্চয় তোমাৰ হাতীজনী ধৰি ৰখা মানুহটোৰ নাম কৈছেগৈ ছাগে?

সুপ্ৰিয়াই ম্লান হাঁহি এটা মাৰি ক'লে, " বেলেগ এজন ফুলবৰ ইমান কণ সৎ সাহস আছে বুলি মই ভাবিব নোৱাৰো। মোৰ মোমাইদেউ প্ৰতাপ সোনোৱাল এজন সাংঘাটিত অহংকাৰী লোক। তেওঁ বোলে আজিলৈকে আপোনাৰ বাদে কাৰোৰে ওচৰত সেউ হৈ পোৱা নাই। থানাৰ পুলিচেও তেওঁৰ নাম শুনিলেই ভয়তে কঁপি থাকে। তেনেজন প্ৰতাপক নিপাত কৰি দক্ষিণ পাৰলৈ খেদিব পৰাজন কোন ফুলবৰ হব পাৰে? গতিকে মই মা-দেউতা আৰু আপোনাৰ পুষ্পকক লৈ আপোনাক দেখা কৰিবলৈ আহিছো। মোৰ হাতীজনীক বন্দীত্বৰ পৰা মুক্তি দিবলৈ নহয়। হাতীজনীৰ কথা চিন্তা কৰাহেঁতেন মই নাহি পুলিচ পঠালো হেঁতেন। মোৰ হাতীজনীয়েও তাইৰ আচল মালিক জনক বিচাৰি উলিয়াবহি পাৰিছে। গতিকে মোৰ হাতীজনীৰ ইচ্ছাই পূৰ্ণ হওঁক। তাই ইয়াতে থাকক।"

ফুলবৰে ক'লে, "বাৰু সুপ্ৰিয়া, তুমি যে ক'লা আপোনাৰ পুষ্পক" বুলি? 'পুষ্পক' তোমাৰ আৰু প্ৰশান্তৰ দৈহিক সম্বন্ধত সৃষ্টি হৈছে। তেনেস্থলত তাৰ লগত মোক সাঙুৰিলা কিয়?"

সুপ্ৰিয়াই ক'লে, "মিছা কথা, প্ৰশান্তৰ লগত মোৰ কোনোদিন মন, প্ৰাণ আৰু হিয়াৰ সম্বন্ধ ঘটা নাই। প্ৰাশান্তৰ শৰীৰটোৱে মোক মাত্ৰ বলাৎকাৰহে কৰে। কিন্তু যেতিয়া মই প্ৰশান্তৰ শৰীৰটোকে আপোনাৰ শৰীৰ বুলি স্মৰণ কৰি কল্পনা কৰি লওঁ, সেইদিনাই মই গৰ্ভধাৰন কৰো। কিন্তু সেই ভ্ৰূণ হত্যাকাৰীটোৱে আপোনাৰ মোৰ মানস সন্তান কেইটাক এই পৃথিৱীখন দেখাৰ আগতেই প্ৰতিটোকে হত্যা কৰি পেলালে। বিয়াৰ পিছৰ পৰা আজিলৈকে সুদীৰ্ঘ আঠাইশ বছৰ চকুলো মচোতে মচোতে মোৰ চকুত চকুপানী শেষহে আহিছে। মই আজিকালি কান্দিবলৈ এৰি দিছো। আপোনাৰ প্ৰথম পুত্ৰ পুষ্পকক লৈয়ে মই সুখী হবলৈ যত্ন কৰিছো। মই এমাহৰ পিচতে ডুলিয়াজান এৰিম। তেতিয়া আপুনি আমাৰ খা-খবৰ লবলৈ যাব বুলি আশা কৰিলো।"

"নিশ্চয় যাম। তোমাক সুখী কৰি ৰখাই মোৰ জীৱনৰ ব্ৰত বুলি জানিবা।" ফুলবৰে ক'লে।

# সোতৰ

ডাওৰ বুঢ়া জৰি জোপা আৰিমন্ত ৰজাই খন্দা পুখুৰীটোৰ পাৰতে আছে। হাতীজনীও সেই গছজোপাৰ তলতে বান্ধি থোৱা আছে। পুখুৰীটোৰ পানীত পুৱা কুঁৱলীফালি ওলাই অহা ৰ'দৰ কোমল ৰশ্মিমালা পৰি তিৰবিৰাই উঠিছে। সেই তিৰবিৰাই থকা পানী খিনিলৈ চাই চাই, হাতীজনীৰ কাষৰ পৰা দুয়ো আঁতৰি আহিল। তাৰ পিছত এখুজি দুখুজিকৈ দুয়ো ওচৰা ওচৰিকৈ পুখুৰীটোৰ ওখ ওখ পাৰ বগাই গৈ থাকোতে সুপ্ৰিয়াই ক'লে, "এনে নিৰিবিলি গাঁৱলীয়া পৰিৱেশটো বোলে পুষ্পকৰ বৰ পছন্দ হৈছে। সৌটো চাওঁক, আপোনাৰ সৰু ছোৱালী দুজনীৰ লগত পুষ্পকটোৱে পথাৰৰ মাজে মাজে ধান কাটি নিয়া শুকান নৰাবোৰকে চাই চাই ক'ত ঘূৰি ফুৰিছেগৈ।"

ফুলবৰে ক'লে, "আমাৰ ইয়াত সেইবোৰকে নাচাই বহুৰূপী নগৰৰ সৌন্দৰ্য্যনো ক'ত উপভোগ কৰিবলৈ পাব? তুমি আৰু পুষ্পক দুয়ো ডেকা গাভৰু মানুহ। আমাৰ ইয়ালৈ আহোঁতে বাটত কষ্ট পালা যদিও সিমান ভাবিব লগা কথা নহয়। কিন্তু মা আৰু দেউতাক বাৰু তুমি কিয় টানি আনিব লাগে? তেখেতলোকে ব্ৰহ্মপুত্ৰ পাৰ হৈ এইচোৱা বাট আহোঁতে অলপ কষ্ট খাই আহিছেনে চাগে? ইয়াত ভাল গাড়ী এখন নাই। অসমত য'তমানে ভঙা-চিঙা পুৰণা গাড়ী আছে, সকলো কিজানি আমাৰ ইয়াতে চলাইছে। প্ৰতিখন ভঙা গাড়ীতে মানুহো জাপি আনে পান জপাদি। মায়ে চাগে বিষত ৰাতি শুবই নোৱাৰিলে?"

সুপ্ৰিয়াই হাঁহি মাৰি ক'লে, "পাওঁক মজাতো। পুতেকক চোৱাৰ হেঁপাহত আহিছে। মই টানি অনা নাই নহয়। ভায়েকৰ মুখে পুতেকৰ নাম শুনিয়েই আহিবলৈ একেবাৰে জাপ মাৰি উঠিল। কঁকালৰ বিষৰ বাবে ডিব্ৰুগড়ৰ পৰা মোৰ ওচৰলৈ এঘন্টা বাট যাবলৈ ইচ্ছা নকৰা মাই, পুতেকক চাবলৈ দিনটিয়া বাটত সাত সাঁকো বগাই, তিনি চাৰিমাইল খোজকাঢ়ি আহিবলৈকো সাহস কৰিলে। এতিয়া ঘূৰিগৈ কেকনি উঠালে মই সুদাই নেৰিম নহয়। ত্ৰিশটা বছৰেও মাক বাপেকৰ খবৰ এটা লবলৈ ইচ্ছা নকৰা পুতেকটোক চাবলৈ আহি গা বেয়া লাগিছে বুলি কেকালে কোনে সুদাই এৰিব?"

ফুলবৰে ক'লে, 'মোৰ সৰ্ব্ব দুখ ক্ষমা কৰি দিয়া। তোমাৰ ইমান কেইপাত চোকা অস্ত্ৰই মোৰ সৰ্ব্ব শৰীৰ জঠৰ কৰি পেলালে। মই তোমাক অনুৰোধ কৰিছো, আৰু অস্ত্ৰ প্ৰয়োগ নকৰিবা। আঁহা এতিয়া হাত ধুই চাহ খাওঁগৈ।'

দুয়ো গৈ চোতালত পেচনে সজাই থোৱা ঘটিৰ পানীয়ে মুখ হাত ধুই ড্ৰইংৰুমত

বহিলগৈ। ইতিপূৰ্বে মাক দেউতাক আৰু প্ৰতাপে চাহ খাই উঠি কথা পাতি আছিল। ফুলবৰ হঁতক দেখি চন্দ্ৰ প্ৰসাদে মাত লগালে— "ককায়েক ভনীয়েক হালেনো ইমান পৰে ক'ত ফুৰিছিলাগৈ?"

সুপ্ৰিয়াই হাঁহি এটা মাৰি ক'লে," ককাইদেউক নি মোৰ হাতীজনীৰ ওচৰ পোৱালোগৈ। এখেতে বান্ধি ৰখা হাতীজনীয়ে মোৰ হয়। তিনিটা প্ৰমাণ দেখুৱাই আহিলো। ১ম প্ৰমাণ মোৰ হাতীজনীৰ ভৰি চাৰিটা ২য় প্ৰমাণ মোৰ হাতীজনীৰ কাণ দুখন ডাঙৰ। ৩য় প্ৰমাণ মোৰ হাতীজনীৰ দীঘল এডাল শুঁৰ আছে। মোৰ তিনিওটা প্ৰমাণ যে সত্য ককাইদেৱে স্বীকাৰ কৰিছে। হাতীজনীক এতিয়া আমি নিব পাৰিম বুলি কৈছে।"

সুপ্ৰিয়াৰ কথা শুনি তাত বহি থকা আটায়ে হাঁহিলে। এনেতে সুপ্ৰিয়া আৰু ফুলবৰক বোৱাৰীয়েক পদুমীয়ে চাহ আনি আগত দিলেহি। চাহ খাই থাকোতে প্ৰতাপে মাত লগালে—"ভিনিদেউ, কালিয়েই আহি পাব লগা মাউতটো আজি অত পৰলৈকে আহি নাপালেহি। গতিকে মই পলম নকৰো। এতিয়াৰ পৰা গলেহে ৰাতি আঠ- ন বজাত গৈ ঘৰ পামগৈ। হাতীজনী সুপ্ৰিয়াৰ তিনিটাকৈ প্ৰমাণত মুক্তি হ'ল যেতিয়া, মই তাইক লৈ যাব পাৰো। আপোনালোকে কোনদিনা পুতেকৰ ঘৰৰ পৰা খুলশালিয়েকৰ ঘৰলৈ যায় য্যুব। মই দিন বাৰ তাৰিখ দি ফুলবৰ ভাগিনৰ অন্তৰত আঘাট নিদিওঁ। সুপ্ৰিয়া ভাগিনৰ হাতীজনীয়ে আমাৰ বহুজনৰ আত্মাৰ মিলন ঘটাই দিলে। তাৰ বাবে ফুলবৰ ভাগিনে মোক ধন্যবাদ দিয়া উচিত।"

ফুলবৰে ক'লে, "ধন্যবাদ নহয় মামা, মই সেইদিনা আপোনাক মোৰ নিজৰ মামা বুলি চিনিব নোৱাৰি বহুত টান কথাই শুনালো। তাৰ বাবে মই আপোনাৰ ওচৰত ক্ষমা বিচাৰিছো। মোৰ সৰ্ব্ব দোষ নিজৰ ভাগিন বুলি যেন ক্ষমা কৰি দিয়ে?"

প্ৰতাপে ক'লে, "মোৰ উপযুক্ত সাহসী ভাগিন এজনক আৱিস্কাৰ কৰি, মই আজি গৌৰৱবোধ কৰিছো। ইয়াত ক্ষমাৰ প্ৰশ্ন নাহে। লগতে ভিনিদেউহঁতৰ সৈতে নতুন ভাগিনৰ পৰিয়ালটিকো মোৰ ঘৰত দেখা পাম বুলি আশা কৰিলো।"

ফুলবৰে ক'লে, "মামা খৰধৰ নলগাব। ভাত এমুঠি খাই যাওঁক।

প্ৰতাপে ক'লে, " নহয় ভাগিন, বোৱাৰীয়ে তুমি গম নোপোৱাকৈয়ে যথেষ্ট খোৱালে। ভিনিদেউ বাইদেউহঁতে খাব। মই সোনকালে যামগৈ বুলি জানি, মোক ভিতৰলৈ মাতি নি নাখাওঁ বুলি কোৱাতো বলেৰে ধৰি এবাটি জলপান খোৱাইহে এৰিলে। গতিকে মোৰ পেটত আৰু একো নধৰে। মই এতিয়া আঁহো। মোক বিদায় নিদিলেও তোমাৰ ইমান দিন মৰম পোৱা হাতীজনীক বিদায় দিয়াহি।"

তেতিয়া সুপ্ৰিয়াই প্ৰতাপলৈ চাই ক'লে, "মামা, তুমি হাতীজনীক নিবাই নেকি?"

সুপ্ৰিয়াৰ প্ৰশ্নত মোমায়েক থত্ মত্ খাই গ'ল। তেওঁ সুধিলে, 'কিয়? নিব নালাগে নেকি?"

সুপ্ৰিয়াই ফুলবৰৰ ফালে চাই ক'লে, "নহয়, মানে হাতীজনীতো এতিয়া মোৰ হৈ থকা নাই। তাইৰ মালিক এতিয়া ককাইদেউ। তেখেতেবা কি কয়?"

ফুলবৰে হাঁহি মাৰি ক'লে, "নাই মামা, এইজনীৰ কথা নুশুনিব। এই পাগলীজনীৰ কথা এনেকোৱাই। মই ককায়েকটোৱে ভনীয়েকৰ হাতীজনী ডিণ্ডিত মাদলি পিন্ধিলৈ ঘূৰি ফুৰিব নোৱাৰো। তাইৰ হাতীজনী মোৰ টেটুৰ পৰা আঁতৰাই নি মোক শাস্তিৰে পৰিয়ালটোৰ বাবে দুসাজ ভাত মোকলাবলৈ আপুনি সুবিধাকণ যেন দিয়ে মামা।" ফুলবৰে হাতযোৰ কৰি প্ৰতাপক মিনতি জনালে।

সকলো নিমাতে ঘৰৰ ভিতৰৰ পৰা ওলাই আহি চোতালত ৰ'লহি। ফুলবৰে হাতীজনীক খুলি শিকলিডাল তাইৰ শুঁৰেৰে পাক মাৰি ধৰিবলৈ দি তাইৰ কাণ এখনত ধৰি চোতাললৈ আনিলে। পেচনে হাতীজনীক ধানৰ মুঠি দুটা খাবলৈ দিলে। হাতীজনীয়ে শিকলিডাল মাটিতে পেলাই পেচনে দিয়া মুঠি দুটা শুঁৰেৰে ধৰি ৰৈ থাকিল। মুখলৈ নিনিয়া দেখি পেচনে ক'লে, "খা ৰাণী মাই মোৰ তোক দিবলৈ একো নাই। এই লখিমী দুমুঠিকে খাই যাগৈ। শাও শপনি নিদিবি।" হাতীজনীয়ে তথা লাগি পেচনৰ ফালে চাই থাকিল। মুঠি দুটা মুখলৈ নিয়া নাই। অলপ পিচতে দেখিলে হাতীজনীৰ দুই চকুৰে পানী বাগৰি আহিছে। তাইৰ চকুত চকুপানী দেখি পেচনেও চাদৰ খনৰ আচলেৰে নিজৰ চকুযোৰ মোহাৰিলে। সেই সময়তে পেচনৰ জীয়েক দুজনীয়েও দুয়ো দুআঁথি পকা ভীমকললৈ আনি হাতীজনীৰ ফালে আগবঢ়াই দিলে। পেচনে দিয়া ধান দুমুঠি মাটিত থৈ ছোৱালী দুজনীয়ে আগবঢ়োৱা কল দুআঁথি শুঁৰডালেৰে ধৰি ৰৈ থাকিল। হাতীজনীৰ চকুপানী তাইৰ শুঁৰডালেৰেদি বাগৰি আহি টপৰ টপৰ মাটিত পৰিবলৈ ধৰিলে। হাতীজনীক যে আজি সিহঁতৰ ঘৰৰ পৰা বিদায় দিয়া হৈছে, সেই কথা তাই বুজি পাইছে। মুখেৰে প্ৰকাশ কৰি দেখুৱাব নোৱাৰি বেচেৰীজনীয়ে চকুপানী বোৱাই পেচন হতঁক বুজাই দিছে যে সিহঁতক এৰি যাবলৈ তাইৰ অন্তৰত দুখ পাইছে। হাতীজনীৰ অবুজ ভাষাৰ অৰ্থ বুজি সিহঁত তিনিওজনীয়ে হাতীজনীৰ বৈ অহা চকুলো মচি দি শুঁৰডালত হাত বুলাই দি ক'লে, "দুখ নকৰিবি ৰাণীমাই। তই নিজ ঘৰলৈ যাগৈ। আমি দিয়া বস্তু কেইটা খা। নহলে আমি বেয়া পাম নহয়?" সেই বুলি কোৱাৰ লগে লগে কল দুআঁথি মুখত ভৰালে। তাৰ পিচত মুঠি দুটা ডাঙিনি খালে। হাতীজনীৰ লগত পতা পেচনহঁতৰ কথা-বতৰাবোৰ সুপ্ৰিয়াহঁতে চাই থাকি স্থিৰেৰে ৰব নোৱাৰিলে। আটায়ে চকুবোৰ সেমেকি আহিল। বোৱাৰীয়েক পদুমীয়ে আহি হাতীজনীক এখন নতুন গামোচা দিলেহি। গামোচাখন লৈ তাই শুঁৰডালেৰে নিজৰ গাটো দুইফালে কোবাই লৈ পুনৰ ওচৰত ৰৈ থকা পদুমীৰ আগত দাণ্ডি ধৰি থাকিল। পদুমীয়ে হাতীজনীৰ শুঁৰডালত মৰম কৰি হাত বুলাই দি ক'লে, "মই তোক একেবাৰে দিছো। তই লৈ যা। তোক দিবলৈ মোৰ আৰু একো নাই। এইখনকে দিছো। তোৰ চকুলো ওলালে মোহাৰি লবি।" এই বুলি কলত হাতীজনী

দুখুজ আগুবাই গৈ ফুলবৰৰ কান্ধত গামোচাখন থলে। ফুলবৰে ক'লে, "ঐ ৰাণী মাই, এইখন মোক কিয় দিছ। আজিৰ পৰা মই তোৰ ৰখিয়া নহওঁ। তোৰ মালিকনীক দে।" এই বুলি গামোচাখন পুনৰ হাতীজনীৰ শুঁৰডালত দি সুপ্ৰিয়াক হাতত ধৰি টানি আনি হাতীজনীৰ সন্মুখত ঠিয় কৰাই দি ক'লে, "তোৰ আচল মালিকনী এওঁ। গামোচাখন এওঁক দে।" সঁচাকৈ হাতীজনীয়ে গামোচাখন সুপ্ৰিয়াৰ হাতত লগাই দি ধৰি থাকিল। গামোচাখন হাতীজনীৰ পৰা লৈ সুপ্ৰিয়াই ভিতৰলৈ দৌৰ মাৰিলে। প্ৰতাপে এঠাইত ঠিয়হৈ ৰ লাগি চাই আছিল। সুপ্ৰিয়াই গামোচাখন লৈ ভিতৰলৈ দৌৰি যোৱা দেখি মন্তব্য কৰিলে, "আচলতে এই হাতীজনীৰ গিৰিহঁত মোৰ ভাগিন সুপ্ৰিয়াও নহয় আৰু ৰখিয়া হিচাবে মইও অনুপযুক্ত। আজি তিনিমাহতে এই হাতীজনীক ফুলবৰ ভাগিনহঁতৰ পৰিয়ালটিয়ে মানুহৰ দৰে ব্যৱহাৰ কৰিবলৈ যি শিক্ষা দিলে, মই আজি দহ বছৰেও এইক একো শিক্ষাই দিব নোৱাৰিলো। আচলতে এই বিশাল প্ৰাণীটোৰ আমি মূল্যই বুজি নাপালো। যি এই প্ৰাণীটোৰ মূল্য বুজি পায়, মৰম দি আপোন কৰি লব পাৰিছে, তেওঁলোকহে এই হাতীজনীৰ আচল গৰাকী। মোৰ এতিয়া ৰাণীৰ ওচৰলৈকে যাবলৈ লাজ লাগিছে। কোনহঁতেৰেনো মই ইমান মৰম বিনিময় কৰিব পৰা পৰিয়ালটিৰ ওচৰৰ পঁৰা ৰাণীক আঁতৰাই নি তাইক নিৰ্জন হাবিত ৰাখোগৈ?"

ফুলবৰে একো নামাতি হাতীজনীৰ কাণখনত ধৰি ক'লে, "বইঠ, ৰাণী মাই।" হাতীজনীয়ে চাৰি আঠু পেলাই বহি দিলে। শিকলিডাল তাইৰ পিঠিত উঠাই দি প্ৰতাপলৈ চাই ক'লে, "আহক মামা, পলম কৰিলে ইফালে ঘৰ পাওঁতে আপোনাৰ বহুত ৰাতি হবগৈ। আপুনি ওপৰত বহি লওঁক।" বিনাবাক্যে তলমূৰকৈ আহি হাতীজনীৰ ওপৰত বহি ললে। প্ৰতাপ হাতীজনীৰ ওপৰত উঠাৰ পিচত ফুলবৰে ক'লে, 'উঠ'। তাই নুঠিল। 'উঠ ৰাণী মাই।' নাই তাই লৰচৰেই নকৰিলে। ফুলবৰে বুজি পালে, তাইৰ ওপৰত সিও উঠিব লাগে। তেতিয়া মাক-দেউতাকে চাই ক'লে, "দেউতা-মা, ৰাণী মাইক মই আগবঢ়াই দি আঁহো। নহলে এই যাবলৈ মন কৰা নাই। মোলৈ আপোনালোকে বাট চাই থাকিব নালাগে। গা-পা ধুই ভাত পানী খাব।" কথাষাৰ কৈয়ে সি লাপ মাৰি ৰাণীৰ ওপৰত উঠিল। সি পিঠিত উঠাৰ লগে লগে কোনো আদেশ নিদিয়াকৈয়ে ৰাণীমাই ঠিয় হ'ল। এইবাৰ আকৌ লাগিল লেঠা। মাউতৰ আসনত বহিল প্ৰতাপ। প্ৰতাপে ৰাণীক আগুবাই যাবলৈ ভৰি মাৰিছেহে মাৰিছে। তাই আগলৈ নগৈ পাৰে মানে তাইৰ মূৰটোহে জোকাৰিছে। তাৰ মানে ফুলবৰে মাউতৰ আসনত নবহিলে তাই লৰচৰ নকৰে। কথাটো বুজি পাই ফুলবৰে আসন বদলি কৰি বহিল যদিও এইবাৰ তাৰ শোকে খুন্দা মাৰি ধৰিলে। "যা ৰাণী মাই, তোক মই মোৰ ঘৰৰ পৰা খেদি পঠাবলৈ ওলাইছো।" বুলিকৈ ফুলবৰে সৰু ল'ৰা এটাৰ দৰে কান্দি দিলে। তাক কন্দা দেখি চোতালত বৈ থকা সকলোৱে কান্দিবলৈ ধৰিলে। ৰাণীমাই গৈ হাবিৰ মেচ্ এটাৰ আঁৰত নেদেখা হ'লগৈ। চোতালত বৈ থকা

মানুহখিনি দিহা-দিহি আঁতৰিল যদিও কাৰোৰে মুখত মাত নাই। পুষ্পক গৈ হাতীজনীয়ে দিয়া গামোচাখন বুকুত লৈ ওপৰলৈ মুখ কৰি বিচনাত পৰি থকা মাকৰ কাষত বহি ক'লে, "মা, এইটো দেখোন এটা বিৰাট করুণ দৃশ্য।"

সুপ্রিয়াই বাগৰ এটা মাৰি পুতেকৰ মুখলৈ চাই ক'লে, তোৰ মামা ফুলবৰে মৰম দি বনৰীয়া পশু পক্ষীকো কান্দোৱাব পাৰে। তোক মোক কান্দোৱাতো সাধাৰণ কথা। সেই কাৰণেই মই ৰাণী ইয়াতে থাকক বুলি কৈছিলো। তাইৰ বিদায়ৰ পৰত যে এনে করুণ পৰিস্থিতি এটা সৃষ্টি হব মই আগতেই বুজিছিলো।"

. পুষ্পাকে সুধিলে, "তুমি কেনেকৈ জানিছিলা মা?"

"কালি গধূলি বোৱাৰী পদুমী আৰু ভনীয়েৰা দুজনীয়ে হাবিৰ পৰা হাতীজনী মাতি আনি তাইক তিনিওজনীয়ে ভৰি-হাত ধুৱাই তেলটেঙা ঘঁহি দি যি মৰম কৰিছিল। মই দেখি অবাক হৈছিলো। মোৰ 'ৰাণী' যেন তেওঁলোকৰ কাৰণে এজনী হাতী নহয়, সঁচাই ৰজাৰ ঘৈণীয়েক ৰাণীহে। দৃশ্যটো চাই মোৰ এনেহে লাগিল যেন তেওঁলোকক পাই ৰাণীও অত্যন্ত সুখী হৈছে। মই ৰব নোৱাৰি সুধিয়েই পেলালো, "তোমালোকে সদায় এইক এনেদৰে শুশ্রূষা কৰা নেকি?" তেতিয়া ভনীয়েৰা দুজনীয়ে ক'লে, "হয় পেহীদেউ, আমি ৰাণী মাইৰ লগত অলপ নেখেলিলে ৰাণীমাই বেয়াই পায়। পিচদিনা আমাৰ কথা শুনিবলৈ মন নকৰি পেচ পাতি আঁতৰি ফুৰে।" পুষ্পকে ক'লে, ৰাণী ইয়াত থকা হেঁতেনেই আমি নিচিন্ত হব পাৰিলোহেঁতেন নহয় মা?"

মাক সুপ্রিয়াই একো নামাতি বিচনাৰ পৰা উঠি আঁতৰি গ'ল। আবেলি সময়ত ফুলবৰ আহি ঘৰ পালেহি। মাক ইলাই ফুলবৰক সুধিলে; "ৰাণীক বহুত দূৰত থৈ আহিলাগৈ নেকি? তাই ভালে কুশলে গৈছেগৈ নে?"

ফুলবৰে চকী এখনত তাৰ ভাগৰুৱা দেহাটো এৰি দি ক'লে, "নাই মা, মই তাইৰ ওপৰৰ পৰা নামি দিলেই বৈ দিয়ে। মামাৰ কথা অলপো নুশুনে, মোৰ লগত ঘূৰি আহিবলৈ বিচাৰে। উপায় নাপাই ঘূৰাই লৈ আহিম বুলিয়েই ভাবিছিলো। এনেতে মাউতটো আহি ওলালহি। দুই জনকে ৰাণীমাইক গটাই দি মই পলালো। দুইজন লাগি মৰিয়াই খতিয়াই নিছেগৈ।

মাকে দীঘল হুমুনিয়াহ এটা কাঢ়ি ক'লে, "মৰম আকলুৱা জীৱ। সকলো জীৱই মৰম বিচাৰে। তোমালোকৰ মৰমবোৰ ৰাণীক ডুবাই ৰাখিছিল দেহি। যোৱা সোনকালে গা-মুৰ ধুই আঁহা। পুৱাৰ পৰা হাতীজনীৰ লগত লাগি ফুৰোতেই গোটেই দিনটো গ'ল। বোৱাৰীয়ে তোমালৈ ভাত সজাই ৰাখিছে।

ৰব আনন্দ আৰু ৰং ধেমালিৰে মাজেৰে এটাকৈ সপ্তাহ কেতিয়া পাৰহৈ গল কোনো এজনেই গমকে নাপালে। আঘোণ মাহতে চপাই থোৱা বিভিন্ন জাতৰ ধানেৰে

পেচন আৰু পেচনৰ জীয়েক বোৱাৰীয়েকহঁতে বনাই দিয়া নিতে নতুন তৃপ্তি দায়ক জলপান আৰু কম কষ্টতে ধৰি অনা নানা ধৰণৰ মাছেৰে বনাই দিয়া ৰকম ৰকম আঞ্জা, ব্যঞ্জনৰ জুতি লৈ শেষ নৌ কৰোতেই সাতটা দিন পাৰহৈ গ'ল। দুটা ৰাতি কটাম বুলি অহা সুপ্ৰিয়াহঁতে গম নোপোৱাকৈয়ে সাতটা ৰাতি পাৰহৈ যোৱাত ঘৰলৈ ঘূৰিবলৈ উথপথপ লগালে। তেতিয়া ফুলবৰে ক'লে, "মা আৰু দেউতাই মোৰ ইয়াত ভোগালী বিহুটো খাই যাব। পুষ্পক আৰু ভনীয়ে যাবলৈ বিচাৰিছা যদি যোৱাগৈ। ইফালে প্ৰশান্তই চাগৈ এওঁলোক ঘূৰাত পলম হোৱাৰ বাবে চিন্তা কৰি বাটলৈ চাই আছে। দেউতাই চাকৰিৰ পৰা ৰিটায়াৰ হ'ল যেতিয়া নিচিন্তে মোৰ ইয়াত কেইদিনমান থকাত আপত্তি নাই। তোমালোক গৈ মা-দেউতাৰ ঘৰখনো চকু-কাণ দিবাগৈ।"

ফুলবৰৰ কথা শুনি সুপ্ৰিয়াহঁতৰ চাৰিওজনে পৰস্পৰে পৰস্পৰৰ মুখলৈ চোৱা চুই কৰিবই ধৰিলে। সুপ্ৰিয়াই ক'লে, "ককাইদেৱে আমাৰ হালক খেদাই দিছে যেতিয়া আমি দুটা যাবগৈয়ে লাগিব, পিছে আমি ককাইদেউ বৌদেউহঁতৰ মৰম আদৰ বুটলি থাকোতেই সাতটাকৈ দিন পাৰহৈ গ'ল। প্ৰতাপ মোমাইদেউহঁতৰ তালৈ যোৱাও নহ'ল আৰু এতিয়া তালৈ যোৱাৰ কথা চিন্তা কৰিব নোৱাৰো। মোৰ বাবে নহলেও পুষ্পকৰ চাকৰিটোৰ বাবেই সোনকালে ঘূৰিব লাগে। কি কোৱা মাঁ?"

মাকে কোৱাৰ আগতেই ফুলবৰে ক'লে, "মা-দেউতাই কবলৈ একো নাই। তোমালোক হালকো মই খেদাই দিয়া নাই। ঘৰলৈ যাওঁ বুলি উতল পাতল লগোৱাৰ বাবেহে যাবলৈ অনুমতি দিছো। বিশেষ কাম নাই যদি যিমান দিন ইচ্ছা যায় সিমান দিন থাকিব পাৰা।"

পুষ্পকে ক'লে, "নহয় মামা, মা নগলেও মই যাবই লাগিব। মই ঘৰৰ ওচৰতে চাকৰি এটা বিচাৰিছো। কলিকতালৈ মোক মাতি আছে। মাহঁতক এৰি মই দূৰলৈ যাবলৈ ইচ্ছা কৰা নাই। এই কেইদিনতে ডিব্ৰুগড়ৰ মেডিকেলতে কামত যোগদান কৰিবলৈ অনুমতি পত্ৰ পোৱা কথা আছে। গতিকে মই যাবই লাগিব।

তেতিয়া চন্দ্ৰ প্ৰসাদে মাত লগালে, "তহঁতহাল যাগৈ। পলম কৰিলে প্ৰশান্তই খং খাব। আমি মাঘ বিহু খাবলৈ নৰলেও দুই এদিন থাকি উত্তৰ পাৰখন কিছু ঠাই চাই চিতি লওঁ। দ্বিতীয় এবাৰ আকৌ এই পাৰলৈ আহিব পৰাৰ আশা আমাৰ নাই। প্ৰতাপ আৰু জীৱনহঁতৰ ঘৰলৈও এপাক মাৰি আহিব লাগিব।"

চন্দ্ৰ প্ৰসাদৰ সিদ্ধান্ত মতেই পিচদিনা পুষ্পক আৰু সুপ্ৰিয়া ঘৰলৈ গলগৈ। কিন্তু চন্দ্ৰ প্ৰসাদহঁত ফুলবৰৰ ঘৰতে মাঘ বিহুটো খাইহে ঘৰলৈ ঘূৰিল। ফুলবৰে মাক-বাপেকক সোণাৰী ঘাটলৈকে আগবঢ়াই দি আহিল। ❖❖

# ওঠৰ

ইফালে সেই দুখন ঘোঁৰা গাড়ীত দুগাড়ী বস্তু বোজাই দি ককায়েক মোহনক যি বিদায় দি নিজা ঘৰলৈ খেদিলে ; তাৰ পিচত আৰু আজি ছমাহে ককায়েকৰ খা-খবৰ লবলৈ আজৰিকে পোৱা নাই ফুলবৰে। অৱশ্যে খা-খবৰ লবলৈ তেওঁলোকৰ ঘৰলৈ যোৱাৰো ইচ্ছা নাই তেওঁৰ। ককায়েকটোৱে নিজৰ স্বাৰ্থ পূৰণৰ চিন্তাৰ অবিহনে অন্য চিন্তা কৰিবই নোৱাৰে। গতিকে তেনে মানুহৰ সঙ্গ ককায়েক হলেও ফুলবৰে ভাল নাপায়। সৌ সিদিনা তেওঁৰ পুৰণা গাঁৱৰ দুলালক লগ নোপোৱা হেঁতেন ককায়েকৰ ঘৰৰ খবৰ একোৱেই নাজানিলে হেঁতেন। দুলালৰ মুখে জানিব পাৰিলে যে সেই দিনা বেলি ডুবাৰ আগে আগেই গাড়ী দুখন গৈ ককায়েকৰ ঘৰ পালেগৈ। লগে লগে বস্তুবোৰ নমাই তামোল এখনো নোখোৱাকৈ গাৰুৱান দুজন পুনৰ ঘূৰি আহিল। আচলতে শহুৰেকে নিয়া বস্তুবোৰ দেখি ভুলগৈ ইমান দূৰ কষ্ট কৰি যোৱা গাৰুৱান দুটাক যে চাহ জলপান এমুঠি যাচিব লাগে, সেইকন জ্ঞান বোৱাৰীয়েক পুতেকৰ মগজুত নেখেলালেই। যেইকি নহওঁক, দুই তিনি সাজ অনাহাৰে থকা পু-বোৱাৰী, নাতি-নাতিনীহঁতে বুঢ়াক কান্ধতে তুলি লমনে, কোচতে বহোৱাম ভাবিকে পাৰ নোপোৱা হ'ল। পিচে বুঢ়াক দেখুওৱা সেই কৃত্ৰিম মৰম চেনেহ, আদৰ যত্ন বেছিদিন নিটিকিল। বুঢ়াই নিয়া বস্তুবোৰ খাইও শেষ হৈ আহিল, লগে লগে তেওঁৰ প্ৰতি দেখুওৱা আদৰ সাদৰবোৰৰো আয়ুস শেষ হৈ আহিল। ইয়াকে কয় — "খাবলৈ দিলে শত্ৰুকো বোলে ভাল, খাবলৈ নাপালে মিত্ৰজনকো দেখে যমকাল।" দুই তিনি সাজৰ মূৰতো এসাজ পেট ভৰাই খাবলৈ নোপোৱা পৰিয়ালটোৱে ৰাক্ষস খাৱনেৰে দিনটোত চাৰি সাজি খাই বুঢ়াই নিয়া চাউল, ধান কেই বস্তা খাই শেষ কৰোতে এমাহেই নালাগিল। তাৰ পিচত কৰে কি এতিয়া ? বুঢ়াই ঘৰটোৰ চালখন খুচা বিন্ধা মাৰি পানী নপৰা কৰি লবলৈ আৰু পাৰিলে সম্পূৰ্ণ উৱলি যোৱা চালখন নতুনকৈ চাই লম বুলি ভাবি নিয়া খেৰ দুশও বুঢ়াই গম নোপোৱাকৈয়ে গলধন ধৰা ডেকা নাতিয়েক তিনিটা আৰু বোৱাৰীয়েক লগ লাগি কম মূল্যত বিক্ৰী কৰি দি দুদিন মান চাউল, মাছ মাংস কিনি দৰনি পিটি খালে। বুঢ়াই ভায়েকে দি পঠোৱা সকলো বস্তু খাই শেষ কৰাৰ পিচত পুতেক বোৱাৰীয়েকহঁতে দিনে ৰাতিয়ে বুঢ়াক খেচ খেচবলৈ লাগি গ'ল। বোৱাৰীয়েকে পুতেকহঁতক শহুৰেকৰ কাণত পৰাকৈ বকচিবলৈ ধৰি, "ঐ খাই গাহৰীহঁত, দুপৰীয়া খাবলৈ ঘৰখনত একো এটা যে নাই তহঁতৰ গাত খবৰ আছেনে ? মই তহঁতক খাবলৈ মোৰ মূৰটো সিজাই দিলেহে হব ? তাতে আকৌ আৰু এটা পেট

ব্যাড়িল নহয়। তহঁতি ভিতৰত বহি আড্ডা মাৰি থাকিলেই সদায় খাবলৈ পাম বুলি ভাবিছ নেকি ? ফটা বস্তা, মোনা এটা লৈ এমুঠি খুজি মাগি আনিবলৈ নাযাব কিয়।" বোৱাৰীয়েকৰ লগতে ৰাতিপুৱা এলাং বেলি উঠালৈকে বিচনাত পৰি থকা পুতেকে বাগৰ এটা মাৰি ঘৈণীয়েকৰ সুৰতে সুৰ মিলাই কয়, "হেৰা, বস্তা মোনালৈ ওলাই গলেই আজি কালিনো কোনে ভিক্ষা দিব ? যত পোৱাৰ আশা আছে, তালৈ দেখোন কোনো যাবলৈ মন নেমেলা হ'ল। আজি ডেৰ বছৰে আনৰ লেদেনা ওকটি কোনোবাই দিছিলগৈ নহয়। আনৰ দুই তিনি বছৰলৈ জোৰাকৈ উৰ্পাজন কৰি দি, নিজলৈ মাত্ৰ চাৰি বস্তাহে খোৰাকী আনিব পাৰিলনে ? মাগিবলৈ যোৱাতকৈ ভাগ বিচাৰি যোৱাই ভাল হব দেখোন।"

মাক-বাপেকহঁতক বকা দেখি মুখচোকা গাভৰু নাতিনীয়েক জনীয়েও একাষ নমৰালৈকে শান্তি নাপালে। তাই ক'লে, "কোনো শই গাওঁখনৰ ইমূৰৰ পৰা সিমূৰলৈকে ঢোলপিতি শুনাই থৈ গৈছিল নহয়, বোলে এইখন ঘৰলৈ আমুকা পুনৰ ঘূৰি নাহোঁ, মই মোৰ ভাইটোৰ লগতে আমুকাৰ বাকী জীৱনটো কটাম। পিচে, গোটেই জীৱন পোহপাল দিয়াতো দূৰৰে কথা মাহ চেৰেক থাঁকোতেই ভায়েকে খেদি পঠালে।"

তাৰ উত্তৰত মোহনে কিবা এটা কব খুজিছিল। পিছে ঠেঙৰ ওপৰত ঠেঙ নচুৱাই বাঁহৰ চাংখনত বহি থকা ধুদৰ পচলা কুৰি বছৰীয়া মাজু নাতিয়েকটোৱে ককাকৰ কথাত বাধা দি ক'লে, "ইমানবোৰ কথা শুনি তুমিনো কি শান্তিৰে ইয়াত থাকিবা ককা ? তুমি পুনৰ ভায়েৰাৰ ঘৰলৈকে যোৱাগৈ। তাত দুদিনমান থাকি মৰনা কেইটামান মাৰি ধানকে দুই তিনি গাড়ী মান লৈ আঁহাগৈ। এইবাৰৰ নিচিনা ঘৰ চাবলৈ খেৰ কেই মুঠিমান অনাতকৈ ভায়েৰাৰ মাষ্টৰ পুতেকটোৰ পৰা টকাকে কেই হাজাৰ মান লৈ আহিবা আমি ইয়াতে টিনপাট কিনি লম। খেৰৰ ঘৰ বিলাক আজি কালি ষ্টেণ্ডাৰ্ড নেদেখুৱাই। গতিকে কালিলৈ মানেই যাত্ৰা কৰা। লগতে তুমি সিহঁতৰ ঘৰত ডেৰ বছৰ দিন কৰি দিয়া কামৰ বিনিময়ত পাব লগা পেমেন্টটোও আদায় কৰি আনিবা। মাহে ৩০০.০০ টকাকৈ ধৰিলেও ওঠৰ মাহত ৫,৪০০.০০ টকা পোৱা।" পুতেকৰ কথা শুনি মাকে ক'লে, "আজিকালি কোনটো অকৰাই লোকৰ ঘৰত তিনিশ টকাত গা খাতি দিব হঁ। তিনিশ কৈ নধৰিবি মাহে ছশ কৈ ধৰ। বয়সস্থ মানুহ এজনে ডেৰ বছৰ দিন কাম কৰি দিছে। ছশকৈ নিদিলে হব নেকি ?" টকাৰ হিচাব ওলালত ডাঙৰজনী জীয়েক আহি মাকহঁতৰ লগত সহযোগ কৰিলেহি। তাই কাগজ পেঞ্চিল গোটাই মাহে ছশকৈ ধৰিলে কিমান টকা হব অঙ্কটো কৰি চালে। অঙ্কটো দুই তিনিবাৰ কৰি উত্তৰটো দেখি জপিয়াই উঠিল। "বাঃ দহ হাজাৰ আঠশ টকা। মোক হ'লে এইবাৰ এই টকাৰে সোণৰ ফুলি এযোৰ বনাই দিবই লাগিব।"

মাকে ক'লে, "টকাখিনি আনিবলৈ নহলে বাপেৰক পঠাওঁ নেকি ? বুঢ়াই হিচাবত গণ্ডগোল লগাই বা। পুতেকে ক'লে, "নালাগে মা, ককা গলে ধানো দুগাড়ীমান আনিব

পাৰিব। দেউতাই লোকৰ ঘৰত মৰণা মাৰিবগৈ নেকি? মানুহৰ মান সন্মানৰ কথা এটা আছে নহয়। মাকে শলাগিলে, "এৰা সেইটোও হয়। ভায়েকে ফিট ফাট মাৰি মাষ্টৰ চেলাই স্কুলৰ পৰা আহিব। ইফালে ককায়েকে আঠুৰ ওপৰত চুৰিয়া পিন্ধি মৰণা ঘূৰাই থাকিব। সেইটো নহলিব। বুঢ়াই যাওঁক। মৰণা মৰাতো নো কিমান ডাঙৰ কাম। বুঢ়াই পাৰিব বুঢ়া সোনকালে গলেই ৰক্ষা। পিচে আজিৰ সাজতো কি উপাই কৰা হয়?"

পুতেকে চাংখনৰ পৰা জাপমাৰি উঠি ক'লে, "তুমি চিন্তা নকৰিবা মা, মই ইয়াৰ ব্যৱস্থা কৰিম।" এই বুলি কৈ মাজু পুতেক ওলাই গল। এঘন্টাৰ পিচত চাউল এক কুইন্টল মানুহ চাৰিটাক ভাৰ বোৱাই অনাই ঘৰত সোমোৱালেহি।

মনৰ বেজাৰত মোহন বেলি পৰাৰ লগে লগে বিচনাত পৰিল। গধূলি সাজ সকলোৱে দাইল আলুৰে জুতি লগাই খালে। মোহনে সেই সময়ত বিচনাতে কিবা কিবি কথাবোৰ চিন্তা কৰি পৰি থকাৰ কাৰণে শুলে বুলি ধৰি লৈ তেওঁক ভাত খাবলৈ নজগালে পুতেকে খাবৰ পৰত বাপেকৰ খবৰ এটা লৈছিল। কিন্তু ঘৈণীয়েকে একে ধমকিৰে তেওঁৰ মুখ বন্ধ কৰি দিলে।" বাপেৰে আজি গোটেই দিনটো শুই শুইয়েই কটাইছে। কুটা এগছো ইফাল সিফাল কৰা নাই। মোৰ লৰাই ঘটি অনা চাউলৰ ভাত মাফচে খাবলৈ পাব নেকি?"

বোৱাৰীয়েকে মৰা বাক্যৰ বাণ আহি বিচনাত পৰি থকা মোহনৰ হৃদয়ত ঠহৰ ঠহৰ বিন্ধিবলৈ ধৰিলে, ভায়েক আৰু ভাই বোৱাৰীয়েকৰ আদৰক নেওচি ঘৰলৈ ঘূৰি আহি নিজৰ ঘৰত আচল সোৱাদ কনকে পাইছে। তেওঁ কোনেও নুশুনাকৈ উচুপি কান্দিলে। নিজৰ ঘৰতে তেওঁৰ মাত মতাৰ অধিকাৰ নাই। তেওঁ এযাৰ মাত মাতিলেই পাঁচ ছয়টা বাক্যৰ বুলেট আহি তেওঁৰ মুখ বন্ধ কৰি দিয়ে। গাৰুৰ নামত ফটাকানিৰ টোপোলাটো গোটেই ৰাতিটো কান্দি কান্দি চকুলোৰে তিয়াই পোহৰ নৌ হওঁতেই শুৱাপাতি এৰি বাহিৰলৈ উঠি আহিল। বাহিৰত মাটি পানীলৈ গা-পা ধুই আহে মানে ৰাতি পুৱাল। ভায়েকহঁতৰ ঘৰৰ পৰা দিয়া ধুতি কেইখন আৰু কাপোৰ গামোছা কেইডোখৰ জাপি কুচি মোনাটোত ভৰাই ললে। তাৰ পিচত মোনাটো কান্ধতে আঁৰিলৈ টুকুৰ টুকুৰ কৈ ঘৰৰ পৰা ওলাই গৈ নওলা মুখ পালেগৈ। নওলা মুখ পাৰহে ঘৰলৈ এবাৰ ঘূৰি চালে। পূৱফালে বেলিটোৱে বৰডলা এখন মানহে দেখা দিছে। তেওঁৰ ঘৰৰ মহাৰজা, মহাৰাণী সকলৰ শুৱা পালেং এৰিব হোৱাই নাই। বাকী গাঁৱৰ সকলো মানুহ শুই উঠি নিজ নিজ কামত যেনি তেনি গৈছে। খেতিয়ক সকলে হাল গৰুলৈ মোহনৰ কাষেদিয়েই গৰু খেদি কান্ধত নাঙল লৈ পথাৰৰ ফালে গৈছে। পুৱাই পিন্ধি উৰি কান্ধত মোনা আঁৰি ঘৰৰ পৰা

ওলাই যোৱা দেখি গাঁৱৰ দুই এজনে মোহনক সুধিলে, "পুৱাই ওলালে দেখোন? কেনিবা দূৰলৈ যায় নেকি?" আনিচ্ছা স্বত্বেও মোহনে ৰাতিপুৱাই মিছা মাতিব লগা হ'ল "ভাইটোৰ ঘৰৰ পৰা আঁহো। নহলেনো বাৰু কি বুলি উত্তৰ দিব? তেওঁতো কোনো এটুকুৰা নিৰ্দিষ্ট ঠাইলৈ যাওঁ বুলি ঘৰৰ পৰা ওলাই অহা নাই। যতে মৰিব লগা আছে ততে মৰোঁগে বুলিহে ঘৰৰ পৰা ওলাই আহিছে। কথাতে কয় "চৰনেহে জানে মৰণৰ ঠাই, চুচৰি বাগৰি তালৈকে যায়।" তেওঁৰ ভৰি দুটাই যলৈকে নিয়ে তালৈকে যাম বুলি নিজৰ ঘৰখন ত্যাগ কৰি ওলাই আহিছে, এনে অনুতাপ পায়েই কিজানি মানুহবোৰে আত্মহত্যাৰ পথ বাচি লয়। এবাৰ তেওঁৰ সেই পথৰ কথা নভবা নহয়। ইমান মানসিক অশান্তি ভোগ কৰি থকাতকৈ কিবা এটাকে কৰি পেলাওঁ নেকি? কিন্তু ভাবিলেই সকলোৱে সকলো কাম কৰিব নোৱাৰে। তেওঁ নোৱাৰিলে। যোৱা ৰাতি এবাৰ ভাবিছিল, "আকৌ ভাইটোৰ ওচৰলৈকে যাওঁগে নেকি? কিন্তু নিৰ্দোষী পবিত্ৰ অন্তৰৰ ভায়েকটোক আশান্তি দিবলৈ মন নকৰিলে। তেওঁ মৰিবলৈ ওলোৱা দেহাটোক ডেৰ বছৰ দিন খোৱাই বোৱাই শুশ্ৰূষা কৰি আগৰ স্বাস্থ্য পাতি ঘূৰাই মানুহ বনাই দিয়াৰ বিনিময়ত মোৰ পু-বোৱাৰী নাটিহঁতে মোৰ ভাইটোৰ পৰা টকা দাবি কৰিবলৈ যায়। এটকা দুটকা নহয় ডেৰটা বছৰৰ দৰমহা। দহ হাজাৰ আঠশ টকা। হুঁহ সিহঁতি মোক সেই ডেৰ বছৰ দিন ভাইটোৰ ঘৰত হালোৱা খাতিবলৈ পঠাইছিল? মই সিহঁতৰ গোলাম? আকৌ এইবাৰ গলে কিমান বা হিচাব উলিয়াব কি ঠিক? গতিকে তালৈ যোৱাতো কোনো পধ্যেই উচিত নহব।

এইদৰে ভাবি চিন্তি গৈ লক্ষ্যহীন ভাৱে খোজ চলাই থাকোতে কেতিয়ানো গৈ ভগৱানৰ আশ্ৰম এখনৰ গেটৰ মুখত উপস্থিত হ'লগৈ, কবকে নোৱাৰিলে। "আশ্ৰমলৈ আহিল নেকি বাবা?" বুলি দীঘল ডাৰি লগা গেৰুৱা বস্ত্ৰ পৰিধান কৰা ভকত এজনৰ মাতত মোহন উচপ খাই উঠিল। ভকতজনৰ মুখলৈ চালে। "হয় বাবা।" বুলি উত্তৰটো দিলে। উত্তৰ দিয়াৰ পিচত তেওঁ চিন্তা কৰিলে, মই জানো সঁচাই এই আশ্ৰমলৈ আহিছো। তেন্তে মোৰ মুখৰ 'হয় বাবা' শব্দ দুটা কিয় বাহিৰ হ'ল? এয়া নেদেখাজনৰে কাম নেকি? 'কি চিন্তা কৰিছে বাবা, আহক আমাৰ কুটিৰতে খন্তেক জিৰণি লওঁ কহি।" ভকত জনৰ মাতত আকৌ চিন্তাৰ ৰাজ্যৰ পৰা বাস্তৱলৈ ঘূৰি আহি মোহনে ভকতজনৰ পিচে পিচে আশ্ৰমৰ ভিতৰলৈ সোমাই গ'ল। আশ্ৰমখনৰ মূল মন্দিৰৰ কাষতে এটি আটক ধুনীয়া দুকোঠলীয়া সৰু ঘৰ আছে। তাৰে এটা কোঠাত মোহনক ভকতজনে বহোৱালে। তেওঁ বোধহয় সিটো কোঠাতে থাকে। মোহনলৈ মাহ প্ৰসাদৰ ভাগ এটা আগবঢ়াই দি ক'লে, "পুৱা পূজা ভাগি শেষ কৰি বাহিৰলৈ ওলাই গৈছিলো? ওলাই গৈয়ে আপোনাক লগ পালো। ভগৱানৰ প্ৰসাদ মুঠি ধৰক। আমি ললো। প্ৰসাদ মুঠি শেষ কৰি জলপান এমুঠি ধৰিব লাগিব। কালি ভকতনী আই এগৰাকীয়ে জলপান অলপ দি গৈছিল। লগ

নাই বাবে মই খোৱাই নাই। এতিয়া আপোনাক পাই ভাল পালো। দুয়ো দেখা শুনাকৈ খাবলৈ ভাল পাম। মোহনে ভোকতে আছিল। মাহ প্ৰসাদৰ ভাগটো আগত দেখি সুখী হ'ল। মোহনে মাহ প্ৰসাদৰ ভাগটো খাই শেষ কৰে মানে ভকতজনে দুটা বাটিত দুবাটি ভজা পিঠাগুৰি জলপান সাজু কৰিলে। গাখীৰ নাই যদিও পকা জাহাজী কল সানি পিঠাগুৰি বাটি খাই মোহনে বৰ তৃপ্তি পালে। খাই উঠাৰ পাচত ভকতজনে বাটি দুটা নি ধুনীয়াকৈ ধুই পখালি নিৰ্দিষ্ট ঠাইত থলেহি।

মোহনে মাহ প্ৰসাদ আৰু জলপানৰ বাতিটো খোৱাৰ পিচত আগৰ দুখ, ভাগৰ, চিন্তা সকলো পাহৰি গ'ল। মনটো আনন্দেৰে নধৰা হ'ল। ক'ত ঘৰ আৰু ক'ত এই আশ্ৰম? নিজৰ পু-বোৱাৰী, নাতি-নাতিনী ইয়াত কোনো নাই। অথচ ইয়াত ইমান সুখ, ইমান শান্তি।

ভকত জনক মোহনে সুধিলে, বাবা আপোনাৰ ঘৰ ক'ত? আৰু এই আশ্ৰমত থকা কিমান দিন হ'ল।

বাবাই ধুনীয়া হাঁহি এটা মাৰি ক'লে— মই ইয়াত বন্দী হোৱা আজি তিনিমাহ ওপৰ হ'ল। কিন্তু আপোনাৰ প্ৰথম প্ৰশ্নটোৰ উত্তৰ দিব নোৱাৰিম। এটা সময়ত মোৰ বুলি ভবা ঘৰ এখন আছিল সঁচা। কিন্তু বৰ্তমান মোৰ বুলিবলৈ ঘৰ কতো নাই। য'তে থাকো সেইখনেই ঘৰ। ঘৰমানেই আশ্ৰয় স্থল। বুজিছে বাবা, আচলতে এই সংসাৰত মোৰ বোলা বস্তু একোৱেই নাই। আমি চকুৰে দেখা নেদেখা সকলো বস্তু আৰু জীৱৰ গৰাকী পৰম পিতা ভগৱন্তহে। মোৰ বুলি ভবা নিজৰ এই দেহাটো বা শৰীৰটো জানো মোৰ হয়। কেতিয়াও নহয়। মোৰ হোৱাহেতেন কেতিয়াও এই শৰীৰটো খুচি কাটি জুইত পুৰি ছাঁই কৰি পেলাবলৈ বা মাটিৰ তলত পুতি থবলৈ নিদিলোহেঁতেন। মোৰ নহয় বাবেই গৰাকীৰ কামত আমি বাধা দিব নোৱাৰো।

মোহনে শলাগিলে, ঠিকেই বাবা, আপুনি সঁচা কথাকে কৈছে। আমি মিছাতে পুত্ৰ-ভাৰ্যা, ঘৰ বাৰী, এইবোৰ মোৰ বুলি সাৱটি আছো। এই সকলোবোৰ সেই নেদেখাজনৰ মায়া। দহজনে মাতিবৰ বাবে মোৰ মা-দেউতাই দিয়া নামটোও মোৰ নহয়। ধৰক মোৰ নাম মোহন, আপোনাৰ নাম গোপাল। কিন্তু এই দুইটা নাম আচলতে ভগৱন্ত কৃষ্ণৰহে নাম। তেওঁৰ নাম দুটা আমি লৈ তাৰ অপব্যৱহাৰ কৰি পাপত মজিছো। কৃষ্ণই মোহন বেনু বজাই যোল্লশ গোপীক মোহিব পাৰিছিল বাবেই মোহন। তেওঁৰ সেই নাম লৈ মই কৰিলো কি? যোল্লশ গোপীটো বাদেই নিজৰ পু-বোৱাৰী, নাতি-নাতিনীকো মুহিব নোৱাৰি সিহঁতৰ খেদা খাই ঘৰৰ পৰা ওলাই আহিছো। তেন্তে মোৰ এই নামৰ জানো কিবা অৰ্থ থাকিল? ধৰি ললো আপোনাৰ নাম গোপাল। আপোনাক মই এতিয়া এজন উদাসীন ভকত ৰূপেহে দেখা পাইছো। আপুনি পালন কৰা গৰুবোৰতো মই দেখা নাই। তেন্তে আপুনি গোপাল কেনেকৈ হ'ল।

ভকতজনে হাঁহি মাৰি ক'লে— আপুনি ঠিক বুজিছে বাবা। কিন্তু এই মায়াৰ

অবিহনে ভগৱানৰ সৃষ্টি নচলে। সেয়েহে ভগৱানে আমাক সকলো পাহৰাই ৰাখে জন্মদিনৰ পৰাই মৃত্যুৰে আমাক হাতবাউলিয়াই মাতি থাকে। তথাপি জানিও, বুজিও সেই মৃত্যুক আমি পাহৰি থাকো। নহয় জানো বাবা। বাৰু বাবা, এইবোৰ কথা বাদ দি আমি আচল কথালৈ আহোঁ। আপুনি এই আশ্ৰমলৈ নিশ্চয় কিবা এটা আশা লৈ উপস্থিত হৈছেহি। আপুনি এতিয়া নিৰ্ভয়ে আপোনাৰ মনৰ কথা ব্যক্ত কৰিব পাৰে।

মোহনে অলপ চিন্তা কৰি ক'লে— বাবা মোৰ অন্য আশা নাই । মোৰ নিজা ঘৰ আছে পু-বোৱাৰী, নাতি-নাতিনী সকলো আছে। কিন্তু কালি গোটেই ৰাতি উজাগৰে থাকি ভাবি চিন্তি জ্ঞান পালো যে সেইবোৰ আচলতে কোনোৱেই মোৰ নহয়। সেই সকলোবোৰ মায়া ? সেই মায়া জালতে গোটেই জীৱন বন্দী হৈ কটালো। আজি পুৱাই সকলো মায়া ছেদ কৰি অকণ শান্তি বিচাৰি লক্ষ্যহীন ভাৱে যাত্ৰা আৰম্ভ কৰি কেতিয়ানো এইখিনি পালোহি মই নিজেই নাজানিলো। আচলতে জীৱনৰ বাকী কেইটা দিন ঘৰৰ পৰা বাহিৰত কটোৱাই মোৰ উদ্দেশ্য।

ভকতজনে ক'লে— শুনি সুখী হলো। ভগৱানৰ একান্ত ভক্তজনৰ অবিহনে কোনেও মায়াক ছেদ কৰিব পৰা ক্ষমতা নাই। মই আজি চৈধ্য বছৰেও অনেক যত্ন কৰিও মায়াক ছেদ কৰিব পৰা নাই। আজি তিনিমাহৰ আগতে এই আশ্ৰমলৈ আহিছিলো। ইয়াৰ ভকতসকলৰ লগত ভগৱানৰ নাম গুণৰ চৰ্চা কৰিবলৈ। জ্ঞান বৃদ্ধি কৰি শান্তি লভিম বুলি। কিন্তু আহি পাই মায়াৰ জালত পৰি বন্দীত্বহে গ্ৰহণ কৰিব লগা হ'ল, এই পেটটোৰ বাবে। অনাহাৰেটো জীয়াই থাকিব নোৱাৰো। আশ্ৰমখন প্ৰতি দিনে চাফচিকুন কৰি ৰাখি ইয়ালৈ নিজৰ মনৰ কামনা পূৰণৰ অৰ্থে অহা ভকত সকলক শৰাই সঁফুৰা দিবলৈ সুবিধা কৰি দিয়াৰ বাবদ মই মাহে পাওঁ দুশ টকা। সেই টকা এই আশ্ৰমৰ পৰিচালনা কমিটিয়ে দিয়ে। কমিটিক মই সদায় সংগ্ৰহ কৰা দক্ষিনাৰ হিচাপ প্ৰতি সপ্তাহে দিব লাগে। আপুনি যদি সঁচাই পুনৰ ঘৰলৈ ঘূৰি নাযাওঁ বুলি ওলাই আহিছে তেন্তে আপুনি ইয়াতে থাকক। মই আপোনাক এই আশ্ৰমৰ ৰখিয়া বিচাবে নামটো অন্তৰ্ভূক্ত কৰাই দিম। আপুনি ৰাজীনে ? মোহনে অলপো কষ্ট নকৰাকৈ শান্তিৰে দিন কটাবলৈ আশ্ৰয়ৰ স্থল এখন পাই যোৱাত বৰ সুখী হ'ল। এয়া তেওঁৰে কৃপা বুলি জানি, মন্দিৰৰ ফালে সেৱা এটা জনাই ক'লে — মই ৰাজী বাবা। মোক আপুনি ভাল উপকাৰ কৰিলে।

পিছদিনৰ পৰা মোহনে সেই আশ্ৰমৰ ৰখিয়া হ'ল। ভকতজন বন্দীত্বৰ পৰা মুক্তি পাই কেনিবা গুছি গ'ল। এদিন দুদিন কৈ দুমাহ পাৰ হ'ল। হঠাৎ এদিন সেই আশ্ৰমত মোহনক দেখি দুলাল আহি উপস্থিত হ'ল। মোহনক দেখি দুলাল আচৰিত হ'ল। তেওঁ কোনো পাতনি নেমেলাকৈ মোহনক সুধিলে— তুমি ঘিলামৰাৰ পৰা কাহানি আহিলা। মোহনে ক'লে— আজি দুমাহে মই এই আশ্ৰমতে আশ্ৰম ৰখিয়া হৈ আছো। খোজ এটিও লৰোৱা নাই। ঘিলামৰাৰ পৰা আহিবলৈ, তালৈনো গ'লো কেতিয়া।

তোমালোকৰ ঘৰৰ সকলোৱে তুমি ঘিলামৰালৈ গ'লা বুলিয়েই মোক কৈছে। তুমি পাবলগা দহ হাজাৰ আঠশ টকা আৰু তোমাৰ ভাগৰ কুৰিমোন ধান আনিবলৈ গৈছা বুলিয়েই তোমাৰ বোৱাৰীয়ে দেখোন মোক কালি মোৰ দোকানৰ পৰা চাউল নিবলৈ আঁহোতে কৈছে। পিছে আজিলৈকে যোৱা নাই যেতিয়া যাবানো কেতিয়া? সোনকালে নগলে কিন্তু মই মোৰ দোকানৰ মাল ধাৰে খোৱাতো বন্ধ কৰি দিম।

মোহনে ক'লে— তুমি তেন্তে মই ঘিলামৰাত ডেৰ বছৰ থাকি, ঘটি থৈ অহা টকা সোপা আৰু ধান বিশ মোনৰ আশাত মোৰ বোৱাৰী নাতিহঁতক ধাৰলৈ চাউল, দাইল তেল, নিমখ দি আছা নহয় জানো?

দুলালে ক'লে— নিদি কৰিম কি? এমাহতে ধাৰ মৰা কথা। এতিয়া দুটা মাহত কালিৰ হিচাবমতে আঠ হাজাৰ তিনিশ টকা হলেই। ই ফালে আপুনি টকা আনিবলৈ যোৱাই নাই।

ঃ মোহনে কলে— মই টকা আনিবলৈ যোৱা নাই আৰু কোনোদিন নাযাওঁ। আচলতে কি জানা দুলাল, মই ভাইটোৰ পৰা পাবলগা বিশমোন ধানো নাই আৰু এপইচাও পাবলৈও নাই। বৰঞ্চ মই তেওঁক ধাৰ দিবলৈহে আছে। ডেৰ বছৰ দিন ভাইটোৰ ঘৰত থাকি মই যিমান ধাৰ লগাই থৈ আহিলো সেই ধাৰ মই দুটা জনমতো মাৰি শেষ কৰিব নোৱাৰিম। গতিকে কি চুক্তি কৰি তুমি সিহঁতক বস্তু ধাৰলৈ খোৱাই আছা মই নাজানো আৰু জানিবলৈও মই নিবিচাৰো। আঠ হাজাৰ তিনিশ টকা সিহঁতৰ পৰা কি উপায়েৰে বাহিৰ কৰি লোৱা কৰি লবা। সেইবোৰ আপত্তি মোক নিদিবা। মই এতিয়া সেইখন ঘৰৰ সদস্য নহয়। মই আশ্ৰমবাসীহে। সিহঁতক জনাই দিবা মই সিহঁতৰ কোনো নহওঁ। সিহঁতৰ লগত মোৰ কোনো সম্বন্ধ নাই। মোৰ মৃত্যুৰ পাছত পিণ্ড বা শ্ৰাদ্ধাদি পাতি মোৰ জীৱন উদ্ধাৰ কৰাৰ সিহঁতৰ কোনো অধিকাৰ নাই।

কথাখিনি কৈ মোহন ঘাই মন্দিৰৰ ভিতৰলৈ সোমাই গ'ল। মোহনক পুনৰ লগ কৰিবলৈ দুলালে বাহিৰত বৈ বৈ আমনি লগাত ঘৰলৈ গুছি আহিল। সেই দিনাৰ পৰা মোহনক সেই আশ্ৰমত কোনেও লগ পোৱা নাই। হেঁচামাৰি ধৰি সোণৰ কণী পৰাবলৈ বিচৰা হেৰুৱা হাঁহজনীক বিচাৰি পুতেক বোৱাৰীয়েকহঁতে বহুত ঠাইত মঙ্গল পাতি চোৱাই বিচাৰ কোচাৰ কৰিও বিফল হ'ল। ❖❖

# ঊনৈশ

দুলালৰ মুখে ককায়েকৰ সকলো কাহিনী শুনি কেইদিন মানৰ পৰা ফুলবৰেও জলকা লাগিবলৈ ধৰিলে। কাম বনত বৰকৈ মন নবহা হ'ল। বৰ্তমান পুতেক পৰমানন্দৰ কৰ্মস্থান বদলি হৈ আহি ঘৰৰ ওচৰ পালেহি। এতিয়া ঘৰৰ পৰাই চাকৰিলৈ যাব পাৰে বাবে ঘৰুৱা কামত দেউতাকক সহায় কৰিবলৈ যথেষ্ট সময় উলিয়াব পাৰিছে। প্ৰায়বিলাক কামতে পুতেকে হাত দিব পৰা হলত এদিন পুতেক বোৱাৰীয়েকক আৰু পৰিবাৰক বহোৱাই লৈ ক'লে— মোৰ এতিয়া যাথেষ্ট বয়স হৈছে। এই বয়সত কিছু ঠাই বা তীৰ্থ স্থানবোৰ ভ্ৰমণ কৰি সৎজনৰ সঙ্গ লাভ কৰি ধৰ্মৰ বিষয়ে কিছু কথা চৰ্চা কৰিবলৈ মন মেলিছো। তহঁতে নিজে খুটিখাব পৰা হলি যেতিয়া তহঁতৰ প্ৰতি থকা মোৰ দায়িত্ব ভাৰখন পাতলিল বুলি ভাবিছো। মই এতিয়া নিচিন্তে মুকলি মন এটা লৈ দহজন ভকত বৈষ্ণৱৰ লগত ভগৱানৰ পবিত্ৰ স্থানবোৰ দৰ্শন কৰি কিছু পুণ্য আৰ্জন কৰি লওঁ বুলি ভাবিছো। ইয়াতকৈ অধিক বৃদ্ধ হ'লে সেই কাম কৰিব নোৱাৰিম। তেতিয়া মোৰ মনৰ আশা মনতে যাব। গতিকে তহঁতে মোক বাধা নিদিবি। ঘূৰি আঁহোতে পলম হবও পাৰে। তাৰ বাবে চিন্তা নকৰিবি। মই কালিলৈ পুৱাই যাত্ৰা আৰম্ভ কৰিম।

শ্ৰুতা তিনিও জনে ফুলবৰৰ ইচ্ছাৰ বিৰুদ্ধে কোনো প্ৰতিবাদ কৰিবলৈ সাহস গোটাব নোৱাৰিলে। তিনিও মৌনভাবে থাকিয়েই সন্মতি জনালে। কথা মতেই কাম। পিছদিনা পুৱাই ভগৱানৰ নাম লৈ ফুলবৰে তীৰ্থ যাত্ৰা আৰম্ভ কৰিলে। এই যাত্ৰাৰ শেষ সীমা ক'ত? কেতিয়া? কিমান দিনৰ বাবে? তীৰ্থযাত্ৰী আৰু বিদায় দিওঁতা সকলৰ বাবে এইবোৰ উত্তৰহীন প্ৰশ্ন।

ফুলবৰক বিদায় জনাবলৈ এচোৱা বাটলৈকে আগবাঢ়ি অহা পেচন, পদুমী আৰু পৰমানন্দৰ আদ্ৰতাপূৰ্ণ চকু কেইযোৰত বাৰে বাৰে মাত্ৰ সেই তিনিটা প্ৰশ্নই জাগি উঠিছে ক'ত, কেতিয়া, কিমানদিনৰ বাবে? কোনোদিন জিৰণি লবলৈ আজৰি নোপোৱা, অবিৰাম গতিত নিজৰ দহজনৰ উপকাৰৰ অৰ্থে কেৱল কামকেই কৰি ভাল পোৱা এই আচৰিত মানুহজনৰ হঠাৎ এই যাত্ৰাৰ শেষ ক'ত হ'ব? কিমানদিনত শেষ হ'ব? পুনৰ মিলন হম কেতিয়া??? তেওঁলোকে তীৰ্থযাত্ৰী জনক নেদেখা হোৱাৰ পিছতো সেইফালে প্ৰশ্নবোধক দৃষ্টিৰে চায়েই থাকিল।

— সমাপ্ত —